# মুকুল প্ৰকাশ

## ছিলং মুকুল সংঘৰ সাহিত্য সঙ্কলন

## সহস্ৰাব্দৰ আদৰণি

## ২০০১

প্ৰকাশন সমিতি

সভাপতি

**ড° কনক চন্দ্ৰ বৰুৱা**

সম্পাদক

**ড° উৎপল কুমাৰ হাজৰিকা**

সম্পাদনা সমিতিৰ সদস্য

**বীনু হাজৰিকা, মিত্ৰদেৱ গগৈ,**

**দিপালী বৰঠাকুৰ, ভাৰতী স্বৰ্গাৰী**

মুকুল প্ৰকাশ ঃ ছিলং মুকুল সংঘৰ সহস্ৰাব্দৰ সাহিত্য সঙ্কলন

MUKUL PRAKASH: A collection of articles and shorts stories written by members of Shillong Mukul Sangha and eminent literatures of Assam.

Published by Shillong Mukul Sangha, Shillong-793003.

প্ৰকাশক ঃ ছিলং মুকুল সংঘ
(অসম সাহিত্য সভাৰ স্বীকৃতিপ্ৰাপ্ত শাখা সভা)

বেটুপাত পৰিকল্পনা ঃ ড° কনক চন্দ্ৰ বৰুৱা

মূল্য ঃ ৫০.০০ টকা

মুদ্ৰণ ঃ ইউনাইটেড্ কিং প্ৰেছ
এক্সপ্ৰেছ ভি. আই. পি. ৰ'ড, ওপৰ হেঙ্গেৰাবাৰী, গুৱাহাটী-৭৮১০৩৬।

# উৎসৰ্গা



স্বৰ্গীয় ভুবন চন্দ্ৰ শৰ্ম্মা

জন্ম ঃ ১৯১৫ চন।

মৃত্যু ঃ ২১ নবেম্বৰ, ১৯৪৭ চন।

জন্ম লগ্নৰে পৰা ছিলং মুকুল সংঘৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত হৈ সংঘটিৰ প্ৰতিস্থাপক সদস্য হিচাবে অক্লান্ত ভাৱে সহায় সহযোগিতা আগবঢ়াই যি গৰাকী তৰুণ শুভাকাংখী সদস্যই আমাৰ পৰা অকালতে বিদায় মাগিলে সেইগৰাকী মহান ব্যক্তি স্বৰ্গীয় ভুবন চন্দ্ৰ শৰ্ম্মা দেৱৰ পবিত্ৰ স্মৃতিত এই 'মুকুল প্ৰকাশ' খনি উৎসৰ্গা কৰিলো।

তাং - ৩১/৩/২০০১ ছিলং মুকুল সংঘৰ সমূহ সদস্যবৃন্দ




# শ্ৰদ্ধাঞ্জলী

স্বৰ্গীয় ধৰণীধৰ মহন্ত ছিলং মুকুল সংঘৰ কাৰ্য্যকৰী সভাপতিৰ আসন শুৱনী কৰি সংঘত নিয়মীয়াকৈ উপস্থিত থাকি সাহিত্য সেৱা কৰি আহিছিল। সেই দৰে স্বৰ্গীয়া জান্নাতআৰা বেগম মুকুল সংঘৰ সহকাৰী সম্পাদিকা পদত অধিষ্ঠিত হৈ সেৱা আগবঢ়াই গৈছিল। সংঘৰ মজিয়াত এই দুয়োগৰাকীয়ে যথেষ্ট অৰিহণা যোগাই থৈ গৈছে। এই দুয়োগৰাকী সাহিত্যপ্ৰেমীৰ মৃত্যুত আমি আমাৰ শ্ৰদ্ধাঞ্জলী আগবঢ়ালো। তেখেতসকলৰ আত্মাই চিৰশান্তি লাভ কৰক।




# ছিলং মুকুল সংঘৰ কাৰ্য্যনিৰ্ব্বাহক সমিতি

## ২০০০-২০০১

| | | |
|---|---|---|
| সভাপতি | ঃ | শ্ৰীদেবানন্দ বৰুৱা |
| কাৰ্য্যকৰী সভাপতি | ঃ | ডঃ উৎপল কুমাৰ হাজৰিকা |
| উপ-সভাপতি | ঃ | শ্ৰীমিত্ৰ দেৱ গগৈ |
| | | অধ্যাপিকা দীপালী বৰঠাকুৰ |
| সম্পাদক | ঃ | শ্ৰীবিভূতি বৰকটকী |
| যুটীয়া সম্পাদক | ঃ | শ্ৰীঅচ্যুতানন্দ ভট্টাচাৰ্য্য |
| সহকাৰী সম্পাদকসকল | ঃ | শ্ৰীদীপাঙ্কৰ বৰুৱা (সাহিত্য বিভাগ) |
| | | শ্ৰীদিপম বৰুৱা (সাংস্কৃতিক বিভাগ) |
| | | শ্ৰীভাৰতী স্বৰ্গাৰী ,, ,, |
| | | শ্ৰীশুভাঞ্জন দাশ (প্ৰচাৰ ও সংগঠন বিভাগ) |
| সদস্য সকল | ঃ | শ্ৰীমতী অনুৰঞ্জিতা কলিতা |
| | | শ্ৰীমতী বীনু হাজৰিকা |
| | | শ্ৰীমতী অনিমা দত্ত |
| | | শ্ৰীমতী কল্পনা দাশ |
| | | শ্ৰীলক্ষেশ্বৰ দত্ত বৰুৱা |
| | | শ্ৰীভবেন্দ্ৰনাথ লহকৰ |
| | | শ্ৰীদেবব্ৰত বৰুৱা |
| | | ড° বীৰেন্দ্ৰ কুমাৰ শৰ্ম্মা |
| | | শ্ৰীনন্দ বসুমতাৰী |
| | | শ্ৰীমতী তুনু বৰুৱা |
| | | শ্ৰীনন্দ বসুমতাৰী |
| | | শ্ৰীমতীদীপালী শৰ্ম্মা |
| উপদেষ্টা | ঃ | শ্ৰীচিকণ কাকতি |
| | | শ্ৰীমতী শশীপ্ৰভা বৰঠাকুৰ |
| | | ডাঃ বিজয় কৃষ্ণদেৱ শৰ্ম্মা |
| | | ড° কনক চন্দ্ৰ বৰুৱা |



ছিলং মুকুল সংঘৰ উপদেষ্টা ডাঃ বিপিন কুমাৰ বৰগোঁহাই, ড° কনক চন্দ্ৰ বৰুৱাৰ সৈতে সভাপতি, দেবানন্দ বৰুৱা, আৰু সম্পাদক বিভূতি বৰকটকী ও অন্যান্য সদস্যসকল।



ছিলং মুকুল সংঘৰ কাৰ্য্যনিৰ্ব্বাহক সমিতি ও অন্যান্য সভ্যসকল।

# মুকুল প্ৰকাশৰ ভিতৰ চ'ৰাত

**সম্পাদকীয় ঃ**

**সোঁৱৰণ ঃ**



**প্ৰবন্ধৰ সম্ভাৰ ঃ**



সাহিত্য ও কলা-সংস্কৃতিৰ অভ্যুদয় ছিলং মুকুল সংঘৰ জন্ম হৈছিল ৫৬ বছৰ পূৰ্ব্বে এটি মিঠা শীতৰ আবেলিত। তাৰিখ ১৪ জানুৱাৰী, ১৯৪৫ চন। জন্মৰ পাছতে অবিৰত ভাৱে আৰম্ভ হৈছিল ভাষাজননীৰ পূজা। বছৰ বাগৰিল। মুকুল সংঘৰ ন-প্ৰস্ফুটিত কলিবোৰে দশোদিশে বিলালে সাহিত্য কৃতীৰ মধুৰ পৰশ। জন্ম লগ্নৰে পৰা নিৰৱচ্ছিন্ন হৈ সাহিত্য সেৱা কৰি মুকুল সংঘই বহুতো বৰেণ্য সাহিত্যিকৰ জন্ম দিলে, বিগত পছপন্নটা বছৰৰ পৰিক্ৰমাত এই সংঘটিয়ে ৰাখি আহিছে অলেখ কীৰ্ত্তি। বৰ্ত্তমান ছিলং হ'ল পাহাৰীয়া ৰাজ্য মেঘালয়ৰ ৰাজধানী। ৰাজনৈতিক কাৰণত ছিলং চহৰ অসমৰ বুকুৰ পৰা হেৰাই গ'ল। লগে লগে আঁতৰি গ'ল সাহিত্যানুৰাগী এচাম লোক। সেয়ে মুকুল সংঘৰ নিয়মীয়া কাৰ্য্যক্ৰমত কিছু বাধা জন্মিছিল। তথাপিও এচাম নতুন পুৰুষৰ সহৃদয়তা ও অক্লান্ত চেষ্টাত পুনৰ মুকুল সংঘৰ ঐতিহ্য ৰক্ষা পৰিল আৰু আগবাঢ়ি গ'ল নতুন আশা ও উদ্যমেৰে ভাষাজননীৰ পূজা-অৰ্চনাত।

ছিলং মুকুল সংঘই 'মুকুল প্ৰকাশ' শিৰোনামাৰে সাহিত্য সংকলন এটি প্ৰকাশ কৰি আহিছে। পুঁজিৰ নাটনিৰ বাবে প্ৰতিবছৰে এখনি সংকলন উলিওৱা সম্ভৱ নহয়। নতুন সহস্ৰাব্দত সংঘই পুনৰ 'মুকুল প্ৰকাশ'খনি প্ৰকাশ কৰি উলিয়াবলৈ সমৰ্থবান হৈছো। ইয়াত প্ৰকাশ পোৱা তত্বগধুৰ প্ৰবন্ধ, গল্প, আলোচনা আদি সংঘৰ নিয়মীয়া সদস্যসকলেই বৈঠকত পাঠ কৰা আৰু আলোচিত। এই লেখাৰ মানদণ্ড পঢ়ুৱৈ ও সাহিত্যসেৱীসকলেই বিচাৰ কৰিব।

ছিলঙৰ বয়োজ্যেষ্ঠ নাগৰিক, ভাষা, সাহিত্যপ্ৰেমী, সু-পৰিচিত শ্ৰীযুত ক্ষীতিন দাসদেৱে কিছু আৰ্থিক অনুদানেৰে আমাক 'মুকুল প্ৰকাশ'খনি প্ৰকাশ কৰি উলিওৱাত কিছু পৰিমাণে সহযোগিতা আগবঢ়ালে। ইয়াৰ উপৰিও অসম চৰকাৰে ছিলঙত সাহিত্য চৰ্চ্চা কৰি থকা এই মুকুল সংঘলৈ এটি অনুদান দিছে। সংঘৰ লগত আৰম্ভণিৰ কালছোৱাত ওতঃপ্ৰোতভাৱে জড়িত আছিল স্বৰ্গীয় ভুবন চন্দ্ৰ শৰ্ম্মা। তেখেতৰ পুণ্য স্মৃতিত আৰু এটি অনুদান সংঘই লাভ কৰিছিল তেখেতৰ দুহিতা শ্ৰীমতী পূৰ্ণিমা শৰ্ম্মাৰ পৰা। তাৰ বাবে আমি এই সকালোৰে ওচৰত কৃতজ্ঞতা স্বীকাৰ কৰিছো।

ছিলং মুকুল সংঘৰ মূল মন্ত্ৰ হৈছে— সু-সাহিত্য চৰ্চ্চা, আৰু কলা-সংস্কৃতিৰ বিকাশ ঘটোৱা। নবীন-প্ৰবীন সকলে সদা জাগ্ৰত হৈ এই পথকে

বাচি লৈ ভাষা জননীৰ সেৱা কৰি আহিছে। মুকুল সংঘই ভাষা জননীক সেৱা কৰি অহাৰ উপৰিও কেইবাদিশতো অগ্ৰসৰ হৈছে। কলাগুৰু বিষ্ণু ৰাভাদেৱৰ তিথি, ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালাৰ তিথি আৰু সংঘৰ প্ৰবীন সাহিত্যিকসকললৈ সম্বৰ্দ্ধনা জনাই আহিছে। হাইস্কুল শিক্ষান্ত পৰীক্ষাত সুখ্যাতিৰে স্থান প্ৰাপ্ত অসমীয়া ছাত্ৰ-ছাত্ৰীসকলকো সম্বৰ্দ্ধনা জনাই প্ৰেৰণা যোগাই আহিছে। সংঘৰ পষেকীয়া প্ৰতিটো বৈঠকত সংঘৰ নিয়মীয়া সদস্যসকলে গীত-মাতেৰে সংঘৰ বৈঠকসমূহ উজ্জিৱীত আৰু প্ৰাণৱন্ত কৰি তোলে।

শেষত 'মুকুল প্ৰকাশ'খনি ছপা কৰি উলিওৱাত প্ৰকাশন সমিতিৰ সভাপতি ড° কনক চন্দ্ৰ বৰুৱাদেৱৰ সহায়-সহযোগৰ বাবে কৃতজ্ঞতা যাচিছো। সংঘৰ সভাপতি শ্ৰীদেবানন্দ বৰুৱা, সম্পাদক শ্ৰীবিভূতি বৰকটকীয়ে প্ৰবন্ধাদি বিভিন্ন লিখক-লিখিকাৰ পৰা সাদৰেৰে আনি দি যি তৎপৰতা দেখুৱালে তাৰ বাবে তেওঁলোককো প্ৰকাশন সমিতিৰ শলাগৰ পাত্ৰ। ছিলং মুকুল সংঘৰ আন এগৰাকী প্ৰাক্তন সম্পাদক শ্ৰীদয়াময় শইকীয়াই গুৱাহাটীত থাকি সংঘৰ মুখপত্ৰলৈ নানান প্ৰবন্ধ-পাতি সংগ্ৰহ কৰি মুকুল প্ৰকাশৰ সৌষ্ঠৱ বঢ়ালে। তেওঁৰ ওচৰত আমি কৃতজ্ঞ। ছিলং মুকুল সংঘৰ আন এগৰাকী বিশিষ্ট উপদেষ্টা ডাঃ বিপিন কুমাৰ বৰগোঁহাই দেৱৰ সৌজন্যত অসমৰ মুখ্যমন্ত্ৰীৰ বিশেষ পুঁজিৰ পৰা কিছু আৰ্থিক অনুদান প্ৰাপ্ত হৈছিল। ছিলঙৰ বিশিষ্ট নাগৰিক শ্ৰীযুত ক্ষীতিন দাস দেৱেও সংঘলৈ আৰ্থিক অনুদান আগবঢ়াইছিল। সেইদৰে যোৰহাটৰ শ্ৰীমতী পুৰ্ণিমা শৰ্ম্মাইও তেখেতৰ পূজ্য পিতৃ স্বৰ্গীয় ভূবন চন্দ্ৰ শৰ্ম্মাৰ স্মৃতিত এককালীন দান আগবঢ়ায়। এই সকলো ব্যক্তিলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

বেটুপাত পৰিকল্পনা ড° কনক চন্দ্ৰ বৰুৱাৰ। তেখেতলৈকো আমাৰ আন্তৰিক শলাগ যাচিছো। শেষত ইউনাইটেড্ কিং প্ৰেছৰ সমূহ কৰ্মকৰ্ত্তালৈ ও স্বত্বাধিকাৰ শ্ৰীউমেশ কুমাৰ ফুকনলৈ 'মুকুল প্ৰকাশ'খনি সময়মতে আমাৰ হাতত উলিয়াই দিয়াত যি সহায় কৰিলে তাৰ বাবে শলাগ লৈছো।

ড° উৎপল কুমাৰ হাজৰিকা
প্ৰকাশন সমিতৰ হৈ
ছিলং মুকুল সংঘ

# স্বৰ্গীয় ভূবন শৰ্ম্মাৰ সোঁৱৰণত

## প্ৰসন্ন কুমাৰ শৰ্ম্মা

ছিলং মুকুল সংঘৰ সাহিত্য সভাৰ 'মুকুল প্ৰকাশ' এইবাৰ সংঘৰ প্ৰয়াত ভূবন চন্দ্ৰ শৰ্ম্মাৰ সোঁৱৰণত উৎসৰ্গা কৰিবলৈ লোৱা হৈছে বুলি বৰ্ত্তমান সম্পাদক শ্ৰীযুত বিভূতি বৰকটকী ডাঙৰীয়াই টেলিফোন যোগে জনোৱাত অতি অনন্দিত হৈছো। ইতিমধ্যে শৰ্ম্মাৰ বৰ জীয়ৰী শ্ৰীমতী বুলবুলীয়ে (পূৰ্ণিমা শৰ্ম্মা) এই বিষয়ে আমাক খবৰটো দিছিল। মুকুল প্ৰকাশত ভূবন শৰ্ম্মাৰ বিষয়ে আমি হেনো কিবা অলপ লিখি দিব লাগে।

এই লিখক প্ৰয়াত শৰ্ম্মাৰ সৰু ভায়েক। ১৯৪৭ চনৰ ২১ নবেম্বৰ তাৰিখে এটি শোকাবহ মটৰ দুৰ্ঘটনাত দাদাই অতি কম বয়সতে ইহলীলা ত্যাগ কৰিবলগীয়া হ'ল। আমি ছয়জন ভাই-ভনীৰ ভিতৰত মোৰ বাহিৰে আটাইয়ে ইতিমধ্যে বিদায় ল'লে। দাদাৰ মৃত্যুৰ সময়ত আমি হাইস্কুলৰ ছাত্ৰ। ঘৰৰ আনবিলাকৰ অবিহনত প্ৰয়াত দাদাৰ সৰুকালৰ কথাবোৰ লিখিবলৈ অসুবিধাত পৰিছো। কিছুমান কথা বিধবা বৌ উমা দেবীৰ মুখে শুনা। এইখিনীতে আমি পাঠকসকলক জনাই থ'ব খুজিছো যে আপোনজনৰ বিষয়ে লিখোতে ভাৱপ্ৰৱণ হৈ কিছু কথা হয়তো বেছিকৈও ক'বলগীয়া হয়। তেখেতসকলে যেন আমাক ক্ষমা কৰে।

স্বৰ্গীয় ভূবন শৰ্ম্মা আমি ছয়জন ভাইভনীৰ ভিতৰত দ্বিতীয়। আমাৰ বাপাইৰ নাম (দেউতাক আমি বাপাই বুলিছিলো) মহীকান্ত শৰ্ম্মা (মৃত্যু ১৯৪২ চন) আৰু আইৰ নাম আছিল মহেশ্বৰী দেৱী (মৃত্যু ১৯৭৩ চন)। অবিভক্ত দৰং জিলাৰ মঙলদৈ মহকুমাৰ বামুণপাৰা গাঁৱত দাদাৰ জন্ম। সেই বামুণপাৰা এতিয়া চহৰৰ ভিতৰ হ'ল। স্থানীয় প্ৰাথমিক বিদ্যালয়ৰ পৰা বৃত্তিসহ উত্তীৰ্ণ হৈ মঙ্গলদৈ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত নাম লগোৱাৰ পিছতেই দাদা শিক্ষকসকলৰ অতি প্ৰিয় হৈ উঠে। বাহিৰা কিতাপ পঢ়া, তৰ্কসভাত যোগ দিয়া, হাতে লিখা আলোচনীৰ সম্পাদনা, ফুটবল খেলা আৰু বছৰেকীয়া পৰীক্ষাত প্ৰথম হোৱা এই সকলোবোৰ বিষয়তে দাদা আছিল আগৰণুৱা। আমাৰ সৰু খুৰা চবডেপুটি কলেক্টৰ হৈ কামত যোগ দিয়াৰ পিছত যেতিয়া নলবাৰীলৈ

বদলি হয় (১৯২৮ চনত) তেতিয়া অষ্টম মান শ্ৰেণীত পঢ়ি থকা সময়ত খুৰাই দাদাকো নলবাৰীলৈ লৈ যায় আৰু তাৰ উচ্চ ইংৰাজী বিদ্যালয়ত নাম লগাই দিয়ে। নলবাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰাই দাদাই মেট্ৰিকত প্ৰথম বিভাগত উত্তীৰ্ণ হয় আৰু বৃত্তিও পায়। কটন কলেজত ১৯৩২ চনত ভৰ্ত্তি হোৱাৰ পিছতেই তৰ্কসভাত যোগ দি শিক্ষকসকলৰ চকুত পৰে। কলেজীয়া জীৱনত দাদাই কলেজ পুথিভঁৰাল আৰু সেই সময়ৰ কাৰ্জন হল পুথিভঁৰালৰ প্ৰায়বোৰ কিতাপ পঢ়ি শেষ কৰে। কলেজত পঢ়ি থকা সময়ত দাদাই 'বাঁহী' আৰু 'জয়ন্তী' আলোচনীত কিবা-কিবি লিখি আছিল। জয়ন্তীত প্ৰকাশ হোৱা "গান্ধীজীৰ জীৱনত কিতাপৰ প্ৰভাৱ" নামৰ প্ৰবন্ধটো মই পঢ়া মনত পৰে। ১৯৩৭ চনত আলিগড়ত ভাৰত ছাত্ৰ সন্থাৰ দ্বাৰা আয়োজিত সৰ্ব্ব-ভাৰতীয় তৰ্কপ্ৰতিযোগিতাত কলিকতা বিশ্ববিদ্যালয়ক প্ৰতিনিধিত্ব কৰি দাদা আৰু তেখেতৰ সহপাঠী শ্ৰীযুত নাৰায়ণ বেজবৰুৱা দুয়ো পুৰস্কৃত হৈছিল।

দাদাই ১৯৩৭ চনত অৰ্থনীতিত অনাৰ্চসহ বি. এ. পাচ কৰে। সেইবাৰ প্ৰথম শ্ৰেণী কোনেও পোৱা নাছিল। দাদা দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান পাই প্ৰতিভা দেৱী সোঁৱৰণী মেডেল লাভ কৰে। এই মেডেলটো কলিকতা বিশ্ববিদ্যালয়ত অৰ্থনীতিত প্ৰথম হোৱাজনক বাৰ্ষিক দি থকা হৈছিল। এতিয়া আছে নে নাই নাজানো।

ইতিমধ্যে দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। চাকৰিৰ হাঁহাকাৰ। দাদাৰ লগৰেই আন এজন অতি মেধাবী ছাত্ৰ প্ৰয়াত জীবেন্দ্ৰ নাথ দাস ডাঙৰীয়াই বহুকষ্টে চবডেপুটি কলেক্টৰ হৈ সোমাল। তেনেতেই এদিন মোক কৈছিল যে দাদাকো হেনো সেই চাকৰিৰ বাবে চেষ্টা কৰিবলৈ কৈছিল। কিন্তু উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যোৱাৰ হেঁপাহ থকা বাবে দাদাই চৰকাৰী চাকৰিলৈ তেতিয়াই যাবলৈ ইচ্ছা নকৰিলে। কোম্পানীৰ চাকৰিত সোমাই বাহিৰলৈ যোৱাৰ চেষ্টাত মাদ্ৰাজ আৰু বাঙ্গালোৰত কিছুদিন ঘুৰিফুৰা সময়তে যুদ্ধ যেতিয়া তীব্ৰতৰ হৈ আহিল, আৰু ব্যক্তিগত অসুবিধাৰ বাবে এম. এ. পঢ়িবলৈও যাব নোৱাৰিলে, দাদাই তেতিয়া আন একো উপায় নাপাই Assam Secretariat Services Examination দি তাত প্ৰথম স্থান পাই ছিলঙত কামত সোমায়।

আমাৰ ডাঙৰ দাদা প্ৰয়াত ভদ্ৰ শৰ্ম্মা আৰু আইয়ে প্ৰায়েই আমাক কৈছিল যে বিদেশলৈ গৈ অধ্যয়ন কৰিবলৈ দাদাৰ একান্ত ইচ্ছা আছিল আৰু সকলো সময়তে তাকেই কৈ থাকি কেতিয়াবা আমনি লগাই দিছিল। আজিকালিহে

বিদেশলৈ যোৱাটো সাধাৰণ কথা হৈ পৰিল, কিন্তু ত্ৰিশৰ দশকত সি এটা সপোনৰ দৰেহে আছিল।

ছিলঙত কামত সোমোৱাৰ পিছত সাহিত্য সাধনাৰ বাবে দাদাই বৃহত্তৰ পৰিৱেশ এটা পালে। তাতেই বিভিন্ন বিভাগত কাম কৰি থকা কেইবাজনো ডেকা ল'ৰা লগ হৈ 'মুকুল সংঘ' স্থাপন কৰে। দাদা আৰম্ভণীৰে পৰা সেই সংঘৰ সভ্য আৰু তাৰ উন্নতিৰ হকে দেহেকেহে লাগি আছিল। 'মুকুল সংঘ' নামটোও দাদাই দিয়া। দাদাই এদিন কৈছিল যে যেতিয়া সংঘটোৰ নাম কি দিয়া হ'ব সেই বিষয়ে সভ্যসকলে ভবাগুণা কৰি আছিল, দাদাই দিয়া সেই নামটোকেই সকলোৱে গ্ৰহণ কৰিলে। মুকুল সংঘই অসমৰ সাহিত্য-সংস্কৃতিলৈ যোগোৱা অৰিহণা সৰ্ব্বজন বিদিত। তাৰ নিয়মীয়া সভাবোৰত প্ৰায় প্ৰত্যেকেই নিজ নিজ লিখা পাঠ কৰিছিল। দাদাই লিখা প্ৰায়বোৰ প্ৰবন্ধ, গল্প মুকুল সংঘত পঠিত। সেই সময়তেই দাদাই খাছীয়াসকলৰ জীৱনধাৰণ, সংস্কৃতি আদিৰ বিষয়ে বিস্তৰ অধ্যয়ন কৰিছিল। খাছীয়াসকলৰ নংক্ৰেম নাচৰ বিষয়ে দাদাই বিশেষ আলোকপাত কৰি বহুতো লিখা এৰি থৈ গৈছিল। কিন্তু মৃত্যুৰ পিছত সেইবোৰ ক'লৈ গ'ল একো গম নাপাওঁ। সেই নাচবোৰৰ বিভিন্ন ভঙ্গীৰ ওপৰত উঠোৱা কিছুমান ফটো এতিয়াও আমাৰ হাতত আছে। 'খাছীয়া সাধু' নাম দি দাদাই সেই সময়ত লিখা বহুতো সাধু (খাছীসকলৰ মাজত প্ৰচলিত সাধুবোৰ) সেই সময়ৰ দৈনিক অসমীয়া কাগজত নিয়মীয়াকৈ প্ৰকাশ হৈছিল। সেই আটাইবোৰ গল্প সংকলন কৰি কিতাপ এখন উলিয়াম বুলি যুগুত কৰিও থৈছিল। কিন্তু মহাকালে দাদাক লৈ গ'ল। দাদাৰ মৃত্যুৰ বহু বছৰ পিছত মই চাকৰিত সোমায়েই ছপাই উলিয়াম বুলি ভাবি সেই সময়ত শিৱসাগৰত থকা শ্ৰীযুত বীৰেণ বৰকটকী দাদাক পাণ্ডুলিপিখনত চকুফুৰাই দিবলৈ কৈছিলোঁগৈ। কিন্তু কোনোবা সাহিত্যিকে বীৰেণদাৰ টেবুলৰ পৰা পাণ্ডুলিপিখন চুৰ কৰি লৈ গ'ল। সেইয়া প্ৰায় ১৯৫৯/৬০ চনৰ কথা। তাৰ বহুদিন পিছত খাছীয়াৰ সাধু নাম দি অসমৰ দুই-এখন কাগজত তেনে ধৰণৰ গল্প কিছুমান বিভিন্ন নামত প্ৰকাশ হোৱা দেখিছিলো। দাদাৰ ভাষাৰ লগত সেইবোৰৰ তেনেই মিল আছিল। পিছে আৰু একো খবৰ নকৰিলো। শ্ৰীযুত বীৰেণদাৰ পত্নীৰ নাম গৌৰী। তেওঁ দাদাৰ খুলশালী। দাদাৰ বিষয়ে লিখোতে গৌৰীৰ কথা নিলিখিলে কিছু বিষয় অসম্পূৰ্ণ হৈ থাকিব। দাদাই গৌৰীক অতিকৈ মৰম কৰিছিল আৰু তেওঁলৈ লিখা প্ৰত্যেকখন চিঠিত আছিল দেশ-বিদেশৰ কথা, নানাজন দেশপ্ৰেমী লোক তথা বিখ্যাত নেতাসকলৰ কথা। সেই চিঠিবোৰৰ মাজতেই দাদাই লিখিবলৈ

বদলি হয় (১৯২৮ চনত) তেতিয়া অষ্টম মান শ্ৰেণীত পঢ়ি থকা সময়ত খুৰাই দাদাকো নলবাৰীলৈ লৈ যায় আৰু তাৰ উচ্চ ইংৰাজী বিদ্যালয়ত নাম লগাই দিয়ে। নলবাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰাই দাদাই মেট্ৰিকত প্ৰথম বিভাগত উত্তীৰ্ণ হয় আৰু বৃত্তিও পায়। কটন কলেজত ১৯৩২ চনত ভৰ্ত্তি হোৱাৰ পিছতেই তৰ্কসভাত যোগ দি শিক্ষকসকলৰ চকুত পৰে। কলেজীয়া জীৱনত দাদাই কলেজ পুথিভঁৰাল আৰু সেই সময়ৰ কাৰ্জন হল পুথিভঁৰালৰ প্ৰায়বোৰ কিতাপ পঢ়ি শেষ কৰে। কলেজত পঢ়ি থকা সময়ত দাদাই 'বাঁহী' আৰু 'জয়ন্তী' আলোচনীত কিবা-কিবি লিখি আছিল। জয়ন্তীত প্ৰকাশ হোৱা "গান্ধীজীৰ জীৱনত কিতাপৰ প্ৰভাৱ" নামৰ প্ৰবন্ধটো মই পঢ়া মনত পৰে। ১৯৩৭ চনত আলিগড়ত ভাৰত ছাত্ৰ সন্থাৰ দ্বাৰা আয়োজিত সৰ্ব্ব-ভাৰতীয় তৰ্কপ্ৰতিযোগিতাত কলিকতা বিশ্ববিদ্যালয়ক প্ৰতিনিধিত্ব কৰি দাদা আৰু তেখেতৰ সহপাঠী শ্ৰীযুত নাৰায়ণ বেজবৰুৱা দুয়ো পুৰস্কৃত হৈছিল।

দাদাই ১৯৩৭ চনত অৰ্থনীতিত অনাৰ্চসহ বি. এ. পাচ কৰে। সেইবাৰ প্ৰথম শ্ৰেণী কোনেও পোৱা নাছিল। দাদা দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান পাই প্ৰতিভা দেৱী সোঁৱৰণী মেডেল লাভ কৰে। এই মেডেলটো কলিকতা বিশ্ববিদ্যালয়ত অৰ্থনীতিত প্ৰথম হোৱাজনক বাৰ্ষিক দি থকা হৈছিল। এতিয়া আছে নে নাই নাজানো।

ইতিমধ্যে দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। চাকৰিৰ হাঁহাকাৰ। দাদাৰ লগৰেই আন এজন অতি মেধাবী ছাত্ৰ প্ৰয়াত জীবেন্দ্ৰ নাথ দাস ডাঙৰীয়াই বহুকষ্টে চবডেপুটি কলেক্টৰ হৈ সোমাল। তেনেতেই এদিন মোক কৈছিল যে দাদাকো হেনো সেই চাকৰিৰ বাবে চেষ্টা কৰিবলৈ কৈছিল। কিন্তু উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যোৱাৰ হেঁপাহ থকা বাবে দাদাই চৰকাৰী চাকৰিলৈ তেতিয়াই যাবলৈ ইচ্ছা নকৰিলে। কোম্পানীৰ চাকৰিত সোমাই বাহিৰলৈ যোৱাৰ চেষ্টাত মাদ্ৰাজ আৰু বাঙ্গালোৰত কিছুদিন ঘূৰিফুৰা সময়তে যুদ্ধ যেতিয়া তীব্ৰতৰ হৈ আহিল, আৰু ব্যক্তিগত অসুবিধাৰ বাবে এম. এ. পঢ়িবলৈও যাব নোৱাৰিলে, দাদাই তেতিয়া আন একো উপায় নাপাই Assam Secretariat Services Examination দি তাত প্ৰথম স্থান পাই ছিলঙত কামত সোমায়।

আমাৰ ডাঙৰ দাদা প্ৰয়াত ভদ্ৰ শৰ্ম্মা আৰু আইয়ে প্ৰায়েই আমাক কৈছিল যে বিদেশলৈ গৈ অধ্যয়ন কৰিবলৈ দাদাৰ একান্ত ইচ্ছা আছিল আৰু সকলো সময়তে তাকেই কৈ থাকি কেতিয়াবা আমনি লগাই দিছিল। আজিকালিহে

বিদেশলৈ যোৱাটো সাধাৰণ কথা হৈ পৰিল, কিন্তু ত্ৰিশৰ দশকত সি এটা সপোনৰ দৰেহে আছিল।

ছিলঙত কামত সোমোৱাৰ পিছত সাহিত্য সাধনাৰ বাবে দাদাই বৃহত্তৰ পৰিৱেশ এটা পালে। তাতেই বিভিন্ন বিভাগত কাম কৰি থকা কেইবাজনো ডেকা ল'ৰা লগ হৈ 'মুকুল সংঘ' স্থাপন কৰে। দাদা আৰম্ভণীৰে পৰা সেই সংঘৰ সভ্য আৰু তাৰ উন্নতিৰ হকে দেহেকেহে লাগি আছিল। 'মুকুল সংঘ' নামটোও দাদাই দিয়া। দাদাই এদিন কৈছিল যে যেতিয়া সংঘটোৰ নাম কি দিয়া হ'ব সেই বিষয়ে সভ্যসকলে ভবাগুণা কৰি আছিল, দাদাই দিয়া সেই নামটোকেই সকলোৱে গ্ৰহণ কৰিলে। মুকুল সংঘই অসমৰ সাহিত্য-সংস্কৃতিলৈ যোগোৱা অৰিহণা সৰ্ব্বজন বিদিত। তাৰ নিয়মীয়া সভাবোৰত প্ৰায় প্ৰত্যেকেই নিজ নিজ লিখা পাঠ কৰিছিল। দাদাই লিখা প্ৰায়বোৰ প্ৰবন্ধ, গল্প মুকুল সংঘত পঠিত। সেই সময়তেই দাদাই খাছীয়াসকলৰ জীৱনধাৰণ, সংস্কৃতি আদিৰ বিষয়ে বিস্তৰ অধ্যয়ন কৰিছিল। খাছীয়াসকলৰ নংক্ৰেম নাচৰ বিষয়ে দাদাই বিশেষ আলোকপাত কৰি বহুতো লিখা এৰি থৈ গৈছিল। কিন্তু মৃত্যুৰ পিছত সেইবোৰ ক'লৈ গ'ল একো গম নাপাওঁ। সেই নাচবোৰৰ বিভিন্ন ভঙ্গীৰ ওপৰত উঠোৱা কিছুমান ফটো এতিয়াও আমাৰ হাতত আছে। 'খাছীয়া সাধু' নাম দি দাদাই সেই সময়ত লিখা বহুতো সাধু (খাছীসকলৰ মাজত প্ৰচলিত সাধুবোৰ) সেই সময়ৰ দৈনিক অসমীয়া কাগজত নিয়মীয়াকৈ প্ৰকাশ হৈছিল। সেই আটাইবোৰ গল্প সংকলন কৰি কিতাপ এখন উলিয়াম বুলি যুগুত কৰিও থৈছিল। কিন্তু মহাকালে দাদাক লৈ গ'ল। দাদাৰ মৃত্যুৰ বহু বছৰ পিছত মই চাকৰিত সোমায়েই ছপাই উলিয়াম বুলি ভাবি সেই সময়ত শিৱসাগৰত থকা শ্ৰীযুত বীৰেণ বৰকটকী দাদাক পাণ্ডুলিপিখনত চকুফুৰাই দিবলৈ কৈছিলোঁগে। কিন্তু কোনোবা সাহিত্যিকে বীৰেণদাৰ টেবুলৰ পৰা পাণ্ডুলিপিখন চুৰ কৰি লৈ গ'ল। সেইয়া প্ৰায় ১৯৫৯/৬০ চনৰ কথা। তাৰ বহুদিন পিছত খাছীয়াৰ সাধু নাম দি অসমৰ দুই-এখন কাগজত তেনে ধৰণৰ গল্প কিছুমান বিভিন্ন নামত প্ৰকাশ হোৱা দেখিছিলো। দাদাৰ ভাষাৰ লগত সেইবোৰৰ তেনেই মিল আছিল। পিছে আৰু একো খবৰ নকৰিলো। শ্ৰীযুত বীৰেণদাৰ পত্নীৰ নাম গৌৰী। তেওঁ দাদাৰ খুলশালী। দাদাৰ বিষয়ে লিখোতে গৌৰীৰ কথা নিলিখিলে কিছু বিষয় অসম্পূৰ্ণ হৈ থাকিব। দাদাই গৌৰীক অতিকৈ মৰম কৰিছিল আৰু তেওঁলৈ লিখা প্ৰত্যেকখন চিঠিত আছিল দেশ-বিদেশৰ কথা, নানাজন দেশপ্ৰেমী লোক তথা বিখ্যাত নেতাসকলৰ কথা। সেই চিঠিবোৰৰ মাজতেই দাদাই লিখিবলৈ

ল'লে নিজৰ জীৱনক তুচ্ছ জ্ঞান কৰি ভাৰতৰ স্বাধীনতাৰ হকে যুঁজ দিয়া ঝাঁচিৰ ৰাণী লক্ষ্মীবাঈ, বিজয়লক্ষ্মী পণ্ডিত, অৰুণা আচফ আলি আদি বীৰাঙ্গণাসকলৰ জীৱনী। সেইবোৰকেই একেলগ কৰি দাদাৰ প্ৰথমখন কিতাপ 'ভিনদেউৰ চিঠি' ছপা হৈ ওলায় ১৯৪৭ চনৰ আগভাগত দাদাৰ অকাল মৃত্যুৰ আগে আগে। কিন্তু তাতো ঘটিল অন্য এক অঘটন। ১৯৪৬ চনত ভাৰতত আৰম্ভ হোৱা সাম্প্ৰদায়িক সংঘৰ্ষ, আৰু বিশেষকৈ নোৱাখালিৰ কলংকিত গণহত্যাৰ ঢৌ অসমতো আহি বিয়পি পৰিছিল। 'ভিনদেউৰ চিঠি' ছপাবলৈ দিছিল ঢাকাৰ কোনোবা এটা প্ৰেছত। ঢাকা তথা এতিয়াৰ বাংলাদেশ তেতিয়া অসমৰ ভিতৰতেই আছিল। নোৱাখালিৰ সংঘৰ্ষৰ ফলশ্ৰুতি হিচাবে ঢাকাত যেতিয়া সাম্প্ৰদায়িক সংঘৰ্ষ আৰম্ভ হ'ল, তেতিয়া কোনোবা দুৰ্বৃত্তই সেই প্ৰেছতো জ্বলাই দিয়াত ছপা হৈ উলিয়াই ৰখা সেই কিতাপবোৰ পৰি চাৰখাৰ হ'ল। প্ৰেছৰ পৰা প্ৰথমতে মাত্ৰ কেইখনমান কিতাপহে আগতীয়া হিচাবে দাদালৈ পঠিয়াইছিল। তাৰ পিছতেই দাদা নাইকীয়া হোৱাত কিতাপবোৰ আৰু নতুনকৈ ছপা কৰি অনোৱা নহ'ল। সেইখনৰেই এখন ক'ৰবাত বিচাৰি পাই বীৰেণ বৰকটকী দাদাই আনি ৰাখিছিল। কিন্তু অলপতে লগ পোৱাত বীৰেণদাই দুখেৰে ক'লে যে সেইখনো তেখেতৰ ঘৰৰ পৰা নাইকীয়া হ'ল। এইখিনিতেই কৈ থব খুজিছো যে প্ৰখ্যাত শিক্ষাবিদ, সু-সাহিত্যিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বীৰেণ বৰকটকী দাদাৰ লগত গৌৰীৰ বিয়া হয়।

ভুবন দাদাৰ আন এখন কিতাপ যুগুত কৰি ৰাখিছিল 'সাধনা আৰু সংস্কৃতি' নাম দি। দাদাৰ মৃত্যুৰ পিছত মোৰ বৌ আৰু দাদাৰ বিধবা পত্নী উমা দেৱীয়ে ১৯৪৮ চনত "সাধনা আৰু সংস্কৃতি" কিতাপখন ছপা কৰি উলিয়ায়। অতি উৎকৃষ্ট মানৰ এই কিতাপখনৰ বিষয়ে ১৯৪৮ চনৰ ২০ জুন তাৰিখে সেই সময়ৰ দেওবৰীয়া সংখ্যা অসমীয়া কাগজখনত এইদৰে সমালোচনা এটা ওলাইছিল—

'সাধনা আৰু সংস্কৃতি', লিখক ভুবন চন্দ্ৰ শৰ্ম্মা, প্ৰকাশিকা শ্ৰীমতী উমা দেৱী, জগদুৱাৰ বাগিচা, টিয়ক।

"পৰিবৰ্ত্তনৰ গতি কোবাল হ'লে মানুহে সমাজৰ সমস্যা বিলাক নতুন চকুৰে চাবলৈ শিকে। এই পুথিখনতো লিখকৰ চিন্তাশীলতা আৰু সামাজিক মনোভাব সুস্পষ্টকৈ ফুটি ওলাইছে। নিজৰ দেশৰ সাধনাৰ লক্ষ্য কি, স্ব-জাতিৰ সংস্কৃতিৰ কি স্বৰূপ, এইবিলাক বিষয়ে ভালকৈ জনা থাকিলেহে বিদেশ আৰু

বিদেশৰ পৰা নিজক জাহ নিদিয়াকৈ সংস্কাৰৰ আৰ্হি আৰু ভাব আহৰণ কৰিবলৈ সুচল হয়। এই কথাটো গমি চায়েই স্বৰ্গীয় ভুবন শৰ্ম্মাই ভাৰতীয় সাধনা, আমাৰ সংস্কৃতি, গান্ধীজীৰ দান আদি বিষয়ে আলোচনা কৰিবলৈ চেষ্টা কৰিছিল। লিখকৰ ৰচনা প্ৰণালী বৰ সৰল আৰু মনোগ্ৰাহী। এই ধৰণৰ কিতাপ অসমীয়াত এয়েই প্ৰথম বুলিব পাৰি। আকস্মিকভাবে অকালতে লয় পোৱা আদৰ্শবাদী ভুবন শৰ্ম্মাৰ কিতাপখন তেখেতৰ বিধবা পত্নীৰ উদ্যোগত পাই আমি সন্তোষ পাইছো।"

—শ্ৰীপ্ৰফুল্ল গোস্বামী।

'বাপুজীৰ কথা' নামৰ আন এখন কিতাপ দাদাই প্ৰেছত দিবৰ কাৰণে সাজু কৰি থৈছিল। দাদা ঢুকুৱাৰ পিছত তাৰ পাণ্ডুলিপিটো কি হ'ল তাকো ক'ব নোৱাৰিলো। সেইদৰেই মুকুল সংঘত পাঠ কৰা বহুতো প্ৰবন্ধ, গল্প, বিভিন্ন বাতৰি কাগজ আৰু আলোচনীত নিয়মীয়াকৈ প্ৰকাশিত প্ৰবন্ধাদি কি হ'ল তাৰো গম নাপাওঁ।

দাদা যদিও অৰ্থনীতিৰহে ছাত্ৰ আছিল, তেখেতৰ অধ্যয়নৰ বিষয়বস্তু আছিল বিশেষকৈ দৰ্শন আৰু সংস্কৃত সাহিত্যৰ ওপৰতহে বেছি। ৰুছ, ভল্টেয়াৰ, কাৰ্লমাৰ্ক্স আৰু ৰুচ দেশৰ চিন্তাধাৰাৰ ওপৰত দাদাৰ আছিল অগাধ পাণ্ডিত্য। ইংৰাজী ভাষাৰ ওপৰত দাদাৰ আধিপত্য আছিল অতি বেছি। সেই সময়ত ইংৰাজী উচ্চাৰণত নাম থকা এজন ছাত্ৰ হিচাবেই ১৯৩৭ চনত পণ্ডিত জৱাহৰলাল নেহেৰু ছিপাঝাৰলৈ আহোতে তাত বহা সভাখনত আদৰণি ভাষণ পঢ়ি দিবলৈ দাদাক গুৱাহাটীৰ পৰা লৈ যোৱা হৈছিল হেনো। এই কথাটো শ্ৰীযুত পঞ্চানন চহৰীয়া দাদাৰ পৰা শুনা। মৃত্যুৰ আগে আগে ১৯৪৭ চনত ডিব্ৰুগড়ত বহা অসম সাহিত্য সভালৈ মুকুল সংঘৰ প্ৰতিনিধি হিচাবে দাদা গৈ যোগদান কৰিছিল।

দাদাৰ বিয়া হৈছিল ১৯৪০ চনত যোৰহাটৰ জগদুৱাৰ বাগিছাৰ অন্যতম মালিক প্ৰয়াত যদুনাথ খাউণ্ডৰ জীয়ৰী শ্ৰীযুতা উমা দেৱীৰ লগত। তেওঁলোকৰ বৈবাহিক জীৱন অতি সুখৰ আছিল। দাদাৰ লিখা-পঢ়া আৰু চাকৰিৰ সকলো কামকাজতে বৌৱে উৎসাহ দেখুৱাই সুখী জীৱন-যাপন কৰিছিল। প্ৰথম জীয়ৰী বুলবুলি (পূৰ্ণিমা শৰ্ম্মা) আৰু পুত্ৰ দুলুমণিৰ জন্মৰ পিছত দুৰ্ভগীয়া জীয়ৰী মাতৃগৰ্ভত থাকোতেই দাদাক কালে লৈ গ'ল। বেচেৰী মাধুৰীয়ে দেউতাকক দেখাই নাপালে।

১৯৪২ চনত আমাৰ বাপাইৰ মৃত্যু হয় যথেষ্ট কম বয়সতে। সেইবাৰ মই হাইস্কুলৰ তৃতীয় বৰ্গত নাম লগাইছো মাত্ৰ। ঘৰলৈ আহোতে দাদাই কোৱা মনত আছে যে London School of Economicsত পঢ়িবৰ বাবে এটা বৃত্তি প্ৰায় যোগাৰ হৈছিলেই যদিও উত্তৰ প্ৰদেশৰ ফালৰ কোনোবা এজনে ৰাজনৈতিক হেঁচা দি সেই বৃত্তিটো লৈ বিলাতলৈ গ'ল। দাদাই চাৰ ছাদুল্লা চাহাবক লগ ধৰি অসুবিধাটোৰ কথা কোৱাত তেখেতে হেনো আশ্বাস দিছিল যে "তোমাৰ দৰে মেধাবী ল'ৰা এজনক আমি নিশ্চয় সুবিধা কৰি দিম।" তাৰ পিছতো কিন্তু একো নহ'ল। ইতিমধ্যে স্বাধীনতা আন্দোলনৰ জুই জ্বলি আহিছিল। ১৯৪৬ চনৰ শেষৰ ফালে দাদাই গোপীনাথ বৰদলৈক লগ ধৰিলত তেখেতে ক'লে যে "১৯৪৭ চনৰ মাজভাগত ভাৰতক স্বাধীনতা প্ৰদান কৰাৰ কথা চলিছে। তাৰ পিছতেই তোমাক কিবা এটা কৰি দিম।" ১৯৪৭ চনৰ জুন মাহত আমাৰ স্কুলৰ গৰমৰ বন্ধৰ সময়ত ছিলঙলৈ গৈ দাদাৰ লাইটুমখ্ৰাৰ ঘৰত প্ৰায় এমাহ থকাৰ সময়তে দাদাই কৈছিল যে অক্টোবৰ/নবেম্বৰ মাহতেই আমেৰিকালৈ উচ্চশিক্ষাৰ বাবে এটা সুবিধা ওলাব। সেই সময়তেই বৌৰ পৰা জানিলো যে প্ৰয়াত মনোৰঞ্জন শাস্ত্ৰীৰ লগত দাদাৰ গভীৰ বন্ধুত্ব আছিল। শাস্ত্ৰী ডাঙৰীয়া ছিলঙলৈ গ'লে দাদাৰ ঘৰতেই আছিল আৰু নিতৌ গধুলি অন্যান্য আন কেইজনমান সাহিত্যপ্ৰেমী লোক আহি তাতেই নানা বিষয়ৰ শাস্ত্ৰাদিৰ আলোচনা কৰিছিল। সেইকেইদিনতেই দাদাই মোক লাবান টেনিচ ক্লাবলৈ প্ৰায়েই লৈ গৈছিল। দাদা ফুটবল খেলুৱৈও আছিল যদিও পিছলৈ ভাল টেনিচ খেলুৱৈ হৈছিলগৈ। যুদ্ধৰ সময়ত মৰি যোৱা লাবান টেনিচ ক্লাবটো দুজনমান বন্ধুৰ লগ হৈ দাদাই হেনো পুনৰুজ্জীৱিত কৰিছিল।

মোৰ জীৱন গঢ় দিয়া মানুহজন আছিল ভূবন দাদা। পৰীক্ষাত প্ৰথম হোৱা বুলি খবৰ পোৱাৰ লগে লগেই উপহাৰ হিচাবে পাইছিলো একোটাকৈ কিতাপৰ ডাঙৰ টোপোলা। সেইবোৰৰ ভিতৰত কেতিয়াবা আহিছিল ৰবীন্দ্ৰনাথ ঠাকুৰৰ My boyhood days, জৱহাৰলাল নেহেৰুৰ Letters to a daughter from her father, Discovery of India, গান্ধীজীৰ My experiment with truth, গীতা ভাষ্য, চৰ্দাৰ পেটেল আৰু ৰাজেন্দ্ৰ প্ৰসাদৰ ওপৰত সেই সময়ত ওলোৱা কিতাপবোৰ, আৰু যে ক'ত কি! সেইবোৰৰ পৰাই মোৰো কিতাপ পঢ়াৰ আগ্ৰহ বাঢ়ি গৈছিল। দুৰ্ভাগ্যৰ বিষয় মই হাইস্কুলৰ অষ্টমমান শ্ৰেণীতেই ছপা কৰি উলিওৱা 'ভূতৰ দেশ'ত নামৰ কিতাপখন দাদাই দেখা পাই নগ'ল। তাৰ পিছত প্ৰকাশ কৰা পাব্লিকেইশ্বন কিতাপ ওলোৱাৰ পৰত সদায়

দাদালৈ মনত পৰিছিল. কিয়নো লিখা-পঢ়াৰ আগ্ৰহটো দাদাৰ পৰাই মই পাইছিলো। এইখিনিতে একান্ত ব্যক্তিগত যদিও দাদাই মোলৈ লিখা এখন মাত্ৰ চিঠিৰ কথা উল্লেখ কৰিলো ঃ

মৰমৰ প্ৰসন্ন, ছিলং, ১৭/২/৪৭

তোমাৰ চিঠি পালো। তুমি পৰীক্ষাত প্ৰথম হোৱা বুলি শুনি অতি আনন্দ পালো। কিতাপকেইখনমান পঠিয়ালো। পিছত আকৌ কেইখনমান পঠিয়াম। এইদৰে মনোযোগ দি পঢ়ি থাকা। আজিকালিৰ দিনকাল আগতকৈ বহুত ভাল হৈছে। বিদেশত শিক্ষা লাভ কৰিবলৈ বহুত সুযোগ ওলাইছে। বিদেশত শিক্ষা লাভ মোৰ ভাগ্যত নঘটিল। মই আশা কৰো তুমি এইদৰে মনোযোগ দি পঢ়ি থাকিলে নিশ্চয় এসময়ত যাব পাৰিবা। পঢ়-শুনাত নাম কৰিব পাৰিলে তুমি সমাজত সন্মান পাবা। তোমাৰ নাম বৈ যাব। আমাৰ পৰিয়ালটোৰ ভিতৰত তুমি যাতে সুখ্যাতি অৰ্জ্জন কৰিব পাৰা তাৰ বাবে মই সদায়েই আশীৰ্ব্বাদ দি আছো।.................... ইত্যাদি

আশীৰ্ব্বাদক

'দাদা'

চিঠিখনত বিদেশত যাব নোৱাৰাৰ বাবে হতাশাৰ ভাব এটা আছিল যদিও ১৯৪৭ চনৰেই অক্টোবৰ মাহত খবৰ ওলাল যে আমেৰিকালৈ Co-operative managementৰ বিষয়ে উচ্চ শিক্ষাৰ বাবে দুবছৰৰ কাৰণে দাদাই বৃত্তি এটা পাইছে, আৰু ডিছেম্বৰ মাহৰ দুই তাৰিখে যাত্ৰা কৰিব লাগিব।

শেষৰ দিনকেইটা ঃ

সেই বছৰতেই দুৰ্গা পূজাৰ বন্ধত সপৰিয়ালে দাদা ঘৰলৈ আহিল ইতিমধ্যে কাৰ্য্যালয়ৰ পৰা দাদাই খবৰটো পাইছিল যে আমেৰিকালৈ যাবলৈ দাদা বাচনি পৰীক্ষাত প্ৰথম হৈ নিৰ্ব্বাচিত হৈছে আৰু তৎকালীন ভাবে যাত্ৰা কৰিব লাগিব। চৰকাৰৰ পৰা চিঠিখন অৱশ্যে হাতত পৰাহি নাই। পূজাৰ পিছতেই বৌক জগদুৱাৰৰ বাগিচাৰ ঘৰত বুলবুলি আৰু দুলুৰ সৈতে থৈ গ'ল। মাধুৰী তেতিয়া মাকৰ গৰ্ভত।

নবেম্বৰ মাহৰ ১২ তাৰিখে টেলিগ্ৰাম পিয়নজনে মোৰ হাততেই টেলিগ্ৰাম এখন দিলেহি। পিয়নজন আমাৰ চিনাকি। মঙ্গলদৈ সৰু ঠাই, তাতেই সেই

সময়তেই যে দাদা বিদেশলৈ যাব সেই কথা ডাকঘৰৰ আটাইয়ে খবৰ পাইছিল। টেলিগ্ৰামখনৰ ভিতৰত কি লিখা আছিল পিয়নজনেও জানিছিল। সেইখন খোলাৰ আগতেই তেওঁ আইক ক'লে— "ডাঙৰ বৌ। ভোজ এটা খুৱাব লাগিব। ভাল খবৰ আনিছো। এতিয়া আন কাম আছে, মই যাওঁ।" তেওঁ যোৱাৰ লগে লগে টেলিগ্ৰামখন খুলিলো। তাত আছিল— "Thank God, scholarship awarded to go abroad, letter follows" ঘৰত আৰু বংশ-পৰিয়ালৰ আটাইৰে আনন্দ, উলহ-মালহ। আইয়ে নাচিবই যেন—পুতেক বিলাতলৈ যাব। ডাঙৰ মানুহ হৈ ঘূৰি আহিব। তাৰ দুদিনমান পিছতেই আমাৰ ডাঙৰ দাদা ভদ্ৰ শৰ্ম্মালৈ লিখা চিঠিখনো আহি পালে ঃ

পূজনীয় দাদা,

............। মোৰ বৃত্তিটো মঞ্জুৰ হ'ল। টেলিগ্ৰাম বোধকৰো পাইছে। ডিচেম্বৰৰ ভিতৰতে বোধহয় যাব লাগিব। যোৱাৰ আগতে ঘৰলৈ গৈ দেৱীপূজা এভাগ কৰিব লাগিব। সকলো যা-যোগাৰ কৰি থয় যেন। ইতি —

'ভুবন'

দাদাইঁতে আনন্দত দেৱীপূজাৰ আয়োজন কৰিলে। পঞ্জিকা চাই দিন থিক কৰিলে। কিন্তু বিধাতাৰ ইচ্ছা আছিল বেলেগ ধৰণৰ।

দুদিনমান পিছৰ কথা। সেইদিনা শনিবাৰ—নবেম্বৰ মাহৰ (১৯৪৭)২১ তাৰিখ। ৰাতিপুৱাই ঘৰৰ প্ৰধান দুৱাৰখনৰ তলেৰে যাওঁতে জেঠী এটা মোৰ বাওঁ কান্ধৰ ওপৰতে পৰিল। হাতেৰে টানি পেলাই দিওঁতে জেঠীটো আধামৰা হ'ল। কোনোৱে ক'লে অতি বেয়া লক্ষণ, দুই-একে ক'লে সি হেনো ভালৰ বাবেহে। যা হওক সেইবোৰ কথা। দুপৰীয়া ১২ মান বজাত চোতালত আই আৰু ঘৰৰ অন্যান্য পৰিয়ালৰ লগত ৰ'দ লৈ কথা-বাৰ্ত্তা পাতি আছো। প্ৰধান বিষয় দাদা বিদেশলৈ যোৱাটোহে। সেই সময়তেই সেই ৰাজেন পিয়নেই আহি আন এখন টেলিগ্ৰাম দিলেহি। এইবাৰ তেওঁৰ মুখখন গহীন। ডাকঘৰতে বোধহয় খবৰটো পাইছে। ভোজ খোৱাৰ কথা তেওঁ দেখোন সেইবাৰ নক'লে। টেলিগ্ৰামখন দিয়েই তেওঁ তৎক্ষণাত গুছি গ'ল। টেলিগ্ৰামখন ময়েই খুলিলো। তাত আহিছিল এটি সাংঘাটিক ধৰণৰ খবৰ ঃ

"Bhuban, while walking with Hem Sarma yesterday evening, knocked down by a jeep car and expired instantaneously."

হায় ভগৱান! এতিয়া কি কৰো! ওচৰতে থকা আটাইকে কথাটো ক'লো। আই ওচৰতে আছিল। মূৰ্চ্ছা গৈ চোতালতে বাগৰি পৰিল। সকলোৰে কন্দা-কটা, হুলস্থুল। ডাঙৰ দাদাও ইতিমধ্যে সাংঘাটিক মটৰ দুৰ্ঘটনা এটাত পতিত হৈ কোনোৰকমে মৃত্যু-মুখৰ পৰা বাচিছিল। দাদা সেইদিনাই ছিলঙলৈ বুলি ৰাওণা হ'ল। পিছত গম পালো যে আমাৰ আন এজন খুৰা প্ৰয়াত হেম চন্দ্ৰ শৰ্ম্মা (তেখেত তেতিয়া গুৱাহাটীত Income-Tax Officer হৈ আছিল) সেইদিনা ছিলঙলৈ গৈছিল। দাদাৰ লগত গধুলি লাইটুমখ্ৰাৰ গীৰ্জ্জা ঘৰৰ সন্মুখেৰে খোজকাঢ়ি ফুৰিবলৈ যাওঁতে পিছফালৰ পৰা অহা তীব্ৰবেগী জীপ এখনে দাদাক খুন্দা মাৰি বগৰাই দিলে। আমাৰ সৰু খুৰা প্ৰয়াত সীতাৰাম শৰ্ম্মা তেতিয়া ছিলঙতে ই. এ. চি. হৈ আছিল। খুৰাহঁতে আহি দাদাক ডাক্তৰখানালৈ লৈ গ'ল যদিও ইতিমধ্যে দাদাই ইহসংসাৰৰ পৰা বিদায় লৈছিল। ডাক্তৰ দাদা ঘূৰি অহাৰ পিছত শুনিছিলো যে আন যিগৰাকী প্ৰতিযোগি বিদেশলৈ যাবলৈ দ্বিতীয় স্থান পাইছিল, জীপগাড়ীখন তেওঁৰেই মামাকৰ। দাদা নোহোৱাৰ পিছত তেৰেঁই হেনো বিদেশলৈ গ'ল। প্ৰকৃত কথা একো নোলোল। দাদাহঁতে হেনো ঠিক কৰিলে যে মৰমৰ ভাইজনেই যেতিয়া নাইকীয়া হ'ল, সেইবোৰ বিচাৰ কৰিনো আৰু কি হ'ব!

আমাৰ বিধবা বৌ উমা দেবীয়ে দাদাৰ অবিহনে তিনিটি ল'ৰা-ছোৱালী ডাঙৰ কৰি সিহঁতক সংস্থাপিত কৰি যি ধৈৰ্যৰে যোৱা ৫৩/৫৪ বছৰ অতিক্ৰম কৰিছে সি শলাগিবলগীয়া। তেখেতসকল এতিয়া যোৰহাটত আছে।

খুলমূল ভাবে এইখিনি কথাৰেই দাদাৰ স্মৃতিচাৰণ কৰিলো। মই হাইস্কুলৰ তৃতীয় বৰ্গত থাকোতেই দেউতাক হেৰুৱাই জীৱনৰ যি প্ৰথম আঘাট পাইছিলো, তাৰ পিছত ভূবন দাদাৰ বিয়োগে আন এক আঘাট দিলে। তেতিয়াই ৰবি ঠাকুৰলৈ মনত পৰিছিল ঃ "দুখে যাদেৰ জীৱন গড়া, দুঃখ তাদেৰ কি ৰে?" হয়, সহ্য কৰি যোৱাৰ বাহিৰে আন উপায় নাই। ভূবন দাদাই সততে ইংৰাজী কথা এষাৰৰ উদ্ধৃতি দি কোৱা মনত পৰে ঃ "শান্ত সাগৰে হেনো পাকৈট নাবিক গঢ়িব নোৱাৰে।" হয়তো সেইবোৰ প্ৰতিবন্ধকেই আছিল মোৰ বাবে একো একোটা অগ্নিপৰীক্ষা। হয়তো মোৰ বাবে আশীৰ্ব্বাদ স্বৰূপ।

দাদা ইতিপূৰ্বে এবাৰ অতি আচৰিতভাৱে মৃত্যুমুখৰ পৰা বাচিছিল। ইংৰাজসকলে স্বাধীনতা প্ৰদান কৰিব বুলি ঘোষণা কৰাৰ লগতে থিক কৰিলে যে যিবোৰ ৰাজ্য ভাৰতৰ ভিতৰত নাথাকি পাকিস্তানৰ অন্তৰ্ভূক্ত হ'ব খোজে,

গণভোটৰ দ্বাৰা তাক স্থিৰ কৰা হ'ব। সেইবাবেই এতিয়াৰ বাংলাদেশ অৰ্থাৎ ছিলেট অঞ্চলতো গণভোটৰ ব্যৱস্থা কৰা হৈছিল। সেই ভোট দিয়া কাম চলাবলৈ ছিলং চেক্ৰেটৰীয়েটৰ পৰা অন্যান্য কিছুমান বিষয়াৰ লগত দাদাও যাবলগীয়া হ'ল। ইতিমধ্যে ছিলেটত সাম্প্ৰদায়িক সংঘৰ্ষৰ আৰম্ভ হৈছিল। সুৰমা নদীৰ বুকুৰে যোৱা অনেক গাওঁ আক্ৰমণ কৰি মুছলমান সম্প্ৰদায়ৰ লোকে হিন্দু মানুহ অনেক মাৰিছিল। কাম শেষ কৰি দাদাহঁত সুৰমা নদীৰে ঘূৰি আহিছে। নাৱৰীয়াকেইজন আৰু লগৰ বাকীকেইজন মুছলমান সম্প্ৰদায়ৰ। লগতে আছিল সেই সম্প্ৰদায়ৰ এম. এল. এ. এজন। ১৫/২০ জনীয়া গুণ্ডাৰ দল এটা আন এখন নাৱেৰে আহি দাদাহঁত অহা নাওঁখন ভেটি ধৰিলে আৰু হিন্দু মানুহ কোন কোন আছে ওলাই আহিবলৈ ক'লে। লগে লগে নাৱঁৰ ভিতৰত থকা এম. এল. এ. গৰাকী আৰু অন্যান্য লুঙী পিন্ধি থকা মুছলমান ভদ্ৰলোককেইজন ওলাই আহি ক'লে যে তাত হিন্দু মানুহ কোনো নাই, সকলো মুছলমান যাত্ৰীহে। তেতিয়াহে গুণ্ডা দলটোৱে নাওঁখন যাবলৈ দিলে। দাদাও সেইবাৰ মৃত্যুৰ পৰা বাচিল। সাম্প্ৰদায়িক সম্প্ৰীতিৰ বাবে সদায় আহ্বান দি থকা দাদাই তাৰ পিছত কেইবাটাও প্ৰবন্ধ আৰু বিভিন্ন ঠাইৰ সভা-সমিতিত সদায় কৈ ফুৰিছিল যে জাতি হিচাবে কোনো বেয়া নহয়। কু-কাৰ্য্যত লিপ্ত থকা লোক অতি কম। ৰাইজ একত্ৰিত হ'লে সাম্প্ৰদায়িকতাই কেতিয়াও গা কৰিব নোৱাৰে। ○

---

*শ্ৰীপ্ৰসন্ন কুমাৰ শৰ্ম্মা স্বৰ্গীয় ভুবন শৰ্ম্মাৰ ভাতৃ। এগৰাকী প্ৰবন্ধ লিখক।*

# ছিলং মুকুল সংঘৰ অতীত, বৰ্ত্তমান আৰু ভৱিষ্যত

বিভূতি বৰকটকী

লৰালি কালতে পঢ়িছিলো সাগৰৰ হেনো তলি আছে। তাত বহুতো মণি-মুকুতা আৰু ৰত্ন পোৱা যায় বুলি জনা যায়। একোটা জাতিৰ সাহিত্যও এক মহাসাগৰ বুলি ক'ব পাৰি। কিন্তু ইয়াৰ কোনো তলি নাই। সাহিত্যৰ গভীৰতা বাঢ়ি যায় সুচিন্তিত জ্ঞানৰ দ্বাৰা সৃষ্টি হোৱা ৰসাল লেখনিৰ যোগেদি।

ৰহস্যৰে ভৰা পৃথিৱীত জীয়াতু ভোগা জন-জীৱনৰ গতিশীলতাক সৌন্দৰ্যময়ী কৰি তোলা সাহিত্যই এক বিশেষ স্থান দখল কৰে। জনজীৱনৰ সুখ-দুখ, হাঁহি-কান্দোন এই সকলোবোৰৰ প্ৰতিচ্ছবি বাস্তৱ ৰূপত দাঙি ধৰাত সাহিত্যই সদায় সহায় কৰে।

এনে এটা সন্ধিক্ষণতে কেইজনমান সাহিত্য-সংস্কৃতি প্ৰেমীৰ গভীৰ উপলব্ধি আৰু অনুভূতিৰ সংমিশ্ৰণত জন্ম হৈছিল 'ছিলং মুকুল সংঘ' নামাকৰণেৰে এটি সাহিত্য আলোচনাৰ অনুষ্ঠান। ১৯৪৫ চনৰ পবিত্ৰ মকৰ সংক্ৰান্তিৰ দিনা আলোচনাৰ পাতনি মেলি সেই বছৰৰ ২১ জানুৱাৰীৰ দিনটো এই পবিত্ৰ অনুষ্ঠানৰ অঙ্কুৰিত হোৱাৰ দিন বুলি ধৰিব পাৰি। সেই সময়ৰ উৎসাহী তথা বৰেণ্য ব্যক্তিসকলৰ ভিতৰত শ্ৰীযুত অতুল চন্দ্ৰ বৰুৱা, ইতিমধ্যে প্ৰয়াত দেৱীচৰণ দাস ডাঙৰীয়া, শ্ৰীভদ্ৰকান্ত বৰুৱা আৰু প্ৰয়াত ভুবন শৰ্ম্মাৰ নাম প্ৰধানকৈ উল্লেখ কৰিব পাৰি।

প্ৰকৃতিৰ ৰাণী বুলি খ্যাত সেই সময়ৰ অবিভক্ত অসমৰ ৰাজধানী ছিলঙৰ হিমচেঁচা বতাহ আৰু শীতৰ সেমেকা পৰশত সাহিত্য সাধনা কৰাৰ কথা চিন্তা কৰাটো দূৰৰ কথা চৰকাৰী কাৰ্য্যালয় বিলাকতো কৰ্ম্মচাৰীৰ সংখ্যা একোটা সময়ত হ্ৰাস পাই আহে।

এনে এটা পৰিৱেশৰ মাজতে ছিলঙৰ লাইটুমখ্ৰা অঞ্চলত থকা সেই সময়ৰ 'ছানভিউ' নামৰ মেচত উপৰোক্ত বৰেণ্য ব্যক্তিসকলৰ সু-চিন্তিত গভীৰ জ্ঞানৰ দ্বাৰা অঙ্কুৰিত হোৱা সাহিত্যৰ অনুষ্ঠান 'ছিলং মুকুল সংঘ'।

ছিলং মুকুল সংঘৰ জন্মলগ্ন বিচাৰ কৰিলে দেখা যায় ১৪-১-৪৫ তাৰিখে দিনৰ এক বজাত আলোচনাৰ পাতনি মেলা হয় আৰু এইখনেই ছিলং মুকুল সংঘৰ প্ৰথম অধিবেশন বুলি ধৰা হ'লেও সেইদিনাৰ বৈঠকৰ এটি চমু বিবৰণী দাঙি ধৰা হ'ল।

**মুকুল সংঘ ঃ**

**প্ৰথম অধিবেশন (ছানভিউ মেচ) ১৪-১-৪৫ ইং (দেওবাৰ) ঃ**

দুপৰীয়া ছানভিউ মেচত বহি গল্প-গুজব কৰি আছে পাঁচজন বন্ধুৱে। সেই পাঁচজন হৈছে— দেবী চৰণ দাস, অতুল চন্দ্ৰ বৰুৱা, ভদ্ৰ বৰুৱা, তাৰা শইকীয়া আৰু সিদ্ধেশ্বৰ শৰ্ম্মা। কথা প্ৰসঙ্গত ওলাল দেওবাৰৰ দুপৰীয়াৰ সময়খিনি অনৰ্থক কটোৱাতকৈ আমি জানো কোনো সজ আলোচনাত কটাব নোৱাৰো? উত্তৰ আহিল—নিশ্চয় পাৰো। আটায়ে ভাবি ঠিক কৰিলে যে এটা সংঘ স্থাপন কৰিব লাগে আৰু তাৰ উদ্দেশ্য হ'ব লাগে গঠনমূলক আলোচনা। প্ৰত্যেক দেওবাৰে দিনৰ এক বজাৰ পৰা প্ৰায় এঘণ্টা কাল এনেবোৰ আলোচনা কৰিবলৈ স্থিৰ কৰি 'মুকুল সংঘ' স্থাপনৰ পৰিকল্পনা কৰা হয়।

যদিও এইখন মুকুল সংঘৰ প্ৰথম অধিবেশন বুলি ধৰা হৈছিল, মুকুল সংঘৰ প্ৰতিষ্ঠাৰ দিন দ্বিতীয় অধিবেশন অৰ্থাৎ ২১-১-৪৫ তাৰিখ দেওবাৰ দিনটোৱেই ধৰা হয়।

**দ্বিতীয় অধিবেশনৰ চমু বিবৰণী এনে ধৰণৰ ঃ**

দ্বিতীয় অধিবেশন, ছানভিউ মেচ, ২১-১-৪৫।

দ্বিতীয় অধিবেশনত আৰু দুই-এগৰাকী মানুহ আহি সংঘ স্থাপনৰ সংকল্পটো আৰু দৃঢ় কৰি তোলে। সেইদিনা যথাবিহিতভাৱে শ্ৰীযুত ভদ্ৰকান্ত বৰুৱাকেই সভাপতিৰ আসনত বহুৱাই সভাৰ কাৰ্য্য কিছু শৃঙ্খলাবদ্ধভাৱে আৰম্ভ কৰা হয়। সৰ্ব্বসন্মতিক্ৰমে শ্ৰীযুত অতুল চন্দ্ৰ বৰুৱাকেই সংঘৰ সম্পাদক নিযুক্ত কৰি সংঘৰ যাৱতীয় কাম কৰিবলৈ প্ৰস্তাৱ কৰা হয়। সংঘৰ নাম এই পৰ্য্যন্ত স্থিৰ নোহোৱা হেতুকে সভ্যসকলক এই বিষয়ে ভাবি-চিন্তি স্থিৰ কৰিবলৈ কোৱা হয়। সংঘৰ বৈঠক সাধাৰণতে ছানভিউ মেচতেই পাতি থাকিবলৈ স্থিৰ কৰা হয়। তৃতীয় বৈঠকত আলোচনা কৰিবৰ কাৰণে শ্ৰীযুত ভুবন চন্দ্ৰ শৰ্ম্মাদেৱে জ্ঞানৰ বিষয়ে এখন ৰচনা লিখি আনি পাঠ কৰিবলৈ স্বেচ্ছাই দায়িত্ব গ্ৰহণ

কৰে। উপস্থিত সভ্যসকল—

১। শ্ৰীদেৱী চৰণ দাস ২। শ্ৰীঅতুল চন্দ্ৰ বৰুৱা ৩। শ্ৰীভদ্ৰকান্ত বৰুৱা ৪। যামিনী গোস্বামী ৫। নীলিমা বৰা ৬। সিদ্ধেশ্বৰ শৰ্ম্মা ৭। ভুবন শৰ্ম্মা।

এই অধিবেশন যদিও মুকুল সংঘৰ দ্বিতীয় অধিবেশন বুলি ধৰা হয় এই অধিবেশনতে শৃংখলাবদ্ধভাৱে ছিলং মুকুল সংঘৰ আৰম্ভণিৰ সূচনা কৰা হয়।

ছিলং মুকুল সংঘ নামাকৰণৰ তাৎপৰ্য্য বিচাৰ কৰিলে এজন বৰেণ্য ব্যক্তি প্ৰয়াত ভুবন শৰ্ম্মাৰ নাম প্ৰধানকৈ শ্ৰদ্ধাৰে সুঁৱৰিব লাগিব এইকাৰণেই যে তেখেতৰ সু-চিন্তিত জ্ঞানেৰে বিচাৰ-বিবেচনা কৰি প্ৰস্তাৱ দাঙি ধৰিছিল যে এই অনুষ্ঠানটো অংকুৰিত হোৱা এপাহ ফুলৰ কোঁহ অৰ্থাৎ যাক মুকুল বুলি কোৱা হয়। আৰু সেই ফুলৰ কোঁহ প্ৰস্ফুটিত হোৱাৰ লগে লগে ইয়াৰ সুবাস দেশৰ চৌদিশে বিয়পি পৰিব। এনে এক দূৰদৃষ্টিসম্পন্ন মনোভাৱেৰে 'ছিলং মুকুল সংঘ' নামাকৰণৰ ইতিবাচক ফলাফল আজিও বিদ্যমান।

আটাইতকৈ মন কৰিবলগীয়া কথাটো হ'ল যে যিজন বৰেণ্য ব্যক্তি ছিলং মুকুল সংঘৰ প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীযুত অতুল চন্দ্ৰ বৰুৱাদেৱে অসম সাহিত্য সভাৰ নিচিনা মহান অনুষ্ঠানৰ সভাপতিৰ আসন অলঙ্কৃত কৰিছিল বিগত শুৱালকুছি (১৯৭৮ চন) অধিবেশনত। ছিলং মুকুল সংঘৰ বাবে ই এক গৌৰৱান্বিত অধ্যায় বুলি ক'ব পাৰি। আমি শ্ৰদ্ধেয় বৰুৱা দেৱৰ দীৰ্ঘ জীৱন কামনা কৰিছো।

শ্ৰীভদ্ৰ কান্ত বৰুৱা দেৱক ছিলং মুকুল সংঘৰ প্ৰথম সভাপতি বুলি ক'ব পাৰি।

এইখিনিতে এষাৰ কথা উল্লেখ কৰা প্ৰয়োজন যে ছিলং মুকুল সংঘৰ নিজাববীয়াকৈ কোনো নিয়মাৱলী অতীততো নাছিল আৰু বৰ্ত্তমানেও নাই যদিও এখন কাৰ্য্যনিৰ্ব্বাহক সমিতি সময়ে সময়ে গঠন কৰা হয়। সাধাৰণ পৰম্পৰা হিচাবে ছিলং মুকুল সংঘৰ বৈঠকলৈ কোনো নবাগতৰ প্ৰবেশ ঘটিলে সেইদিনাৰ বৈঠকৰ সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ নবাগতকেই অনুৰোধ কৰা হয়।

ছিলং মুকুল সংঘৰ অতীত ৰোমন্থন কৰিবলৈ হ'লে এক ঐতিহ্যপূৰ্ণ সোণালী অধ্যায়ৰ সূচনা বুলি ক'ব লাগিব এই কাৰণেই যে সময়ৰ প্ৰবাহমান গতিত যিসকল বৰেণ্য ব্যক্তি সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত ৰাজ্যিক পৰ্য্যায়ৰ পৰা আৰম্ভ কৰি ৰাষ্ট্ৰীয় পৰ্য্যায়লৈকে বিভিন্ন কৃতিত্ব পূৰ্ণ অলংকাৰেৰে বিভূষিত

হৈছিল সেইসকলৰ সৰহ ভাগেই অবিভক্ত অসমৰ ৰাজধানী ছিলঙতে বসবাস কৰি ছিলং মুকুল সংঘৰ লগত প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত হৈ এই অনুষ্ঠানৰ এক বৈশিষ্টপূৰ্ণ বাতাবৰণ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল। সেয়েহে ১৯৪৭ চনত ডিব্ৰুগড়ত আৰু ১৯৫৩ চনত ছিলংত বহা অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশনৰ বাবে ছিলং মুকুল সংঘৰ সক্ৰিয় ভূমিকা মন কৰিবলগীয়া।

ওপৰত উল্লেখ কৰা যিসকল বৰেণ্য ব্যক্তিয়ে সময়ে সময়ে মুকুল সংঘৰ বৈঠকত উপস্থিত হৈ সভাপতিৰ আসন শুৱনী কৰিছিল সেইসকলৰ ভিতৰত আমি সংগ্ৰহ কৰামতে পণ্ডিত কমল নাৰায়ণ দেৱ, পদ্মশ্ৰী নলিনী বালা দেৱী, আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী, প্ৰয়াত অম্বিকাগিৰি ৰায়চৌধুৰী, ডক্তৰ দীননাথ শৰ্ম্মা, বাগ্মীবৰ নীলমণি ফুকন, ডিম্বেশ্বৰ নেওগ, ডক্তৰ বিৰিঞ্চি কুমাৰ বৰুৱা, অধ্যক্ষ হেম বৰুৱা, বিহগী কবি ৰঘুনাথ চৌধুৰী আদিৰ নাম উল্লেখযোগ্য। এইসকলৰ প্ৰায়ভাগেই ইতিমধ্যে স্বৰ্গযাত্ৰা কৰিছে।

ছিলং মুকুল সংঘৰ সমূহীয়াভাৱে কোনো আলোচনী বা মুখপত্ৰ এতিয়ালৈকে প্ৰকাশ পোৱা নাই যদিও এই অনুষ্ঠানৰ পৰা অঙ্কুৰিত হোৱা সাহিত্য-সংস্কৃতি প্ৰেমীসকলৰ মাজৰ পৰা নিজাববীয়াকৈ প্ৰকাশ হোৱা বিভিন্ন গ্ৰন্থাৱলী ৰাষ্ট্ৰীয় পৰ্য্যায়ত স্বীকৃতি লাভ কৰাৰ উদাহৰণ অলেখ আছে বুলি ক'ব পাৰি।

ছিলং মুকুল সংঘৰ পৰা প্ৰকাশিত প্ৰথম মুখপত্ৰ মুকুল প্ৰকাশ ১৯৬৩ চনত আৰু হিমালয়ৰ আহ্বান নামৰ পুষ্টিকা প্ৰকাশ কৰা হয়। ইয়াৰ পিছত ক্ৰমে ১৯৯০, ১৯৯১, ১৯৯৫ আৰু ১৯৯৬ চনত মুকুল প্ৰকাশৰ একোটা সংখ্যা প্ৰকাশ হয়।

ছিলং মুকুল সংঘৰ আৰম্ভণিৰ পৰা বৰ্ত্তমানলৈকে যিসকল ব্যক্তিয়ে সভাপতি আৰু সম্পাদকৰ দায়িত্ব বহন কৰি আহিছে সকলোৰে নাম সংগ্ৰহ কৰাটো সম্ভৱ ন'হলেও যিসকলৰ নাম আমাৰ হাতত আছে সেইসকলৰ ভিতৰত সভাপতিৰ আসন শুৱনী কৰিছিল ক্ৰমে ভদ্ৰকান্ত বৰুৱা, হৰিপ্ৰসাদ বৰুৱা, পদ্মশ্ৰী নলিনী বালা দেৱী, প্ৰয়াত লক্ষেশ্বৰ শৰ্ম্মা আৰু পৰবৰ্ত্তী কালত শ্ৰীযোগেন চন্দ্ৰ বৰুৱা, শ্ৰীৰত্নেশ্বৰ দাস আৰু শ্ৰীদেৱানন্দ বৰুৱাই বৰ্ত্তমানলৈকে এই আসন শুৱনী কৰিছে।

ছিলং মুকুল সংঘৰ প্ৰতিস্থাপক সম্পাদক শ্ৰীযুত অতুল চন্দ্ৰ বৰুৱাৰ কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। শ্ৰীযুত বৰুৱাদেৱে ১৯৪৫ চনৰ পৰা ১৯৪৯ চনলৈ থাকি পুনৰ ১৯৬০ চনৰ পৰা ১৯৬৩ চনৰ প্ৰথমাৰ্দ্ধলৈকে মুকুল সংঘৰ

সম্পাদকৰ দায়িত্ব বহন কৰাৰ সময়ছোৱাত ছিলং মুকুল সংঘই অসমীয়া ভাষা-সংস্কৃতিৰ ক্ষেত্ৰত উল্লেখনীয় বৰঙণি আগবঢ়াইছিল। ১৯৪৯ চনত শ্ৰীৰমেশ চন্দ্ৰ বৰুৱাই প্ৰায় এবছৰ কাল সম্পাদকৰ দায়িত্ব বহন কৰে। ১৯৫০ চনৰ পৰা আৰম্ভ কৰি ১৯৫৫ চনৰ মাজভাগলৈকে অতি দক্ষতাৰে ছিলং মুকুল সংঘৰ সম্পাদকৰ দায়িত্ব বহন কৰে অসম চৰকাৰৰ সেই সময়ৰ প্ৰশাসনীয় বিষয়া গণেশ চন্দ্ৰ ফুকন ডাঙৰীয়াই। ইয়াৰ পাছতে শ্ৰীমতী সুপ্ৰভা গোস্বামীয়ে সম্পাদিকাৰ দায়িত্ব বহন কৰে। এই সময়ছোৱাৰ মন কৰিবলগীয়া কথাটো হ'ল ছিলং মুকুল সংঘই অসম সাহিত্য সভাৰ শাখা হিচাবে স্বীকৃতি লাভ কৰে।

ভাষা-সাহিত্য-সংস্কৃতিলৈ বৰঙণি আগবঢ়োৱাৰ উপৰিও সময়ে সময়ে ছিলং মুকল সংঘৰ সৌজন্যত শ্ৰীমন্ত শঙ্কৰদেব আৰু মাধৱদেৱৰ তিথিও পালন কৰা হৈছিল।

১৯৬০ চনত পুনৰ শ্ৰীযুত অতুল চন্দ্ৰ বৰুৱা দেৱ ছিলঙলৈ অহাত সম্পাদকৰ দায়িত্ব বহন কৰিবলগীয়া হয়। ইয়াৰ পাছতে শ্ৰদ্ধেয় বৰুৱা দেৱৰ পৰা বৰ্ত্তমানলৈও ছিলংত বসবাস কৰি থকা শ্ৰীযুত গুৰুদত্ত ভাগৱতী দেৱে ১৯৬৩ চনৰ ফেব্ৰুৱাৰী মাহত ছিলং মুকুল সংঘৰ সম্পাদকৰ দায়িত্ব বহন কৰি সংঘৰ ৪০০তম্ বৈঠক গাম্ভীৰ্যপূৰ্ণভাৱে পালন কৰে। ইয়াৰ মাজভাগতে হয়তো বৰ্ত্তমান গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপনা কৰি থকা ড° প্ৰবীন দাসেও সম্পাদকৰ দায়িত্ব বহন কৰিছিল।

পৰৱৰ্ত্তী কালত অনুমানিক ১৯৮২ চনৰ পৰা ১৯৯০ চন মানলৈকে শ্ৰীদয়াময় শইকীয়াই সম্পাদক হিচাবে কাৰ্য্যভাৰ চলায। দয়াময় শইকীয়া গুৱাহাটীলৈ বদলি হোৱাৰ পিছত ১৯৯০-১৯৯৫ চনলৈ প্ৰায় ৪/৫ বছৰমান ড° উৎপল কুমাৰ হাজৰিকাই সম্পাদকৰ দায়িত্ব লৈ কাৰ্য্যভাৰ চলাই গৈছিল। পিছত শ্ৰীঅচ্যুতানন্দ ভট্টাচাৰ্য্য আৰু ২০০০ চনৰ মাজভাগৰ পৰা এই অভাজনে ছিলং মুকুল সংঘৰ সম্পাদকৰ দায়িত্ব বহন কৰি আহিছো।

ছিলং মুকুল সংঘৰ লগত অবিৰতভাৱে যোৱা দশকটোত লগত থকা শ্ৰীযুত চিকণ কাকতি বৰ্ত্তমানে বাৰ্দ্ধক্য অৱস্থাৰ বাবে ছিলঙৰ নিজা বাসভৱনত আছে। শ্ৰীযুত কাকতি ছিলং মুকুল সংঘৰ বৰ্ত্তমানৰ আগৰখন কাৰ্য্যনিৰ্ব্বাহক কমিটিৰ কাৰ্য্যকৰী সভাপতি পদত অধিষ্ঠিত আছিল। তেখেতৰ স্ব-ৰচিত পূৰ্ব্বৰ দুই-এখন পুথিৰ উপৰিও কিছুদিন আগতে শিশু উপযোগী পুথি এখনিও প্ৰকাশ হৈছিল। শ্ৰীযুত কাকতিৰ দীৰ্ঘ জীৱন কামনা কৰিছো।

বিগত দশকটোত ছিলং মুকুল সংঘৰ সদস্যসকলৰ মাজৰ পৰা নিজাববীয়াকৈ প্ৰকাশ কৰা উপন্যাসৰ ভিতৰত শ্ৰীপ্ৰাণেশ্বৰ কলিতাৰ দ্বাৰা প্ৰকাশ কৰা উপন্যাস 'প্ৰেম আৰু মানৱতা' নামৰ পুথিখনৰ নাম বিশেষ উল্লেখযোগ্য। কবি শ্ৰীৰত্নেশ্বৰ দাসেও দুখন কবিতা ও এখন গল্প সঙ্কলন প্ৰকাশ কৰিছে। তেওঁও সংঘৰ কিছুদিন সভাপতি হৈ আছিল। আন এজন নিৰৱ সাহিত্যপ্ৰেমী প্ৰয়াত প্ৰফুল্ল বৰুৱা ছিলং মুকুল সংঘৰ উপ-সভাপতি পদত কিছু দিন অধিষ্ঠিত আছিল। প্ৰয়াত বৰুৱাক এজন গীতিকবি বুলিও আখ্যা দিব পাৰি। তেখেতৰ দ্বাৰা ৰচিত বহুতো গীত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই প্ৰচাৰ কৰিছিল।

চলিত দশকটোত আন এগৰাকী বয়োবৃদ্ধা সাহিত্যপ্ৰেমী মহিলা ছিলং মুকুল সংঘৰ মজিয়াত পদাৰ্পণ কৰি অনুষ্ঠানৰ গাম্ভীৰ্যতা ৰক্ষা কৰাত সহায় কৰিছে। সেইগৰাকী অতি মৰমীয়াল মহিলা হ'ল শ্ৰীযুতা শশীপ্ৰভা বৰঠাকুৰ। বৰ্ত্তমান শ্ৰীযুতা বৰঠাকুৰ ছিলং মুকুল সংঘৰ উপদেষ্টা পদবীৰে অনুষ্ঠানৰ সৌষ্ঠৱ বঢ়াইছে। বৰ্ত্তমানৰ আন তিনিগৰাকী উপদেষ্টা হ'ল ড° কনক চন্দ্ৰ বৰুৱা, ড° বিজয়কৃষ্ণ দেৱ শৰ্ম্মা আৰু চিকণ কাকতি।

এই সকলৰ উপৰিও ছিলং মুকুল সংঘ অনুষ্ঠানটো জীয়াই ৰখাৰ ক্ষেত্ৰত একোটা সময়ত প্ৰয়োজনীয় সাৰ-পানীৰ অভাৱত মৰহি যাব খোজা গছপুলি হঠাতে সাৰ-জাবৰ পাই সজীৱ হৈ উঠাৰ দৰে কেইজনমান সাহিত্যপ্ৰেমীৰ একনিষ্ঠ নীৰৱ চেষ্টাৰ বাবে আজিও অনুষ্ঠানটো সঞ্জীৱিত হৈ আছে।

সেইসকলৰ ভিতৰত এই অভাজনৰ লগতে শ্ৰীদেবানন্দ বৰুৱা, ড° উৎপল কুমাৰ হাজৰিকা, শ্ৰীমিত্ৰদেৱ গগৈ, অধ্যাপিকা দিপালী বৰঠাকুৰ, শ্ৰীদয়াময় শইকীয়া, শ্ৰীঅচ্যুতানন্দ ভট্টাচাৰ্য্য, শ্ৰীসুভাঞ্জন দাশ আৰু পিছলৈ ক্ৰমে ড° কনক চন্দ্ৰ বৰুৱা, শ্ৰীমতী বীনু হাজৰিকা, শ্ৰীমতী ভাৰতী স্বৰ্গাৰী, শ্ৰীমতী অনিমা দত্ত, শ্ৰীদিপাঙ্কৰ বৰুৱা, শ্ৰীদিপম বৰুৱা, শ্ৰীমতী অনুৰঞ্জিতা কলিতা আৰু শ্ৰীলক্ষেশ্বৰ দত্তবৰুৱা আদিৰ নাম উল্লেখযোগ্য।

আৰ্থিক দিশত সময়ে সময়ে ছিলং মুকুল সংঘক সহায় কৰি অহা ছিলঙৰ বিশিষ্ট নাগৰিক শ্ৰীযুত ক্ষিতীন দাস দেৱৰ নাম বিশেষভাৱে উল্লেখযোগ্য। শ্ৰীযুত দাস দেৱলৈ আমাৰ আন্তৰিক কৃতজ্ঞতাৰ লগতে দীৰ্ঘজীৱন কামনা কৰিছো।

ৰাষ্ট্ৰীয়-আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত সুনাম অৰ্জ্জন কৰাৰ ক্ষেত্ৰত অসমীয়া সমাজলৈ

গৌৰৱ কঢ়িয়াই অনাৰ বাবে ড° বিজয়কৃষ্ণ দেৱ শৰ্ম্মা, ড° কনক চন্দ্ৰ বৰুৱা আৰু মেধাৱী ছাত্ৰক ছিলং মুকুল সংঘই সময়ে সময়ে সম্বৰ্দ্ধনা জনাই এইসকলক উৎসাহিত কৰি আহিছে।

অতীতক লৈয়ে বৰ্ত্তমানৰ সূচনা হয়। বৰ্ত্তমানৰ সজীৱতা আনিবলৈ হ'লে অতীতৰ স্মৰণ অবিহনে সম্ভৱ নহয়।

সময়ৰ গতিত নতুন প্ৰজন্মৰ মানসিকতাৰ লগত খাপ খুৱাই আগবাঢ়িব পৰাটোৱেই শুভলক্ষণৰ প্ৰতীক। মানসিক স্খলনৰ গতি দিনক-দিনে এনেদৰে ঘটিছে যে বৰ্ত্তমানে মূৰ দাঙি উঠা উগ্ৰবাদ/আতঙ্কবাদৰ সন্মুখত কলমৰ জোৰত অগ্নিশিখা উদ্‌গীৰণ হ'লে শত-সহস্ৰ পৰাগ দাসৰ দৰে নবজাতকে অকালতে মৃত্যুক আকোৱালী ল'ব লাগিব। তাৰ মাজতে বৰ্ত্তমানটোক ক'লা অন্ধকাৰৰ পৰা আঁতৰাই এটা সুষ্ঠ বাতাবৰণৰ মাজত সজীৱ কৰি ৰাখিব পৰাটোৱেই হ'ল মূল কথা।

ছিলং মুকুল সংঘইও এই মহৎ প্ৰচেষ্টাৰ প্ৰতি সঁহাৰি জনাই মানসিক প্ৰস্তুতিৰ পৰা বিৰত থকা নাই।

ছিলঙৰ পৰা অসমীয়া মানুহৰ বসতি দিনক-দিনে হ্ৰাস পাই অহাটো মন কৰিবলগীয়া বিষয়। তাৰ মাজতে গোঁজ মাৰিলে গঁজালি ওলোৱাৰ দৰে ছিলঙত থকা অন্যান্য অসমীয়া অনুষ্ঠানৰ লগতে ছিলং মুকুল সংঘইও ইয়াৰ অতীতৰ পৰম্পৰা ৰক্ষা কৰি অনুষ্ঠানটো সজীৱ কৰি ৰখাৰ ক্ষেত্ৰত ব্যৰ্থ হোৱা নাই বুলি ক'ব পাৰি।

গতানুগতিক পৰম্পৰা ৰক্ষা কৰাৰ উপৰিও সময়ে সময়ে একোখনি মুখপত্ৰ 'মুকুল প্ৰকাশ' নামাকৰণেৰে প্ৰকাশ কৰাৰ লগতে অসমৰ প্ৰথিতযশা কবি-সাহিত্যিক-নাট্যকাৰসকলক আমাৰ অনুষ্ঠানলৈ আমন্ত্ৰণ জনাই অনুষ্ঠানৰ গাম্ভীৰ্য্যতা ৰক্ষা কৰি অহা হৈছে।

· অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কবি নবকান্ত বৰুৱা, ড° লক্ষ্মীনন্দন বৰা আৰু শ্ৰীযুত অতুল চন্দ্ৰ বৰুৱাৰ উপৰিও শ্ৰীৰাম গোস্বামী, কবি হিৰেণ ভট্টাচাৰ্য্য, শ্ৰীনীলিম কুমাৰ, শ্ৰীপ্ৰবীন দাস, শ্ৰীমতী সু-প্ৰভা গোস্বামী আৰু শেহতীয়াকৈ প্ৰবীন নাট্যকাৰ মহেন্দ্ৰ বৰঠাকুৰ আদিৰ পদাৰ্পণে ছিলং মুকুল সংঘৰ অতীতৰ ঐতিহ্য ৰক্ষা কৰাৰ লগতে এক গৌৰৱময় অধ্যায়ৰ সূচনা কৰি

আহিছে।

সমাগত দিনবোৰত বাট চাব লাগিব এৰি অহা অতীতৰ আশাসুধীয়া প্ৰচেষ্টাৰ ফলশ্ৰুতিক এক নতুন ৰূপ দিয়াৰ মহান সঙ্কল্পৰ কথা। হয়তো বৰ্ত্তমানকো চেৰ পেলাই মুকুলৰ নতুন সুবাস চৌদিশে বিয়পি পৰিব। এয়ে আমাৰ প্ৰিয়াভৰা আশা। ○

---

*শ্ৰীবিভূতি বৰকটকী ছিলং মুকুল সংঘৰ বৰ্ত্তমানৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সম্পাদক। এজন সমাজকৰ্মী ও প্ৰবন্ধকাৰ। অসম ৰাইফলছৰ চাকৰিয়াল।*

প্ৰবন্ধ

# ছিলঙত মহাপুৰুষীয়া ধৰ্মৰ চৰ্চা

**দেবানন্দ বৰুৱা**

মহাপুৰুষীয়া ধৰ্ম বুলিলেই দুজনা গুৰু মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱে প্ৰচাৰ কৰা ধৰ্মকেই বুলি ধৰি লোৱা হয়। মহাপুৰুষৰ মহাজীৱন তথা জীৱনজোৰা সাধনাৰ প্ৰতি অসমীয়া মানুহৰ কেৱল আবেগ-বিহ্বল আকৰ্ষণ বা অনুৰাগেই নহয় মহাপুৰুষৰ জীৱনজোৰা সাধনাৰ ফল—যোৱা সুদীৰ্ঘ পাঁচশ বছৰীয়া সংস্কৃতিৰ মেটমৰা ভঁৰাল আৰু আত্মাৰ শান্তিদায়িনী আধ্যাত্মিক পথৰ প্ৰভাৱৰ পৰা আজিলৈকে কোনো অসমীয়াই যতেই নাথাকক কিয় দৰাচলতে মুক্ত হব পৰা নাই। ই ধ্ৰুৱপ। সচাকৈয়ে 'শঙ্কৰদেৱ' এই শব্দটিৰ আকৰ্ষণ ইমান বেচি যে শুনাৰ লগে লগে অসমীয়া মানুহৰ গুৰুজনাৰ প্ৰতি ভক্তিত মুৰ দোঁ খায়। বৰ্ত্তমান মেঘালয়ৰ ৰাজধানী ছিলং। এইখন ছিলং এসময়ত অসমৰ ৰাজধানী আছিল। সৌ সিদিনা মাত্ৰ ১৯৭২ চনত অসমৰ পৰা ফালৰি কাটি মেঘালয় ৰাজ্যৰ গঠন হয়। ইয়াতে এটা কথা উনুকিয়াব পাৰি যে মহাপুৰুষ দুজনাই প্ৰচাৰ কৰা বা প্ৰবৰ্ত্তন কৰা মহাপুৰুষীয়া ধৰ্মৰ প্ৰভাব বা প্ৰচাৰ এই পাহাৰীয়া ৰাজ্যখনত কিয় নপৰিল? নিচেই কাষতে থাকি বা ৰাজনৈতিক ভাবে একে শাসনত থাকি আমি কিয় পাহাৰীয়া ভাই ভনী সকলক ধৰ্মৰ একেটা ডোলেৰে বান্ধিব নোৱাৰিলো। অথচ গুৰুজনাই অৰ্থনৈতিক ৰাজনৈতিক আৰু সাংস্কৃতিক সমন্বয় গঢ়ি এইবিলাক প্ৰচাৰৰ বাবে কৰ্মীৰ দল (সত্ৰসংঘ) বা ভকতৰ সৃষ্টি কৰিছিল। এই সত্ৰবিলাৰ . উদ্দেশ্যই আছিল ধৰ্ম প্ৰচাৰ কৰা। কিন্তু পৰিতাপৰ কথা যে লুইতৰ দুয়োপাৰৰ মানুহখিনিকে আমি মহাপুৰুষীয়া ধৰ্মৰ একতাৰ ডোলেৰে বান্ধিব নোৱাৰিলো যাৰ বিষময় পৰিণতি এতিয়া অসমীয়া মানুহে হাতে হাতে ভুগিব লাগিছো।

বাৰু এতিয়া আচল কথালৈ আহোঁ। ধৰ্ম নো কি? ধৰ্ম মানুহক কিয় লাগে। ধ্ৰিয়তে ইতি ধৰ্মঃ। অৰ্থাৎ যি ধৰি থাকে সেয়ে ধৰ্ম। ধৰ্ম তিনি প্ৰকাৰৰ। জাগতিক ধৰ্ম। আচাৰ ধৰ্ম। আৰু আধ্যাত্মিক ধৰ্ম। সৌৰজগতৰ চন্দ্ৰ সূৰ্য্য গ্ৰহ নক্ষত্ৰই নিজৰ নিজৰ ধৰ্ম ৰক্ষা কৰি সৌৰজগত ৰক্ষা কৰি আছে। এয়ে হল জাগতিক ধৰ্ম। সেইদৰে সত্য, শৌচ, দয়া, ক্ষমা, স্নান, দান আৰু শ্ৰাদ্ধ আদি যিখিনি মানুহে আচৰণ কৰিবলগীয়া ধৰ্ম আছে সিয়েই হ'ল আচাৰ ধৰ্ম। এইখিনি আচৰণ কৰিব পাৰিলেহে

মানুহৰ মানবীয়ত্ব ৰক্ষা হব। ইয়াৰ অবিহনে মানুহৰ শৰীৰ ধাৰণ কৰিও মানুহ পশুত পৰিণত হ'ব। কাৰণ মানুহৰ দৰে ক্ষুধা, তৃষ্ণা, নিদ্ৰা আৰু মৈথুন ইতৰ প্ৰাণীৰো আছে। আৰু যি ধৰ্মই মানুহৰ ইহকাল-পৰকালৰ গতি সাধে সেয়ে আধ্যাত্মিক ধৰ্ম।

মহাপুৰুষ গুৰুজনাই তেৰাৰ ধৰ্মৰ যোগেদি এনে মহৎ বাণীকেই অসমীয়া মানুহৰ মাজত প্ৰচাৰ কৰি যুগে যুগে অসমীয়া মানুহক এনেদৰে আপ্লুত কৰি ৰাখিছে যে ইয়াৰ অমৃতময় বেষ্টনিৰ পৰা কোনোদিন অসমীয়া মানুহ আতৰি যাব পৰা নাই। আৰু নোৱাৰে।

গুৰুজনাৰ এনে অমৃতময় বাণীৰ আকৰ্ষণতেই হওক বা পূৰ্ব্বৰ সৎকৰ্মৰ সংস্কাৰতেই হওক পুনাব্ৰত কেইজনমান মহান ব্যক্তিৰ তৎপৰতাত অসমীয়া কৃষ্টি-সংস্কৃতি ৰক্ষা কৰাৰ হেতুকে তেতিয়াৰ ছিলঙত প্ৰায় ১৯৫২ চনত ষ্টনিলেগুত এখন সমিতি গঠন কৰা হয়। আৰু এই সমিতিৰ নাম দিয়া হয় 'অসমীয়া কৃষ্টি আৰু ধৰ্মানুষ্ঠান' ছিলং বুলি। এই সমিতিয়েই মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ নামত ষ্টনিলেগুত এটি নামঘৰ স্থাপনৰ সিদ্ধান্ত লয়। এই মৰ্মে সমিতিৰ প্ৰধান সম্পাদক স্বৰ্গীয় ৰবীন বৰুৱাদেৱে এক একৰ মাটি আবণ্টন কৰি নামঘৰটিৰ প্ৰতিষ্ঠাত প্ৰভূত বৰঙণি আগবঢ়ায়। পূৰ্ব্বতে "অসমীয়া কৃষ্টি আৰু ধৰ্মানুষ্ঠান" নামৰ সংগঠনটিৰ আনুষঙ্গিক অনুষ্ঠান হিচাবে পূজাঘৰ আৰু নামঘৰ এই দুটি অনুষ্ঠান গঢ়ি ধৰ্মৰ প্ৰতি নিজা নিজা আদৰ্শ প্ৰতিস্থা কৰাৰ উদ্দেশ্য থাকিলেও ইয়াৰ লগতে অসমীয়া কৃষ্টি ৰক্ষাৰ হেতুকে অসমীয়াৰ জাতীয় উৎসৱ বিহু সংস্কৃতিয়েও মুখ্য ভূমিকা লয়। আগতে যদিও মূল অনুষ্ঠানটিৰ নাম "অসমীয়া কৃষ্টি আৰু ধৰ্মানুস্থান" আছিল পিছলৈ ই কেবল "অসম কৃষ্টি কেন্দ্ৰ" ছিলং নামেৰেহে জনাজাত হ'ল। অসমৰ বিভিন্ন ঠাইৰ পৰা অহা বিভিন্ন সত্ৰৰ শিষ্যসকল চৰকাৰী কৰ্ত্তব্যৰ খাতিৰত আহি মহাপুৰুষীয়া ধৰ্মৰ ৰক্ষাৰ হেতুকে ইয়াত গোট খাবলৈ ধৰিলে আৰু কায়িক-মানসিকভাবে সকলোৰে সহায়ৰ হাত আগবঢ়াই অনুষ্ঠানটি টনকিয়াল কৰাত বৰঙনি জোগাবলৈ ধৰিলে। নামঘৰটি স্থাপনৰ কালৰপৰা প্ৰায় ১৯৬৬ চন মানলৈকে এৰা-ধৰা মনোভাবেৰেহে ছেগাচোৰুকাকৈ কেবল তিথি পাৰ্ব্বনৰ সময়তহে নামঘৰৰ যাবতীয় কাম-কাজ চলিছিল বুলিব পাৰি। কিন্তু ১৯৬৭ চনৰ পৰা শ্ৰীশ্ৰী মাধৱদেৱ নামঘৰত মহাপুৰুষীয়া ধৰ্মৰ প্ৰচাৰ আৰু বিকাশৰ কাৰ্য্য ক্ৰমনিকাই এক বৈপ্লবিক সূচনাৰ আৰম্ভ কৰিলে যি আজি পৰ্যন্ত ম্লান নোহোৱাকৈ চলি আছে।

যিহেতু ছিলঙত কেন্দ্ৰীয় চৰকাৰৰ চাকৰিয়ালেই বেছিভাগ অস্থায়ীভাবে আছিল সেই হেতুকে ১৯৬৭ চনৰপৰা ১৯৭৪ চনলৈকে কেবল নামঘৰত মহাপুৰুষৰ

তিথিৰ সময়তেই তিথি উদ্‌যাপনৰ পিছত মহাপুৰুষীয়া ধৰ্মৰ প্ৰচাৰ বা উৎসৱ আদি পতাৰ কোনো স্থায়ী ব্যৱস্থা নাছিল বা কৰা নহৈছিল। কিন্তু একালৰ অসম চৰকাৰৰ মুখ্যসচিব স্বৰ্গীয় ধৰ্মানন্দ দাসদেৱৰ অনুপ্ৰেৰণাত ১৯৭৫ চনৰ ৪ অক্টোবৰত শ্ৰীশ্ৰীমাধৱদেৱ নামঘৰৰ এখন ১৭ জনীয়া পূৰ্ণাঙ্গ পৰিচালনা সমিতি অসমৰ প্ৰাক্তন শিক্ষামন্ত্ৰী স্বৰ্গীয় পূৰ্ণানন্দ চেতিয়াদেৱক সভাপতি হিচাবে লৈ গঠন কৰা হয়। এই সমিতিৰ প্ৰধান সম্পাদকৰ দায়িত্বভাৰ গ্ৰহণ কৰে অৰুণাচল প্ৰদেশৰ প্ৰাক্তন কৃষি আৰু গৱেষণাৰ সঞ্চালক স্বৰ্গীয় পাৰুল দত্তদেৱে। তেখেতৰ দিনতেই ছিলঙত মহাপুৰুষীয়া ধৰ্মৰ চৰ্চা আৰু ইয়াৰ আনুষঙ্গিক অনুষ্ঠান, উৎসৱ আদি বহুলভাবে উদ্‌যাপন কৰা হৈছিল। ১৯৭৫ চনৰ পৰা একেধাৰে শ্ৰীশ্ৰীমাধৱদেৱ নামঘৰত দেওবাৰে দিনত আইসকলৰ আৰু বৃহস্পতিবাৰে সন্ধিয়া পুৰুষসকলৰ নাম-কীৰ্ত্তন আৰু শাস্ত্ৰ অধ্যয়ন আৰু আলোচনা আজি পৰ্যন্ত যতি নপৰাকৈ চলি আহিছে। সময়ে সময়ে মহাপুৰুষ সকলৰ তিথিত অসমৰ বিভিন্ন সত্ৰৰ সত্ৰাধিকাৰ সকল তথা ভাৰতৰ বিভিন্ন ধৰ্ম্মীয় মতবাদৰ তত্বজ্ঞ পুৰুষ আহি নাম-প্ৰসঙ্গ ইত্যাদিত যোগ দিয়াৰ ওপৰিও তেখেত সকলৰ ধৰ্ম সম্পৰ্কে গুৰু-গম্ভীৰ বক্তৃতা আৰু মত বিনিময় কৰাবো দিহা কৰা হৈছিল, যাতে বিভিন্ন বৰ্গৰ লোকে কঠিন ধৰ্মৰ তত্ব দৰ্শন সম্পৰ্কে কিছু আভাস পাব পাৰে।

শ্ৰীশ্ৰীমাধৱদেৱ নামঘৰত কেৱল যে ধৰ্মৰ তত্ব আৰু নাম-প্ৰসঙ্গ ইত্যাদিৰে চৰ্চা হৈছিল এনে নহয়। ইয়াত মহাপুৰুষীয়া সাহিত্য-সংস্কৃতি, নাট, ভাওনা আৰু বৰগীতৰো চৰ্চা তথা ইয়াৰ বিকাশৰ বাবেও অশেষ যত্ন কৰা হৈছিল। ১৯৬৭ চন মানৰ পৰা আজিলৈকে মহাপুৰুষৰ তিথিত নামঘৰৰ সদস্য সকলৰ দ্বাৰা 'ভাওনা' অনুষ্ঠিত কৰা হৈছিল আৰু আজি পৰিমিত চলি আছে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে নামঘৰৰ সদস্যাৰে কেৱল নামঘৰতে ভাওনা আদি অনুষ্ঠান কৰাৰ উপৰিও স্থানীয় লোকসকলৰ জ্ঞাতাৰ্থে অনাতাৰৰ যোগেদিও গুৰুজনাৰ 'ৰুক্মিনীহৰণ' অঙ্কীয়া ভাওনা প্ৰচাৰ কৰিছিল। সৰ্বতোপৰি ছিলঙত ইংৰাজী মাধ্যমত শিক্ষা লাভ কৰা আমাৰ উঠি অহা ল'ৰা-ছোৱালী বিলাকক মহাপুৰুষীয়া আদৰ্শৰ শিকনি দিবলৈ বৰগীত চৰ্চা, নাট, ভাওনাৰ বচন গোৱা তথা কৃষ্ণ নৃত্য, সত্ৰীয়ানৃত্য, চালিনৃত্য, ঝুমুৰানৃত্য ইত্যাদিৰ শিক্ষা দিয়া হৈছিল আৰু তেওঁলোকেও বিভিন্ন মঞ্চত পৰিবেশন কৰি জ্ঞানীজনৰ পৰা ভূয়সী প্ৰসংসা আৰু পুৰষ্কাৰ পাবলৈ সক্ষম হৈছিল। ইয়াৰ উপৰিও মহাপুৰুষ গুৰুজনাৰ কৃষ্টি-সংস্কৃতি তথা ধৰ্ম সম্পৰ্কে মেঘালয়ৰ বিভিন্নভাষী লোকৰ মাজত প্ৰচাৰ কৰিবলৈ পোনপ্ৰথমবাৰৰ বাবে ১৯৮১ চনত ছিলং অনাতাৰ যোগে 'কল্পতৰু' নামে এখনি সংগীতালেখ্য প্ৰচাৰ কৰাৰ পিছত

আজিকোপতি বহুতবাৰ বিভিন্ন সংগীতালেখ্য আৰু নাম-প্ৰসঙ্গ প্ৰচাৰ কৰা হৈছে। এনেদৰে বিভিন্ন সময়ত চাকৰি সংক্ৰান্তত ছিলঙলৈ অহা অসমীয়া লোকসকলে মহাপুৰুষীয়া ধৰ্মৰ বহল প্ৰচাৰ আৰু বিকাশৰ বাবে অশেষ যত্ন কৰি নিজকে ধন্য কৰিছে।

ঠিক একেসময়তে প্ৰায় ১৯৪৯ চনত কেইজনমান ধৰ্মপ্ৰাণ তথা নিষ্ঠাবান পুৰুষৰ সহযোগত ছিলঙৰ বিষ্ণুপুৰ নামৰ ঠাইত অসমৰ স্বনামধন্য প্ৰাক্তন মুখ্যমন্ত্ৰী স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰীৰ সভাপতিত্বত এখন সমিতি গঠন কৰি মহাপুৰুষ গুৰুজনাৰ নামত শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি থান নামেৰে এটি অনুষ্ঠান গঢ়ি তোলে। সেই সময়ত এই অনুষ্ঠানৰ বাবে অসমৰ বিভিন্ন সত্ৰ অনুষ্ঠান তথা গন্য-মান্য লোকে দান-বৰঙনি দিয়াৰ উপৰিও অসম চৰকাৰৰ পৰা ২১ বিঘা মাটি লাভ কৰিছিল আৰু এই মাটিতেই শঙ্কৰীকৃষ্টি বিকাশৰ বাবে এটি সমূহীয়া নামঘৰ, এটি ৰাজহুৱা সভাঘৰ, এটি পুথিভৰাল, এখন চিকিৎসালয়, এটি অতিথিশালা, দুখনি বিদ্যালয় আৰু এখনি মহাবিদ্যালয় স্থাপন কৰা হয়। আজি পৰ্যন্ত পূৰ্ণ পৰ্যায়ত এই অনুষ্ঠান বিলাক চলি থকাৰ উপৰিও শঙ্কৰী কৃষ্টি-সংস্কৃতি চৰ্চাৰ বাবে এখনি সংগীত বিদ্যালয়ো স্থাপন কৰি তাত বৰগীত, ভাওনা, সত্ৰীয়া নৃত্য আদিৰ প্ৰশিক্ষণ দি— উঠি অহা নতুন পুৰুষক গুৰুজনাৰ আদৰ্শৰ প্ৰতি ধাউতি বঢ়াবলৈ যত্ন কৰি থকা হৈছে।

লেখত লবলগীয়া কথা এয়ে যে এই কৃষ্টি থানে— মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰৰ বাবে নংপোৰ ওচৰত এখনি 'মৰঙা' নামৰ সত্ৰৰ স্থাপন কৰি মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰত ভূয়সী প্ৰশংসা অৰ্জ্জন কৰাৰ উপৰিও মেঘালয়ত বাটকটীয়াৰ ভূমিকা পালন কৰিলে। যিটো যোৱা পাচশ বছৰে সম্ভব হোৱা নাছিল। ইয়াৰ উপৰিও অসমৰ বিভিন্ন সত্ৰত নিয়মিত ভাবে পালন কৰা "পালনাম" এই নামঘৰৰ এটি বছেৰেকীয়া বিশেষ আকৰ্ষণীয় অনুষ্ঠান। যি অনুষ্ঠান পালনৰ সময়ত অসমৰ বিভিন্ন বৰ্গৰ লোকৰ সমাগম হয়।

বিষ্ণুপুৰৰ "শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি থান" পিছলৈ স্বনামধন্য সাহিত্যিক তথা সত্ৰাধিকাৰ স্বৰ্গীয় মিত্ৰদেৱ মহন্তৰ উপদেশ অনুযায়ী শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰ নাম ৰখা হৈছিল। এই কৃষ্টি কেন্দ্ৰই সোণালী জয়ন্তী উদ্‌যাপন কৰাৰ সময়ত বিভিন্ন বাছকবনীয়া কাৰ্যক্ৰমনিকা হাতত লোৱাৰ উপৰিও বিশিষ্ট কবি-সাহিত্যিক সকলক নিমন্ত্ৰণ কৰি মহাপুৰুষীয়া ধৰ্মৰ ওপৰত আলোচনা বিলোচনা আগবঢ়াইছিল আৰু বৃহৎ কলেবৰত আলোচনী 'সোণালী' প্ৰকাশ কৰি অসম মেঘালয়ৰ বিভিন্ন কোণত

ইয়াক প্ৰচাৰ কৰিছিল। ইয়াৰ উপৰিও কৃষ্টি কেন্দ্ৰৰ বছেৰেকীয়া মুখপত্ৰও নিয়মীয়াকৈ প্ৰকাশ কৰি আছে।

অতি উল্লেখনীয় কথা হ'ল যে ছিলঙত মহাপুৰুষীয়া ধৰ্ম চৰ্চাৰ বাবে গুৰু দুজনাৰ নামত ষ্টনিলেগু আৰু বিষ্ণুপুৰত যি দুটি নামঘৰ প্ৰতিষ্ঠা কৰা হৈছিল তাত সকলোধৰণৰ মানুহৰ অবাধ অংশগ্ৰহণৰ সুবিধা ৰখা হৈছিল। ইয়াত জাত-পাত বা সম্প্ৰদায়ৰ কোনো পাৰ্থক্য নাছিল। আৰু বৰ্ত্তমানেও নাই। মহাপুৰুষ গুৰুদুজনাই যেনেকৈ সকলো সম্প্ৰদায়ৰ লোককে নিজৰ শিষ্যৰ সঙত সামৰি এক অভূতপূৰ্ব্ব এক শ্ৰেণীহীন সমাজ গঢ়াৰ এক সুদৃঢ় ভেটি স্থাপন কৰিছিল—ছিলঙতো সেই আদৰ্শ আখৰে আখৰে অক্ষুন্ন ৰাখিবলৈ যত্ন কৰা হৈছিল যাতে মানুহৰ মাজত কোনো সংকীৰ্ণ ভেদভাৱ থাকিব নোৱাৰে আৰু থকা উচিত নহয়।

সদৌ শেষত 'ছিলঙত মহাপুৰুষীয়া ধৰ্মৰ চৰ্চা' এই বিষয়ে লিখাৰ পিছত মই এটা কথা গভীৰ ভাবে উপলব্ধি কৰিছো যে মহাপুৰুষৰ আদৰ্শ ৰাখিবলৈ গৈ আমি কিমানখিনি কৃতকাৰ্য্য হব পাৰিছো? মহাপুৰুষ দুজনাই দেখুৱাই যোৱা সাম্যবাদ আৰু আধ্যাত্মিক চিন্তাই আমাৰ বাৰু কেইজনক অনুপ্ৰাণিত কৰিব পাৰিছে। আধ্যাত্মিকতাই সমাজত শৃঙ্খলা আনে। মানুহৰ মনৰ পৰা কলুষ কালিমা ধুই নিকা কৰে। কিন্তু এতিয়া দেখা গৈছে মানুহ বেচিকৈ বস্তুবাদী চিন্তাত মগ্নহৈ ব্যক্তিবাদী হৈ পৰিছে। বস্তুবাদী চিন্তাই মানুহক নিতৌ ভোগবাদী বাসনাক চৰিতাৰ্থ কৰিবলৈ উদগনি দিছে যাৰ ফলত সমাজত অসূয়া-অপ্ৰীতি, হিংসা-খিয়াল বাঢ়ি গৈ এনে এটা পৰ্য্যায় পাইছেগৈ যে ইয়াৰ পৰা পৰিত্ৰাণৰ বাবে সকলো পথ বন্ধ হোৱাৰ উপক্ৰম হৈছে। সৃষ্টিৰ পাতনিৰ পৰাই মানুহে ধৰ্মৰ অলেখ ৰীতি-নীতি পালন কৰি আহিছে তথাপিও মানুহৰ অন্তৰৰ পৰা পশুত্বক [illegible]শ কৰি দেবত্ব গুণৰ উন্মেষ ঘটাবলৈ যেন কৃতকাৰ্য্য হোৱা নাই। মহাভাৰত— ৰা[illegible]ণৰ যুগৰ পৰা আমি দেখি আহিছো যে যুগে যুগে অসুৰ নিধন যজ্ঞ হৈ আহিছে কিন্তু ক'তা নিতৌ দেখোন নতুন অসুৰেৰে সমাজখন ভৰি পৰিছে। গুৰুদুজনাৰ অমৃত বাণীৰে টৌৱাই থকা অসমদেশত পদে পদে কোনোবা নহয় কোনোবা লাঞ্চিত হৈছে অপমানিত হৈছে। আজি আমি শঙ্কৰদেৱৰ উত্তৰাধিকাৰী বুলি কবলৈ সাহস কৰিব নোৱাৰা হৈছো। এতিয়া কোনেও কাকো বিশ্বাসত লব নোৱাৰা দিন আহিছে । দুৰ্নীতি ব্যাভিচাৰে সমাজক কোঙা কৰি পেলাইছে। জাতীয় সঙ্কটে ভয়াবহ ৰূপ লৈছে। হে গুৰু তৰিবৰ উপায় দিয়া। ○

---

*শ্ৰীদেবানন্দ বৰুৱা ছিলং মুকুল সংঘৰ বৰ্ত্তমানৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভাপতি। কবি ও কবিতা সমালোচক। অসম ৰাইফলছৰ চাকৰিয়াল।*

# অসমীয়া কৃষ্টি সংস্কৃতিলৈ ছিলংবাসী অসমীয়াৰ অৱদান

অধ্যাপক মুকুন্দ শৰ্ম্মা

### অসমীয়া সমাজ গঠনৰ প্ৰক্ৰিয়া

১৮২৬ চনত বৰ অসম ইংৰাজৰ শাসনৰ অধীনলৈ যায় আৰু ইয়াৰ ৰাজধানী পতা হয় ছিলঙত। ছিলং অসমৰ ৰাজধানী হ'লেও মিতিৰ কুটুম্ব নোহোৱা অজান্তিক মুলুক খাছী পাহাৰত অসমীয়া মানুহে চাকৰি কৰিবলৈ আগ্ৰহী নাছিল প্ৰথম অৱস্থাত। অৱশ্যে ইয়াৰ কাৰণো বহুত আছিল। ১৮৮০ চন মানত অসমীয়া চাকৰিয়ালৰ সংখ্যা দেৰকুৰিমান হয়গৈ। তাৰে আকৌ দহজনমানে ভৈয়ামলৈ গুচি যায়। জনা যায় যে ছিলঙলৈ অহা প্ৰথমজন অসমীয়া আছিল উত্তৰ গুৱাহাটীৰ নন্দীৰাম বৰাদেৱ। ছিলঙলৈ অহা চাকৰিয়ালসকলে চিলঙৰ চুকেকোণে বাস কৰিছিল। সমাজপ্ৰিয় অসমীয়া চাকৰিয়ালসকলে সেয়ে বঙালি লোকৰ লগ লাগি পুলিচ বজাৰৰ থানা ৰ'ডত এটি ক্লাব ঘৰৰ ব্যৱস্থা কৰিলে। নাম ৰাখিলে "কুইন্টন মেমোৰিয়েল হ'ল"। ইয়াত এখন নাট্যমঞ্চও সাজি তুলিলে। কিবা কাৰণত মিতিৰ ভাঙিল। অসমীয়া লোকসকলে "কুইন্টন মেমোৰিয়েল হল"ৰ পৰা আঁতৰি আহিবলগীয়া হ'ল। এই ঘৰটি পিছলৈ মাৰোৱাৰীসকলে চিনেমা হল কৰিলে। সম্প্ৰতি হলটি ৰামকৃষ্ণ মিছনৰ দখললৈ আহিল।

### অসম ক্লাবৰ জন্ম

১৮৯৬ চনত লাবান অঞ্চলত দহটিমান অসমীয়া পৰিয়াল গোট খালে। সেয়ে সেই বছৰৰ দুৰ্গা পূজাত 'অসম ক্লাব' নাম দি এটি অনুষ্টুপীয়া অনুষ্ঠান সংগঠন কৰিলে। ইয়াৰ প্ৰথম সম্পাদকৰ দায়িত্বভাৰ দিলে লক্ষেশ্বৰ শৰ্ম্মাদেৱক। অনুষ্ঠানটিৰ তেখেতে এখন নিয়ম-প্ৰণালীও যুগুত কৰিলে। অনুষ্ঠানটিৰ উদ্দেশ্য আছিল ধৰ্ম্ম আৰু ৰাজনীতিৰ বাহিৰে— সাহিত্য চৰ্চা, ৰচনা পাঠ কৰা আৰু এটি পুথিভঁড়াল স্থাপন কৰা। ইয়াৰ সভ্য হ'ব পাৰিব প্ৰত্যেক অসমীয়া আৰু অসমীয়াৰ হিতাকাঙ্খী লোক। প্ৰথম অৱস্থাত ক্লাবৰ কোনো নিজা ঘৰমাটি নাছিল। সেয়েহে

মানুহৰ ঘৰে ঘৰেই ইয়াৰ বৈঠক বহিছিল। জনা যায় যে দুইবছৰমান ক্লাবৰ বছৰেকীয়া অধিবেশন সিদ্ধেশ্বৰ গোহাঁই দেৱৰ বাসভৱনত অনুষ্ঠিত হৈছিল। অৱশেষত ১৮৯৯ চনত গুৱাহাটীৰ শম্ভুৰাম বৰা দেৱৰ বিশেষ চেষ্টাত লাবানৰ সোঁমাজত ১৫০৫০ বৰ্গফুট মাটি মিলিয়েম ষ্টেটৰ ৰজাৰ পৰা খাজনাবিহীন লাখেৰাজ পট্টা হিচাবে লাভ কৰে। ইয়াতেই বৰ্ত্তমানৰ অসম ক্লাবৰ সাতাইশ ফুট দীঘল আৰু ওঠৰ ফুট বহল এটি ঘৰ সজা হ'ল লগতে এটি সৰু ঘৰো সজা হ'ল। ইতিমধ্যে ক্লাবৰ সদস্য দুকুৰিমান হয়গৈ। ফলশ্ৰুতিত ছিলঙত স্থায়ী অসমীয়া সমাজ এখন গঢ়াৰ আৰম্ভ হ'ল। বিংশ শতিকাৰ প্ৰথম ভাগত ছিলঙত কোনো হোটেল নাছিল। সেয়ে অসম ক্লাবটি হৈ পৰিছিল আমোদ-প্ৰমোদৰ ৰঙ্গমঞ্চৰ উপৰিও আলহী ঘৰ। জনা যায় যে ১৯১৩ চনত ৰায়বাহাদুৰ পদ্মনাথ গোহাঁই বৰুৱা দেৱৰ বিয়াঘৰীয়াই অসম ক্লাবতেই বাহৰ পাতিছিলহি। তেনেদৰে ১৯১৩ চনৰ জুন মাহত অসমৰ ভৈয়ামৰ বিষয়াসকলৰ এখন কনফাৰেন্স বহিছিল ছিলঙত। দুদিনীয়া এইখন কনফাৰেন্সলৈ একুৰিমান বিষয়া ভৈয়ামৰ পৰা আহিছিল আৰু এওঁলোকে ক্লাবৰ মজিয়াতে অতি আমোদ-প্ৰমোদেৰে শুইছিল। ১৯২৪/২৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য্য পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ দেৱে এম. এ. পৰীক্ষা দিয়াৰ আগেয়ে এমাহ মান কাল অতিথি হৈ আছিল অসম ক্লাবত। তেখেতে হেনো কণ কণ ল'ৰা-ছোৱালীৰ লগত মাৰ্বল, লুডু আদি খেলি বৰ ৰং পাইছিল। এনেদৰে ছিলঙৰ অসম ক্লাবটি হৈ পৰিছিল অসমীয়াৰ আলহীঘৰ। লক্ষেশ্বৰ শৰ্ম্মাদেৱৰ পিছত ক্লাবৰ সম্পাদকৰ দায়িত্বভাৰ গ্ৰহণ কৰিছিল ক্ৰমে বিষ্ণু প্ৰসাদ বৰুৱা, দুৰ্গাধৰ বৰকটকী আৰু ভুধৰ চৌধাৰী দেৱে।

১৯০৫ চনত ইংৰাজ শাসকে বঙ্গ-ভঙ্গ আদেশ জাৰি কৰিলে। সেই অনুসাৰে বঙ্গ দেশক দুভাগ কৰিলে পূৰ্ব্ববঙ্গ আৰু পশ্চিম বঙ্গ ৰূপে। অসমক পূৰ্ব্ববঙ্গৰ লগত চামিল কৰিলে। পূৰ্ব্ববঙ্গৰ ৰাজধানী পাতিলে ৰামনাত (ঢাকাত)। অসমীয়া চাকৰিয়ালসকলে সেয়ে ৰামনালৈ যাবলগীয়া হ'ল। তেওঁলোকে পানী দামত ঘৰ-মাটি বিক্ৰী কৰি ৰামনালৈ যাবলৈ ওলাল। ফলত চালুকীয়া অনুষ্ঠানটি এক দুৰ্য্যোগৰ সন্মুখীন হ'ল। অসম ক্লাবত এখন বিদায় সভা পতা হৈছিল। ই যেন বিদায় সভা নহয় শোক সভাহে আছিল। বিদায়ী অসমীয়াসকলে যেন কৈ গ'ল—

When you go home tell them of us
and say
For their to-morrow we gave our today.

১৯১১-১২ চনত বঙ্গভঙ্গ আদেশ ৰদ হ'ল যদিও, ভাগি যোৱা সমাজখনক থান-থিত লগোৱাত বহুতো আহুকাল আহিল।

অৱশেষত ১৯১৩ চনত নগাঁৱৰ বৃন্দাবন গোস্বামী দেৱে চাকৰি লৈ ছিলঙলৈ আহে। ক্লাবে যেন নতুন জীৱন পালে। গোস্বামীদেৱক সম্পাদক আৰু ভৈৰৱ চন্দ্ৰ বৰুৱাদেৱক সহকাৰী সম্পাদক পাতি অসম ক্লাবক নতুনকৈ গঢ়াৰ প্ৰয়াস কৰিলে। বৃন্দাবন গোস্বামী ডাঙৰীয়া আঠমাহমান কাল ছিলঙত আছিল। তেখেত যোৱাৰ পিছত সম্পাদকৰ দায়িত্বভাৰ কান্ধ পাতি লয় কমলাকান্ত বৰুৱাদেৱে। তেখেতে ন বছৰ ধৰি এই দায়িত্বভাৰ বহন কৰিছিল। বতৰ ফৰকাল হ'ল। ১৯১৮ চনত ৰায়বাহাদুৰ কনকলাল বৰুৱাদেৱে সমবায় বিভাগৰ ৰেজিষ্ট্ৰাৰ আৰু শিল্প বিভাগৰ ডাইৰেক্টৰ হিচাবে ছিলঙলৈ আহে। আগেয়ে ক্লাবৰ নিয়মাৱলীত সভাপতিৰ পদ নাছিল। নিয়মাৱলী সংশোধন কৰি বৰুৱাদেৱক সভাপতি পতা হ'ল। তেখেতে প্ৰায় দহ বছৰ ধৰি ক্লাবৰ সভাপতি আছিল। এই কালছোৱা যেন অসম ক্লাবৰ সোণালী কাল আছিল।

## বি. বৰুৱা মঞ্চ ঃ শিৱপ্ৰসাদ বৰুৱা হল

১৯২০ চনত অসমীয়া সাউদ ভোলানাথ বৰুৱাদেৱে ছিলঙলৈ আহে। তেখেতক অসম ক্লাবত সম্বৰ্দ্ধনা জনোৱা হয়। সাউদ বৰুৱা দেৱৰ দানেৰে ক্লাবৰ ডাঙৰ মঞ্চখন সজা হ'ল আৰু নামাকৰণ কৰা হ'ল বি. বৰুৱা মঞ্চ। সেই একে বছৰতে অসমৰ বিখ্যাত চাহ খেতিয়ক শিৱ প্ৰসাদ বৰুৱাদেৱে ছিলঙলৈ আহে। তেখেতকো আমন্ত্ৰণ কৰি আনি ক্লাবত অভিনন্দন জনোৱা হয়। বৰুৱাদেৱৰ দানেৰে 'শিৱপ্ৰসাদ বৰুৱা হলটি" সজোৱা হয়। কনকলাল বৰুৱা দেৱে অৱসৰ লৈ যোৱাৰ পিছত সভাপতিৰ দায়িত্বভাৰ কান্ধ পাতি লয ক্ৰমে ড° ৰাধানাথ ফুকন, মি. আই মজিদ চাহাব আৰু শেষত হৰিপ্ৰসাদ বৰুৱাদেৱে। আনহাতে কমলাকান্ত বৰুৱাদেৱ যোৱাৰ পিছত সম্পাদকৰ দায়িত্বভাৰ লয় গৌৰীশ্বৰ বৰকটকী, দিলীপ চন্দ্ৰ দাস, লক্ষেশ্বৰ বৰবৰা আৰু ভুবন মোহন (কাঞ্চন) বৰুৱা দেৱে। হৰিপ্ৰসাদ বৰুৱাদেৱ ঢুকুৱাৰ পিছত (কাঞ্চন) ভুবন মোহন বৰুৱাক সভাপতি আৰু অমূল্য দাসক সম্পাদক পতা হয়।

## নাট্য আন্দোলন

ডাঙৰ ৰঙ্গমঞ্চ আৰু হল হোৱাৰ পিছত ছিলংবাসী অসমীয়াৰ নাট মঞ্চস্থ কৰাৰ প্ৰবল হাবিয়াস জন্মিল। উল্লেখযোগ্য যে সেই সময়ত সমগ্ৰ অসমতে নাট ৰচনা আৰু মঞ্চস্থ কৰাৰ এক প্ৰবল জাগৰণৰ সৃষ্টি হৈছিল। ১৯২২ চনত অসম

ক্লাবতো এটি নাট্য শাখা খোলা হ'ল। এই নাট্য শাখা সমিতিৰ গুৰি ধৰিছিল— ৰায়চাহাব কমলাকান্ত বৰুৱা, ৰায়চাহাব সোণাধৰ সেনাপতি, ভোলানাথ বৰুৱা, পদ্ম কুমাৰ বৰুৱা, পূৰ্ণশশী দত্ত, নজিৰুল ইছলাম বৰা, শশীভূষণ বৰুৱা, মনিকান্ত শৰ্ম্মা, মথুৰানাথ বৰুৱা, মঃ হুচেইন বৰা, গিৰীশচন্দ্ৰ শৰ্ম্মা আদি। এই সময় চোৱাত (১৯২২-৩৫ চনলৈ) অসমীয়াত ৰচিত প্ৰায়ভাগ জনপ্ৰিয় নাটক মঞ্চস্থ কৰা হৈছিল। জনা যায় যে (সৰু মঞ্চত) 'দাতাকৰ্ণ' নাটকখন অসম ক্লাবত মঞ্চস্থ কৰা প্ৰথম নাটক। ইয়াত দাতাকৰ্ণৰ ভাও লৈছিল গোলাঘাটৰ বিষ্ণুপ্ৰসাদ বৰুৱাই আৰু বৃষকেতুৰ লক্ষেশ্বৰ হাজৰিকাদেৱে।

ডাঙৰ বি. বৰুৱা মঞ্চত মঞ্চস্থ কৰা নাটখন আছিল—"কুকুৰী কণাৰ আঠমঙ্গলা"। ইয়াৰ বিভিন্ন চৰিত্ৰ ৰূপায়ণ কৰিছিল— থানেশ্বৰ বৰুৱা, খগেন্দ্ৰৰাম মেধি আৰু পদ্মকুমাৰ বৰুৱাই। অসমৰ দুজন খ্যাতনামা অভিনেতা ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু ৰবদা শৰ্ম্মা বছৰদিয়েক ছিলঙত প্ৰবসুৱা হৈ আছিল। তেখেতসকলে অসম ক্লাবৰ নাট অভিনয়ত যোগদান কৰাৰ বাবে ক্লাবৰ নাট অভিনয় উচ্চমানবিশিষ্ট হৈছিল। এসময়ত ভৈয়ামৰ নাট্যপ্ৰেমী শিল্পীসকলৰ অসম ক্লাবৰ নাটত অভিনয় কৰাটো লোভনীয় হৈ পৰিছিল। গৰমকালি বহুতো শিল্পী ছিলঙলৈ আহিছিল আৰু অসম ক্লাবৰ নাটত অভিনয়ো কৰিছিল। উল্লেখযোগ্য শিল্পীসকলৰ ভিতৰত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, পাৰ্ব্বতি প্ৰসাদ বৰুৱা, তপন লাল বৰুৱা, প্ৰফুল্ল বৰুৱা, ডাঃ হেম বৰুৱা, থানেশ্বৰ বৰুৱা, বদন চন্দ্ৰ বৰুৱা, সুৰেশচন্দ্ৰ গোস্বামী, দেবেশ্বৰ ৰাজকুমাৰ, নীলৰঞ্জন বৰঠাকুৰ আদি। দ্বিতীয় মহাসমৰৰ কালছোৱাত ক্লাবৰ আমোদ-প্ৰমোদ নিস্প্ৰভ হৈ পৰে। পুনৰ ১৯৫১ চনৰ পৰা সক্ৰিয় হৈ উঠে। বিংশ শতিকাৰ মধ্য ভাগলৈ মহিলাই নাটকত সহঅভিনয় কৰা অসমীয়া সমাজত এটি ভাবিব নোৱাৰা কথা আছিল। ১৯৫১ চনত মঞ্চস্থ কৰা 'অৱশেষ' নাটৰ দ্বাৰা ছিলঙত সহ-অভিনয়ৰ পাতনি তৰা হয়। তেখেতসকল আছিল— মিনতি ভূঞা, ৰেবা বৰদলৈ, নীৰদা দাস আদি। ইয়াৰ পিছত ১৯৫৪ চনত ছিলং ক্লাবত মঞ্চস্থ কৰা "পিয়লি ফুকন" নাটত— পাৰুল ফুকন (গণেশ ফুকন দেৱৰ পত্নী), বন্দনা ফুকন, জলী ফুকন, আৰতি দাস আদিয়ে অভিনয় কৰি সহ-অভিনয়ৰ পথ সহজ কৰি তুলিলে।

অসম ক্লাবৰ দ্বাৰা অভিনিত নাটক সমূহত পদমৰ্য্যদা, সৰু-বৰ পাহৰি একগোট হৈ কাম কৰিছিল। ইয়ে জাতীয় চেতনাৰ উন্মেষ সৃষ্টি কৰিছিল। অসম ক্লাবে সেই সময়ত এটি বৰ দায়িত্বশীল কামত আগভাগ লৈছিল। সেই সময়ত অসমৰ স্কুলসমূহত অসমীয়া ভাষাৰ সলনি বঙালী ভাষাহে চলিছিল। সমাজ সচেতন

সদস্যসকলে ইয়াৰ দুৰ্যোৰ প্ৰতিবাদ কৰিছিল মেল-মিটিং পাতি। সেই সময়ত "হেমকোষ"ৰ প্ৰণয়ন চলি আছিল। অসম ক্লাবৰ সদস্যসকলে ইয়াত সৰ্ব্বপ্ৰকাৰৰ সহায় কৰিছিল।

## প্ৰাচীন কামৰূপী নৃত্য-সংঘ

অসম ক্লাবকে আশ্ৰয় কৰি ১৯৩৮ চনত শঙ্কৰী কলা-কৃষ্টিৰ একান্ত সাধক জীৱেশ্বৰ গোস্বামী আৰু তেখেতৰ ভাতৃ সুৰেশচন্দ্ৰ গোস্বামীয়ে প্ৰাচীন কামৰূপী "নৃত্য-সংঘ" নামৰ এটি অনুষ্ঠান গঢ়ি তুলিছিল। ইয়াৰ একান্ত উদ্দেশ্য নিভাজ অসমীয়া কলা-কৃষ্টিৰ প্ৰচাৰ কৰা। "কামৰূপী নৃত্য" ধ্ৰুপদধৰ্ম্মীয় আছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে ই কালৰ বুকুত লোপ পায়। গোস্বামী ভাতৃদ্বয়ে ইয়াৰ পুনৰুদ্ধাৰৰ চেষ্টা কৰিছিল আৰু কিছু পৰিমাণে সফলো হৈছিল।

## ছিলং কলা পৰিষদ

১৯৫৪ চনৰ শেষৰ ফালে "অসম ক্লাব"কে আশ্ৰয় কৰি ছিলং কলা পৰিষদ নামৰ এটি সাংস্কৃতিক অনুষ্ঠান গঢ়ি উঠিছিল। ইয়াৰ উদ্দেশ্য আছিল শঙ্কৰী কলা-কৃষ্টি বৈজ্ঞানিক ভাবে বিশ্লেষণ কৰি বহল প্ৰচাৰ কৰা। প্ৰথম পদক্ষেপ হিচাবে মহাপুৰুষজনাৰ "ৰুক্মিণী হৰণ" নাটখনৰ নৃত্য—নাট্যৰূপ দি যুগৰ লগত ৰজিতা খুৱাই প্ৰদৰ্শন কৰা হৈছিল। "ৰুক্মিণী হৰণ"ৰ ক্ষেত্ৰত সফলতা লাভ কৰাৰ পিছত "পাৰিজাত হৰণ" নাটখনৰো নৃত্য-নাট্য ৰূপ দি ভূয়সী প্ৰসংশা লাভ কৰিছিল। উল্লেখযোগ্য যে আমাৰ প্ৰথম প্ৰধানমন্ত্ৰী জবাহৰলাল নেহেৰুৱে এই নৃত্য-নাট্যখন দহমিনিটৰ বাবে চাবলৈ আহি দুঘণ্টালৈ চাই উপভোগ কৰিছিল। ই নিশ্চয় শিল্পীসকলৰ কলা-কুশলতাৰ নিদৰ্শন। "পাৰিজাত হৰণ" খনৰ নৃত্য-নাট্য চাই এটি বৰ বহুমূলীয়া মন্তব্য দি থৈ গৈছে লোকসভাৰ অধ্যক্ষ মাৱলংকাৰদেৱে—

> ".....Shillong Kalaparishad troop has entertained us with a beautiful presentation of Parijat Haran by Sri Sankardeva. The performance was exquisite and I was very much impressed by the expression of various Bhavas by those who partook in the dance drama. The Parishad is doing important cultural work which will make all of us realise the essential unity of India."

কলা পৰিষদৰ প্ৰাণস্বৰূপ আছিল প্ৰখ্যাত নৃত্যশিল্পী কৃষ্ণমূৰ্ত্তি হাজৰিকা দেৱ।

কলাপৰিষদৰ এটি সঙ্গীত শাখা আছিল। ইয়াৰে দুজন শিল্পী— দিলীপ চৌধুৰী আৰু প্ৰদীপ বৰুৱাই সৰ্ব্বভাৰতীয় ক্ষেত্ৰটো যশস্যা অৰ্জন কৰিছিল। কলাপৰিষদৰ গুৰি ধৰিছিল— গণেশ ফুকন, লীলাধৰ কটকী (এম. পি.) আৰু ডাঃ চৈতন্য হাজৰিকা। ছিলঙত এনে এটা সাংস্কৃতিক অনুষ্ঠান নাছিল যত ডাঃ চৈতন্য হাজৰিকা আৰু ৰাম গোস্বামী নাছিল। ছিলঙৰ অসম ক্লাবৰ মঞ্চ এতিয়া নিমাত নিতাল, এন্ধাৰ ফালি পোহৰৰ আগমন হব নে বাৰু!

## শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি থান

অসমীয়া জাতিৰ প্ৰাণ স্বৰূপ মহাপুৰুষ শঙ্কৰদেৱৰ নৱবৈষ্ণৱ ধৰ্ম্ম, কলা-কৃষ্টিৰ প্ৰচাৰ আৰু প্ৰসাৰৰ উদ্দেশ্যে এখনি কৃষ্টি থান পাতিবলৈ ১৯১৪ চনত অসম ক্লাবত এখন সভা বহিছিল। ইয়াত সভাপতিত্ব কৰিছিল লোকসেৱা আয়োগৰ চেয়াৰমেন কামেশ্বৰ দাসদেৱে। যিকোনো কাৰণ বশতঃ কাম আগনবঢ়াত পুনৰ ১৯৪৯ চনত মহাদেৱ শৰ্ম্মাদেৱৰ সভাপতিত্বত অসম ক্লাবতে আন এখন সভা পতা হয়। সেই মৰ্ম্মে এখন কমিটি গঠন কৰি দিয়া হয় আৰু (ভূতপূৰ্ব্ব) অসমৰ উপ-মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰী দেৱক সভাপতি, শশীচন্দ্ৰ বৰুৱাক সম্পাদকৰ দায়িত্বভাৰ দিয়া হয়। কৃষ্টি থানৰ বাবে মাননীয় অসমৰ (ভূতপূৰ্ব্ব) মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি আৰু ৰাজহ মন্ত্ৰী (ভূতপূৰ্ব্ব) মতিৰাম বৰাদেৱে বাৰ বিঘা মাটি দান কৰে। অৱশেষত ১৯৫৫ চনৰ ৪ মাৰ্চত কৃষ্টি থানখন গঢ় লৈ উঠে। এটা কথা স্বীকাৰ কৰিব লাগিব যে যি উদ্দেশ্য লৈ থানখন পতা হৈছিল (যি কোনো কাৰণবশতঃ) সেই উদ্দেশ্যৰ যেন সফল ৰূপায়ণ হৈ নুঠিল। ই অসমীয়া জাতিৰ দুৰ্ভাগ্যৰ কথা। তথাপি বৰ্ত্তমানৰ সম্পাদক ড° নীলিম শৰ্মা আৰু সভাপতি আৰ. কে. বৰাই কিবা এটা কৰাৰ আপ্ৰাণ চেষ্টা চলাই আছে। ই বৰ শুভ লক্ষণ।

## দেৱকুমাৰ মেমোৰিয়েল হল

শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি থানৰ গাতে লগাই বিষ্ণুপুৰত, আধুনিক সা-সুবিধাৰে দেৱ কুমাৰ স্মৃতি ভৱনটি নিৰ্মাণ কৰা হয় এগৰাকী শোকাতুৰা মাতৃৰ দানেৰে। নলীনি কুমাৰ দাসদেৱৰ পুত্ৰ দেৱ কুমাৰ দাসৰ অকাল মৃত্যু ঘটে কলিকতাত। সেয়ে দেৱ কুমাৰৰ স্মৃতিত এই ভৱনটি নিৰ্ম্মাণ কৰি দিয়া হয়। ১৯৫৩ চনৰ ১৮ ফেব্ৰুৱাৰীত (ভূতপূৰ্ব্ব) অসমৰ মন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীদেৱে ভেটি স্থাপন কৰে আৰু সেই চনৰে ৬ ছেপ্তেম্বৰত তেতিয়াৰ অসমৰ ৰাজ্যপাল জয়ৰাম দাস দৌলতৰাম দেৱে দুৱাৰ মুকলি কৰে। এই ভৱনটিত বিভিন্ন সাংস্কৃতি মূলক সভা-সমিতি, নাট্যাভিনয়

কৰাৰ উপৰিও আন ঠাইৰ কোনো গণ্যমান্য ব্যক্তি আহিলে আদৰাৰ ব্যৱস্থা কৰা হৈছিল। ইয়াতেই ভাৰতৰ প্ৰখ্যাত নৃত্যশিল্পী উদয় শঙ্কৰদেৱে চাৰিদিন ধৰি নৃত্য প্ৰদৰ্শন কৰিছিল।

দেৱকুমাৰ মেমোৰিয়েল হলটিক আশ্ৰয় কৰি শ্ৰীমন্ত শঙ্কৰদেৱ নাট্য সমাজ নামৰ এটি অনুষ্ঠানো গঢ়ি উঠিছিল। ইয়াৰ গুৰি ধৰিছিল জীৱেশ্বৰ গোস্বামী দেৱে। তেখেতক সহায় কৰিছিল আনন্দ মোহন ভাগৱতী আৰু চন্দ্ৰ শৰ্ম্মাই। নাট্যসমাজে মহাপুৰুষজনাৰ "কেলিগোপাল" নাটখনৰ নৃত্যাভিনয় প্ৰস্তুত কৰিছিল। ১৯৬৩ চনত মধুপুৰ সত্ৰৰ নামঘৰ প্ৰতিষ্ঠাৰ উৎসৱত প্ৰদৰ্শন কৰি সুখ্যাতি অৰ্জন কৰিছিল। এইখন পুনৰ অন্ধ্ৰপ্ৰদেশ আৰু মধ্যপ্ৰদেশতো প্ৰদৰ্শন কৰি শঙ্কৰী কলা-কৃষ্টিৰ গৰিমা অসমৰ বাহিৰতো প্ৰচাৰ কৰি সুনাম কঢ়িয়াই আনিছিল।

## সাহিত্যানুষ্ঠানসমূহ ঃ ছিলং মুকুল সংঘ

১৯৪৫ চনৰ ১৪ জানুৱাৰী, মকৰ সংক্ৰান্তিৰ দিনা কিছুমান অগ্ৰণী অসমীয়া যুৱকে ভৈয়ামলৈ মাঘ বিহু খাবলৈ নগৈ এখন আলোচনা চক্ৰ পাতিলে। নাম 'মুকুল সংঘ' দিয়া হ'ল। নামটো অৱশ্যে ভুবন শৰ্ম্মাদেৱে উলিয়াইছিল। প্ৰথম দিনাৰ বৈঠকত সভাপতিত্ব কৰিলে সদাহাস্য ভদ্ৰকান্ত বৰুৱাদেৱে। সম্পাদকৰ দায়িত্ব দিয়া হ'ল অতুল চন্দ্ৰ বৰুৱাদেৱক (অসম সাহিত্য সভাৰ ভূতপূৰ্ব্ব সভাপতি)। অতুল চন্দ্ৰ বৰুৱাদেৱ সঁচাকৈয়েই কামেকাজে অতুলনীয় আছিল। এখেতসকলৰ লগত উজান দিলেহি দেৱীচৰণ দাস, যামিনী গোস্বামী, সিদ্ধেশ্বৰ শৰ্ম্মা, তাৰা শইকীয়া, নীলিমা বৰা আদিয়ে। মুকুল সংঘৰ বিষয়ে বহলাই এই মুকুল প্ৰকাশৰ আন প্ৰবন্ধত উনুকিওৱা হৈছে।

মুকুল সংঘৰ চেষ্টাতেই ছিলঙত অসম সাহিত্য সভাৰ অধিবেশন ১৯৫৩ চনত পতা হৈছিল। ইয়াৰ সভাপতিৰ পদ অলংকৃত কৰিছিল পণ্ডিত প্ৰবৰ ড° সূৰ্য কুমাৰ ভূঞাদেৱে। সংঘই ১৯৬৮ চনত ছিলং সাহিত্য কাননৰ যুটীয়া উদ্যোগত সাহিত্যৰথী বেজবৰুৱাৰ জন্মশতবাৰ্ষিকী অতি গাম্ভীৰ্য্যপূৰ্ণ ভাবে পালন কৰিছিল। ছিলং মুকুল সংঘই এতিয়ালৈকে তিনিখনকৈ গ্ৰন্থ "মুকুল প্ৰকাশ" চিৰচেনেহী ভাষাজননীৰ বেদীলৈ নিবেদিত কৰিছে।

মেঘালয় ৰাজ্য গঠন হোৱাৰ পিছত অসমীয়া মানুহ কমি যোৱাত মুকুল সংঘই আহুকালত পৰিছিল যদিও ছিলং আইন মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাতা অধ্যক্ষ লক্ষেশ্বৰ শৰ্ম্মদেৱে খামোচ মাৰি ধৰি জীয়াই ৰাখে। গুৰুদত্ত ভাগৱতীদেৱৰ পিছত "মুকুল

সংঘ"ৰ সম্পাদকৰ দায়িত্বভাৰ বহন কৰে মিষ্টভাষী "মুকুল কবি" দেৱী চৰণ দাস ডাঙৰীয়াই। সংকট কালত দাসদেৱে কেনেদৰে বাটে-ঘাটে মানুহ গোটাই মুকুলক বৰ্ত্তাই ৰাখিছিল সেই কথা ভাবিলে আচৰিত হ'বলগীয়া। দাসদেৱৰ পিছত স্থায়ী সভাপতি যোগেন বৰুৱাদেৱৰ অনুপ্ৰেৰণাত দয়াময় শইকীয়াই সম্পাদকৰ দায়িত্বভাৰ লৈ মুকুলক মৰহি যাবলৈ নিদিয়াকৈ ৰাখিছিল। ইয়াৰ আগেয়ে ড° উৎপল হাজৰিকা, ড° প্ৰবীন দাস আদিয়ে ১৯৮০-১৯৯৫ চনলৈ নিষ্ঠাৰে মুকুলৰ সেৱা আগবঢ়াই আহিছিল। সম্প্ৰতি অচ্যুতানন্দ ভট্টাচাৰ্য্য, দেৱানন্দ বৰুৱা, [illegible] বৰকটকী, ড° উৎপল হাজৰিকা, ড° কনক চন্দ্ৰ বৰুৱা, মুকুন্দ্ৰ শৰ্ম্মা আদিয়ে ছিলং মুকুল সংঘক পুনৰ উত্থানৰ প্ৰচেষ্টা চলাইছে। এই কথা স্বীকাৰ কৰিব লাগিব যে নানান প্ৰতিকুল পৰিস্থিতিৰ মাজতো ছিলংবাসী এমুঠি মানুহে ৫৫ বছৰ ধৰি এটা সাহিত্যানুষ্ঠান জীয়াই ৰখাতো কম গৌৰবৰ কথা নহয়। এনে নজিৰ বিৰল। 'মুকুল সংঘ' চিৰ মুকুল হৈ থাকক, এয়েই আমাৰ একান্ত কামনা। ছিলং মুকুল সংঘৰ বিষয়ে বিষদ ভাবে লিখিছে এই মুকুল প্ৰকাশত অন্য এটি প্ৰবন্ধত।

## ছিলং সাহিত্য কানন

মুকুল সংঘৰ আৰ্হিতেই আন এচাম সাহিত্যপ্ৰেমীয়ে ১৯৫৮ চনৰ ১৫ ছেপ্তেম্বৰ তাৰিখে গুৰুজনাৰ তিথিত (তিৰোভাৱ) সাহিত্য কানন নামৰ আন এটি সাহিত্যানুষ্ঠান গঢ়ি তোলে। ইয়াৰ প্ৰথম সম্পাদক আছিল ৰাজেন্দ্ৰনাথ হাজৰিকাদেৱ। "ছিলং সাহিত্য কানন" নামটো দিছিল [illegible] বীৰেন্দ্ৰ নাথ তালুকদাৰদেৱে। ইয়াৰ গুৰি ধৰিছিল অধ্যাপক নলিনীধৰ ভট্টাচাৰ্য্য, অধ্যাপক মোহিনী শইকীয়া, ভদ্ৰ বৰা, লোকনাথ ভৰালী, পুলিন বিহাৰী [illegible], পদুম বৰুৱা, অৱনীন্দ্ৰ বৰা, দেৱব্ৰত [illegible] আদিয়ে। আমি ১৯৬৩ চনত ছিলঙলৈ অহাৰ পিছত আমাক যুটীয়া সম্পাদকৰ দায়িত্বভাৰ দিয়া হয়। ৰাজেন হাজৰিকাদেৱ গুৱাহাটীলৈ যাবলগীয়া হোৱাত কিছুদিনৰ বাবে লোকনাথ ভৰালীদেৱক সম্পদাকৰ দায়িত্বভাৰ দিয়া হয়। ১৯৬৪ চনত সম্পাদকৰ গুৰুভাৰ আমাৰ ওপৰত পৰে আৰু ১৯৭৪ চনলৈ এই দায়িত্ব সম্ভৱপৰ অনুসাৰে চলাই নিবলৈ সক্ষম হওঁ। কাননৰ কামকাজ নিয়াৰিকৈ চলাবৰ বাবে ঐশ্বৰ্য্য কুমাৰ দাসক যুটীয়া সম্পাদক হিচাবে দায়িত্বভাৰ অৰ্পণ কৰা হয়। দাস ডাঙৰীয়াই কেন্দ্ৰীয় চৰকাৰৰ চাকৰি লৈ দিল্লীলৈ যোৱাত উদীয়মান ডেকা কৰ্ম্মী খনীন্দ্ৰ চন্দ্ৰ দাসক যুটীয়া সম্পাদক পতা হয়। প্ৰথম অৱস্থাত কাননৰ স্থায়ী সভাপতি নাছিল। পৰবৰ্ত্তি কালত কাননৰ পৰিসৰ বৃদ্ধি হোৱাত লোকসেৱা আয়োগৰ সচিব প্ৰতাপ চন্দ্ৰ গোস্বামীদেৱক সভাপতি পদত অৱস্থিত কৰা হয়।

কাননে তিনিখনকৈ গ্ৰন্থ প্ৰকাশ কৰে।

কাননৰ আলোচনাসমূহ অলপ সুকীয়া পদ্ধতিৰ আছিল। গল্প, কবিতা, নিবন্ধ আদি গতানুগতিক ভাবে পঢ়াৰ পিছত ইয়াৰ গুণাগুণ বিচাৰ কৰা হৈছিল। তদুপৰি প্ৰত্যেকটি অধিবেশনতে এটি নিৰ্দ্দিষ্ট বিষয় লৈ আলোচনা কৰা হৈছিল। এই আলোচনাসমূহৰ চমু ৰেঙণি বাতৰি কাকতত প্ৰকাশ পোৱা শিৰোনামাকে সাধাৰণভাৱে উল্লেখ কৰিব পাৰি— Sri Madhavdeva and his literature, Women in Assam History, Literature a gateway to advancement, Assam-Muslim Relation, Problems of Assamese authors আদি।

ছিলং সাহিত্য কাননে বিশেষ বিশেষ অধিবেশনত বিভিন্ন ভাষা-ভাষীৰ সাহিত্যিক তথা পণ্ডিতসৱক আমন্ত্ৰণ কৰি আনি সম্বৰ্দ্ধনা জনাইছিল। তেনে উল্লেখনীয় ব্যক্তিসকল হ'ল— (খাছী ভাষাৰ) ড° হেমলেট বাৰেহ, ড° ৰাধন সিং লিংডো, ভিক্টৰ বাৰেহ; (বঙালী ভাষাৰ) সমৰেশ বসু, ড° বীৰেন্দ্ৰ কুমাৰ ৰক্ষিত; (হিন্দী ভাষাৰ) লোকনাথ ভৰালী, জনাৰ্দ্দন প্ৰসাদ খান্দুৰী; (অসমীয়া ভাষাৰ) ড° মহেশ্বৰ নেওগ, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, ড° ভূপেন হাজৰিকা, বিষ্ণুপ্ৰসাদ ৰাভা, সত্য প্ৰসাদ বৰুৱা, অজিতমল্ল বৰুৱা আদি। তদুপৰি (ভূতপূৰ্ব্ব) অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা, (মন্ত্ৰী) লক্ষ্মী প্ৰসাদ গোস্বামী, বিধান সভাৰ উপাধ্যক্ষ গোলোক ৰাজবংশী আদিক বিশেষ বিশেষ অধিবেশনলৈ আমন্ত্ৰণ কৰি অনা হৈছিল আৰু তেখেতসকলে কাননৰ প্ৰগতিবাদী আদৰ্শৰ ভূয়সী প্ৰশংসা কৰিছিল। কাননৰ সৰস আলোচনাত অংশ গ্ৰহণ কৰিছিল— উমাকান্ত শৰ্ম্মা, অতুলানন্দ গোস্বামী, শিৱনাথ শৰ্ম্মা, হৰগোবিন্দ দাস, মেদিনী চৌধুৰী, ড° নীলিম বৰুৱা, প্ৰণতি বৰুৱা, নিৰলা ভৰালী, বিভা বৰঠাকুৰ, বীনা লহকৰ, মিনতি শৰ্ম্মা, ভাৰত চন্দ্ৰ পাঠক, কমল নাৰায়ণ চৌধুৰী, নগেন চৌধুৰী, দ্বিজেন গোস্বামী, ডাঃ বিষ্ণু চক্ৰৱৰ্ত্তী আদি।

মেঘালয় ৰাজ্য গঠন হোৱাত উপযুক্ত সাহিত্যপ্ৰেমী ৰাইজৰ অভাৱ হেতু সাহিত্য কানন বন্ধ হৈ যায়। কিন্তু সুখৰ কথা যে ছিলং সাহিত্য কাননৰ যুটীয়া সম্পাদক নিষ্ঠাবান কৰ্ম্মী খনীন্দ্ৰ চন্দ্ৰ দাস আৰু ড° নগেন চৌধুৰীৰ প্ৰযত্নত গুৱাহাটীত "গুৱাহাটী সাহিত্য কাননে" গজালি মেলিলে। বৰ্ত্তমানে "গুৱাহাটী সাহিত্য কাননে" বহুতো উল্লেখনীয় কাম কৰি আহিছে। ই গৌৰৱৰ কথা।

**ৰূপালীম সাংস্কৃতিক সন্থা**

১৯৬৩ চনৰ ১৭ জানুৱাৰীত নতুন অসমৰ পূৰ্ণ জাগৰণৰ হোতা স্বৰূপ,

আজীৱন সুন্দৰৰ সাধক জ্যোতি প্ৰসাদ আগৰৱালাদেৱৰ স্মৃতিচাৰণ ৰূপে ৰূপালীম সাংস্কৃতিক সন্থা এটি গঢ়ি তোলা হয়। ইয়াৰ সভাপতি আছিল ধৰ্ম্মেশ্বৰ দাস, সম্পাদক ভূপেন হাজৰিকা আৰু সাংস্কৃতিক সম্পাদক গোলাপ বৰুৱাদেৱ। ৰূপালীমে ৰূপকোঁৱৰৰ বিভিন্ন দিশ সামৰি এখনি তথ্যগধুৰ গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছিল। এই জাকজমকপূৰ্ণ অনুষ্ঠানটি মেঘালয় ৰাজ্য গঠন হোৱাৰ পিছত মেঘাচ্ছন্ন হৈ পৰে।

এইখিনিতে ড° বিৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ এষাৰ কথা উল্লেখ কৰিব পাৰি— "সাহিত্য কানন আদি সাহিত্য সংঘ আৰু ছিলং কলাপৰিষদ আদিৰ দৰে নাট্যানুষ্ঠানো ছিলঙত আছে। তথাপি শ্বিলঙে তাৎপৰ্য্যপূৰ্ণভাৱে অসমৰ সাংস্কৃতিক নৱজাগৰণত বৰঙণি দিব পৰা নাই। মোৰ বোধেৰে আচল কাৰণ পৰিৱেশ" ('দৈনিক অসম', ২৩ অক্টোবৰ, ১৯৭০)। বৰ্ত্তমানৰ ছিলং প্ৰবাসী অসমীয়া মানুহখিনিয়ে কিবা আগবঢ়াবলৈ সক্ষম হ'ব নে বাৰু?

## আৰ্থ সামাজিক অনুষ্ঠানসমূহ

**অসমীয়া সংহতি সংস্থা** ঃ ১৯৭৯-৮০ চনত অসমত বিদেশী বহিস্কাৰৰ আন্দোলন তীব্ৰ হৈ উঠাৰ সময়ত ছিলংবাসী এচাম অসমীয়াই সংহতি সংস্থা (অসমীয়া) নামৰ এটি অনুষ্ঠানৰ জন্ম দিয়ে। ইয়াৰ উদ্দেশ্য আছিল অসম তথা উত্তৰ পূৰ্ব্বাঞ্চলৰ আৰ্থ-সামাজিক দিশত আলোকপাত কৰা। কাৰণ অৰ্থনৈতিক উন্নতি সাধন নহ'লে কোনো এটা জাতিয়ে প্ৰগতিৰ পথত অগ্ৰসৰ হ'ব নোৱাৰে। এলাহপ্ৰৱণ অসমীয়া সমাজৰ সামাজিক আৰু অৰ্থনৈতিক দিশত আলোকপাত কৰাই আছিল এই সংস্থাটিৰ উদ্দেশ্য। ইয়াৰ বাবে বিভিন্ন বিষয়ৰ বিশেষজ্ঞক লৈ চেমিনাৰ আদি পতা হৈছিল। সংহতি সংস্থাত আলোচিত বিষয়বস্তুসমূহৰ নমুনা স্বৰূপে প্ৰকাশিত বাতৰি কাকতৰ শিৰোনামাকে কিয়দাংশ উল্লেখ কৰা হ'ল—

> ''Concern at alarming exodus of manual labourers in Assam, Development of Ramie, Need to upgrade Textile Industries.''

আনকি আসাম ট্ৰিবিউন কাকতে সম্পাদকীয় লিখিছিল— "Whither Industrialisation: BRPL Graveyard of Hope and Aspiration of North-East" এই অনুষ্ঠানটিৰ সভাপতিৰ দায়িত্বভাৰ পৰিছিল ড° ৰঞ্জু বৰঠাকুৰ, সম্পাদকৰ আমাৰ আৰু যুটীয়া সম্পাদকৰ অমূল্য হাজৰিকা আৰু গায়ত্ৰী ৰয়ৰ। ইয়াত বিশেষজ্ঞ হিচাবে অংশ গ্ৰহণ কৰিছিল ড° প্ৰহ্লাদ কুমাৰ বৰুৱা, ড° সত্যেন্দ্ৰ নাৰায়ণ চৌধুৰী, বসন্ত কুমাৰ দাস, খনীন্দ্ৰ নাৰায়ণ শৰ্ম্মা, ড° ক্ষীৰেণ ৰয়, মিনতি শৰ্ম্মা আদিয়ে।

সংহতি ফৰামৰ আলোচ্য বিষয়বস্তু ইমানেই জনপ্ৰিয় হৈ পৰিছিল যে বাতৰিকাকতে কাহুদী, সময়ৰ শৰ আদি শিতানতো টিপ্পনি মাৰিছিল। উদাহৰণ স্বৰূপে—

"প্ৰশিক্ষণৰ আগতীয়া ব্যৱস্থা নকৰাৰ বাবে বঙ্গাইগাঁৱৰ পলিয়েষ্টাৰ ফাইবাৰ গোটৰ পৰা থলুৱা লোকসকল উপকৃত নহ'ব বুলি ছিলঙত থকা অসমীয়া সংহতি ফৰামে আপত্তি কৰিছে।"

"চি. আই. এ.ৰ উচটনিত আপত্তি কৰিছে বুলি চৰকাৰী বিবৃতি এটাকে দিব পাৰি দেখোন।"

(দৈনিক অসম)

## এন. চি. আৰ. ডি. ঃ উত্তৰ-পূৰ্বাঞ্চলৰ গৱেষণা আৰু উন্নয়নমূলক আলোচনা চক্ৰ

সংহতি সংস্থা বন্ধ হৈ যোৱাত ড° প্ৰহ্লাদ কুমাৰ বৰুৱাদেৱে বৰ দুখ প্ৰকাশ কৰে। তেখেতে সেয়ে এনে এটি অনুষ্ঠান গঢ়াৰ বাবে দেবব্ৰত লহকৰ আৰু অধিবক্তা মিনতি শৰ্ম্মাৰ লগত আলোচনা-বিলোচনা কৰি ১৯৯৪ চনত North-East Centre for Research and Development চমুকৈ NCRD নাম দি এটি উন্নয়নমুখী আৰ্থ-সামাজিক আলোচনা চক্ৰৰ গঠন কৰে। ইয়াৰ বিষয়ববীয়া সমূহ হ'ল— সভাপতি ড° প্ৰহ্লাদ কুমাৰ বৰুৱা, উপ-সভাপতি সত্যেন্দ্ৰনাথ ফুকন, অধিবক্তা মিনতি শৰ্ম্মা, সম্পাদক দেবব্ৰত লহকৰ, যুটীয়া সম্পাদক ড° চন্দন ৰাজখোৱা, কোষাধ্যক্ষ ৰামদাস কাকতি। সত্যেন্দ্ৰ ফুকনদেৱ গুৱাহাটীলৈ যোৱাত তেখেতৰ ঠাইত ড° কনক চন্দ্ৰ বৰুৱাক উপ-সভাপতিৰ দায়িত্ব দিয়া হয়। আনহাতে সম্পাদক বেদব্ৰত লহকৰ গুৱাহাটীলৈ যোৱাৰ কথা ওলোৱাত এই দায়িত্ব অতুল শৰ্ম্মাক দিয়া হয়। কিন্তু লহকৰৰ বদলি ৰদ হোৱাত পুনৰ অতুল শৰ্ম্মাৰ ঠাইত বেদব্ৰত লহকৰক সম্পাদকৰ দায়িত্ব দিয়া হয়। এন. চি. আৰ. ডি.য়ে উত্তৰ-পূব ভাৰতৰ আৰ্থ-সামাজিক সমস্যাৰাজিৰ আলোচনা কৰি সমাধানৰ বিভিন্ন দিশলৈ আলোকপাত কৰে। ইয়াৰ বাবে কেবাখনো চেমিনাৰো পতা হয়। চেমনিাৰসমূহলৈ কেইবাজনো বিশেষজ্ঞক আমন্ত্ৰণ কৰি অনা হয়। আলোচনাত অংশ গ্ৰহণ কৰা ব্যক্তিসকল আছিল পি. কে. কটকী, ড° ডি কে লাহিড়ী, অধ্যাপক দেবেন দত্ত (গুৱাহাটী), পেট্ৰিচা মুখিম, ড° কনক চন্দ্ৰ বৰুৱা, অধিবক্তা মিনতি শৰ্ম্মা। আলোচনাত সক্ৰিয়

অংশ গ্ৰহণ কৰিছিল সত্যেন ফুকন, দীপিকা ফুকন, দেবব্ৰত লহকৰ, চন্দন ৰাজখোৱা, কৰ্ণেল অতুল দত্ত, কে. ভি. বৰদলৈ, ৰামদাস কাকতি আদিয়ে। সভাপতি ড° বৰুৱা অসুস্থ হৈ পৰলোকগামী হোৱা হেতুকে ১৯৯৮ চনৰ পৰা ইয়াৰ অধিবেশন বন্ধ হৈ আছে।

আমাৰ বিশ্বাস ছিলং প্ৰবাসী অসমীয়াসকলে সংঘবদ্ধ হৈ কাম কৰিলে সমস্যাৰ ৰাহুগ্ৰাসত পৰা অসম আৰু অসমীয়াৰ দুৰ্গতি দূৰ কৰাত কিছু পৰিমাণে হ'লেও সফল হ'ব। ○

---

*শ্ৰীযুত মুকুন্দ শৰ্ম্মা এগৰাকী অৱসৰপ্ৰাপ্ত অধ্যাপক। সাহিত্য সমালোচক, প্ৰবন্ধকাৰ ও কবি।*

# ছিলঙৰ অসমীয়া সমাজ

**ধ্যান শৰ্ম্মা**

অসমৰ আন ঠাইবোৰৰ তুলনাত ছিলঙৰ অসমীয়া সমাজ আৰু এই সমাজখনৰ সাহিত্যিক, সাংস্কৃতিক প্ৰগতি আদিৰ দিশবোৰৰ আলোচনা কৰাৰ বিশেষ মূল্য আছে বুলি ক'ব পাৰি। কিয়নো, অসমৰ আন, আন অঞ্চলবোৰত অসমীয়া ভাষা-সংস্কৃতিৰ বিকাশ আৰু উন্নতি হৈ অহাটো স্বাভাৱিক বুলি ধৰি ল'লেও ছিলংত সীমিত সংখ্যক অসমীয়াসকলৰ মাজত গঢ় লৈ উঠা অনুষ্ঠানবোৰৰ আৰম্ভণি আৰু প্ৰগতিৰ কথাবোৰৰ সুকীয়া গুৰুত্ব আছে।

এই প্ৰসঙ্গতে এটি পুৰণি কথা মনলৈ আহিছে— কলেজত পঢ়ি থকা সময়ত আমাৰ শ্ৰদ্ধেয় বুৰঞ্জীৰ অধ্যাপক স্বৰ্গীয় গুণগোবিন্দ দত্ত চাৰে ইংৰাজীতে প্ৰায়ে ছাত্ৰসকলক কৈছিল, "বুৰঞ্জী ভালকৈ পঢ়িব লাগে, বুৰঞ্জীয়ে মানুহক জ্ঞানী কৰে। অতীতৰ অভিজ্ঞতাবোৰৰ পৰা নিজৰ আৰু সমাজৰ বাবে বহুত অভিজ্ঞতা লাভ কৰিব পাৰে।" ইত্যাদি।

এইখিনিতে এটা কথা দোহাৰিবলৈ অনুভৱ কৰোঁ যে অসমত আহোম ৰাজত্বৰ দিনৰ পৰাহে বুৰঞ্জী লেখাৰ নিয়ম আৰম্ভ হৈছিল। তাৰ আগতে ভাৰতৰ আন, আন ঠাইবোৰত বুৰঞ্জী লেখা প্ৰথা নাছিল বুলি বহুতে কয়। টাই ভাষাত 'বু' মানে পুৰণি কথা, আৰু 'ৰঞ্জ' বা 'লঞ্জ' মানে বৰ্ণনা। তাৰ পৰাই বুৰঞ্জী শব্দৰ উৎপত্তি।

নানা জাতি, নানা ভাষা, নানা পৰিধানৰ আমাৰ ভাৰতবৰ্ষখনত বিভিন্নতাৰ মাজতো যে 'ঐক্য'ৰ বান্ধোন আছে সেইটো মন কৰিবলগীয়া কথা। ঐক্যতাৰ বাবেই ভাৰতবৰ্ষ এখন মহান দেশ। উক্ত শিক্ষাগুৰুজনৰ কথাষাৰৰ মূল্য এতিয়াহে বুজিব পাৰিছো। সেয়ে প্ৰবন্ধটো আৰম্ভ কৰিবলৈ লওঁতে বুৰঞ্জীৰ কাষ চাপিবলগীয়া হ'ল।

আজিৰ ছিলঙৰ কথা ক'বলৈ যাওঁতে অতীতৰ অসম ৰাজ্যৰ লগত আমাৰ চুবুৰীয়া পাহাৰীয়া ৰাজ্যবোৰৰ সম্বন্ধৰ বিষয়ে দুই-এটি কথাৰ অৱতাৰণা কৰাৰ আৱশ্যক বুলি ভাবো। সাতশ বছৰীয়া ৰাজত্ব কালত স্বৰ্গদেউসকলে এখন বৃহৎ

অসম গঠন কৰাৰ চেষ্টা কৰিছিল। সেই উদ্দেশ্যে আহোমসকলে কাৰবীয়া সৰু, সৰু কোচ, কছাৰী আদি জাতিবোৰক হয় বলেৰে নতুবা চলেৰে, অৰ্থাৎ বন্ধুত্ব কৰি নিজৰ ফলীয়া কৰি ল'ব পাৰিছিল। আহোম ৰাজ্যৰ দক্ষিণ-পশ্চিমত অৱস্থিত খাছী-জয়ন্তীয়া ৰাজ্যবোৰৰ লগতো সময়ে, সময়ে সৰু-সুৰা যুদ্ধ-বিগ্ৰহ হৈছিল যদিও এটা সময়ত বন্ধু ৰাজ্য হিচাবেহে প্ৰাধান্য পাইছিল।

জয়ন্তীয়া ৰজাসকলৰ লগত আহোম ৰজাসকলৰ বন্ধুত্বৰ কথা বুৰঞ্জীত বহুত পোৱা গ'লেও সেই সকলোবোৰ কথাৰ অৱতাৰণা কৰাৰ প্ৰয়োজন নহ'ব। জনামতে জয়ন্তীয়া ৰজাৰ লগত আমাৰ অসমৰ সম্বন্ধ যে ভাল আছিল তাৰ প্ৰমাণ হিচাবে ক'ব পাৰি স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনত এগৰাকী জয়ন্তীয়া কন্যা আহোম ৰাজপ্ৰাসাদৰ কুঁৱৰীও হৈছিল। 'জোৱাই' এই শব্দটো আমাৰ 'জোৱাঁই' শব্দৰ লগত মিল আছে। শুনামতে আহোম ৰাজ-পৰিয়াললৈ ছোৱালী দি জোঁৱাই কৰাৰ পিছত এই অঞ্চলটোৰ নামাকৰণ হয়। এবাৰ বন্ধু ৰজা স্বৰ্গদেউ প্ৰতাপ সিংহ জয়ন্তীয়া ৰাজ্যলৈ আহোঁতে জয়ন্তীয়াসকলৰ আৰাধ্য দেৱী দুৰ্গাৰ এটি সোণৰ মূৰ্ত্তি দেখি খুব মোহিত হৈছিল আৰু সেই মূৰ্ত্তিটি আহোম ৰাজ্যলৈ নিবলৈ বিচাৰিলে। জয়ন্তীয়া ৰজাই প্ৰজাৰ ইচ্ছাৰ বিৰুদ্ধে নগৈ আন এখন তেনে ধৰণৰ মূৰ্ত্তি বন্ধু আহোম ৰজালৈ উপহাৰ দি পঠিয়ালে। শুনা যায়, বৰ্ত্তমান যোৰহাট চহৰৰ মাজ মজিয়াত থকা 'বুঢ়ী গোসানী' দেৱালয়ৰ মূৰ্ত্তিটিয়েই জয়ন্তীয়া ৰজাই দিয়া। সময়ত স্বৰ্গদেউ গদাধৰ সিংহৰ দিনত এই দেৱালয় প্ৰতিষ্ঠিত হয়।

খাছী-জয়ন্তীয়াসকলৰ নিজা বুৰঞ্জী আছে নে নাই নাজানো। ইয়াত উল্লেখ কৰিবলৈ লোৱা কথাবোৰ দুই-এক শিক্ষিত পাহাৰী বন্ধুৰ পৰাহে সংগ্ৰহ কৰা বাবে কৰবাত বঢ়া-ভুতা হ'ব পাৰে। নিৰ্ভৰযোগ্য সমল গোটাবৰ বৰে বুৰঞ্জীবিদসকলে যত্ন ল'ব বুলি আশা ৰাখিছো।

বৃটিচ ৰাজত্বৰ আগলৈকে খাছী বা জয়ন্তীসকল খৃষ্ট ধৰ্ম্মৰ প্ৰভাৱলৈ অহা নাছিল। তেওঁলোকৰ নিজৰ ধৰ্ম্মটো 'হেন্নিউ-ট্ৰেপ' নামে জনা যায়। 'হেন্নিউ' মানে 'সাত', অৰ্থাৎ সাতটা পৰিয়াল। তেওঁলোকৰ বিশ্বাসমতে ভগৱানে মানুহ সৃষ্টি কৰি তেৰটা পৰিয়ালক পৃথিৱীলৈ পঠিয়াইছিল। কিবা কাৰণত তাৰ মাজৰ পৰা ছয়টা পৰিয়াল স্বৰ্গলৈ উভতি গ'ল। বাকী সাতটা পৰিয়াল পৃথিৱীতে ৰৈ গ'ল। এই সাতটা পৰিয়ালৰ পৰাই তেওঁলোক বৃদ্ধি হৈ আহি আছে। তেওঁলোকৰ ধৰ্ম্মত মূৰ্ত্তিপূজা আদিৰ আনুষ্ঠানিকতা নাই যদিও আদৰ্শবোৰ সাৰ্ব্বজনীন।

তেওঁলোকে ভাবে— 'নাং কি কুৰ', 'নাং কি পাৰা' ইত্যাদি। নাং মানে জনা বা জানিবলৈ বিচৰা, 'কুৰ' মানে কুল, মানুহৰ কুল, বংশ। 'পাৰা' মানে ভাই-ককাই আদি, পাৰা স্নং মানে প্ৰতিবেশীকো বুজায়। চমুকৈ তেওঁলোকৰ ধৰ্ম্মমত হ'ল— মানুহক ভগৱানৰ সন্তান ৰূপে শ্ৰদ্ধা-ভক্তি কৰা আৰু সৎ পথত থাকি নিজ কৰ্ত্তব্য কৰি গ'লেই ভগৱান (উবলেই) সন্তুষ্ট হয়। আগতে জয়ন্তীয়াসকলৰ ধৰ্ম্মও একেই আছিল। কালক্ৰমত তেওঁলোক মূৰ্ত্তিপূজক হৈ হিন্দু ভাবাপন্ন হোৱা বুলি জনা যায়।

আহোম ৰাজ্যৰ দৰে কছাৰী ৰাজ্যৰ লগতো জয়ন্তীয়াসকলৰ সংমিশ্ৰণ ঘটিছিল। অভিধানতো 'জয়ন্তীয়া কছাৰী' বুলি এটা ফৈদৰ নাম পোৱা যায়। এতিয়াও কাছাৰ জিলাত জয়ন্তীয়া মানুহৰ কেইবাখনো গাওঁ আছে।

জয়ন্তীয়াসকলৰ মাজত দলৈ, চালিহা (চলিহা) দাৰ আদি কিছুমান উপাধি পোঁৱা যায়। অসমত (বিশেষকৈ নামনি অসমত) দলৈসকলে যিদৰে দৌল-দেৱালয় আদি পৰিচালনা কৰাৰ দায়িত্বত থাকে সেইদৰে, জয়ন্তীয়াসকলৰ দলৈবোৰৰ কামো একেই বুলি শুনা যায়। সময়ে সময়ে বহু আহোম ৰাজ্যৰ পৰা আৱশ্যকীয় কামৰ বাবে মন্দিৰ বা ৰাজকাৰ্য্যত সহায় কৰিব পৰা লোক জয়ন্তীয়া ৰাজ্যলৈ অনা খবৰ পোৱা যায় সেইবাবেই ওপৰোক্ত উপাধিৰ নামো থকাতো স্বাভাৱিক। বৰ্ত্তমান ছিলংত সু-পৰিচিত স্বৰ্গীয় মাহাম সিং দেৱৰ মাতুল পৰিয়ালৰ বিষয়েও তেনে এটা কাহিনী পোৱা গৈছে। বাবু স্বৰ্গীয় জীৱন ৰয় (স্বৰ্গীয় মাহাম সিঙৰ ককাক)ৰ পূৰ্ব্বপুৰুষসকলৰ এজন হেনো শিৱসাগৰৰ কোনোবা মন্দিৰৰ পৰা পূজাৰী হৈ জয়ন্তেশ্বৰী মন্দিৰলৈ আহিছিল। সেইজনৰে বংশধৰসকল কালক্ৰমত খাছী-জয়ন্তীয়াৰ মিশ্ৰণত এই পৰিয়ালটি হৈছে বুলি ক'ব পাৰি। পিছত স্বৰ্গীয় জীৱন ৰয়ৰ পৰিয়াল কোনোবা সময়ত চেৰাপুঞ্জীলৈ উঠি আহে বুলি কয়। তেখেতসকলৰ পৰিয়ালৰ উপাধি 'চাৱাইন'। ৰায় উপাধিটো ইংৰাজ ৰাজত্বৰ পিছতহে হোৱা সম্ভৱ।

খাছী-জয়ন্তীয়াসকলৰ ভিতৰত বহুতো উপাধি পোৱা যায় যেনে— খাৰকোংগৰ (কোঁৱৰ), খাৰ মাল্‌কি, খাৰছাতি ইত্যাদি। 'খাৰ' শব্দৰ খাছী অৰ্থ হ'ল ভৈয়ামৰ মানুহ। অসমত যেনেকৈ বঙ্গাল মানে বিদেশীক বুজায়, যেনে 'বগা বঙ্গাল'। খাৰ শব্দযুক্ত পৰিয়ালবোৰৰ বিষয়েও বুজিব পাৰি যে কোনো সময়ত তেওঁলোক ভৈয়ামৰ লোকৰ পৰা জন্ম গ্ৰহণ কৰা লোক। খাৰ কোংগৰ (কোঁৱৰ) বিষয়ে দুই এক খাছী বন্ধুৰ পৰা বুজিব পাৰিছিলো যে যিহেতু

খাছীসকল 'মাতৃপ্রধান' সমাজৰ তেওঁলোকৰ সা-সম্পত্তিৰ অধিকাৰী মাতৃহে। তাৰ ভিতৰতে ঘৰৰ আটাইতকৈ সৰুজনী ছোৱালীয়েহে মাকৰ সম্পত্তিৰ অধিকাৰী হ'ব পাৰে। চিয়েম বা ৰজাসকলৰ ক্ষেত্ৰতো একে নিয়মেই চলে। চিয়েমসকলৰ ডাঙৰ ছোৱালী থাকিলে সকলো ডেকাই ওপৰৰবোৰক অগ্ৰাহ্য কৰি সৰুজনী জীয়ৰীক বিয়া কৰাবলৈহে মন কৰে। যাৰ ফলত ৰজাৰ ডাঙৰবোৰ জীয়ৰীৰ বিয়া দিয়াত সমস্যা হৈ পৰে। তেনে পৰিস্থিতিত বহুত চিয়েমে ভৈয়ামলৈ মানুহ পঠিয়াই দেখনিয়াৰ ডেকাবোৰক ধন-সম্পত্তিৰ আশা দেখুৱাই আনি ৰজাৰ জোঁৱাই কৰিছিল বোলে। তেওঁলোকৰ ল'ৰাছোৱালীবোৰ ৰজাৰ নাতি বাবে কোঁৱৰ (উচ্চাৰণত কোংগৰ) হ'ল আৰু পিতৃপুৰুষ ভৈয়ামৰ হোৱা বাবে খাৰ শব্দটো আহি পৰিল। এইবোৰ শুনা কথা হ'লেও সত্যতা আছে যেন লাগে। এই বিষয়বোৰ বৈজ্ঞানিকভাৱে বিচাৰ কৰাৰ প্ৰয়োজন বুলি ভাবো।

ছিলঙৰ বিষয়ে আৰম্ভ কৰিবলৈকো পুনৰ বুৰঞ্জীৰ সহায়ৰ দৰকাৰ। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ পিছত আমাৰ অসমকে ধৰি উত্তৰ-পূৰ্ব্বাঞ্চলৰ বহুতো ভৌগলিক পৰিবৰ্ত্তন আহি পৰে। মানৰ আক্ৰমণ আৰু অত্যাচাৰৰ পৰা আহোম ৰাজ্যক ৰক্ষা কৰাৰ চলতে বৃটিচসকলে সাতশ বছৰীয়া আহোম ৰাজত্বৰ অন্ত পেলাই অসমখন দখল কৰে। সেই সময়ৰ পৰাই অসমৰ চুবুৰীয়া সৰু-বৰ প্ৰায়বোৰ ৰাজ্যক লৈ এক বৃহত্তৰ 'অসম প্ৰভিন্স' (ৰাজ্য) পাতি লয়। তাৰ ফলস্বৰূপে খাছী-জয়ন্তীয়া, বড়ো-কছাৰী আৰু বৰ্ত্তমান অৰুণাচলৰ এক অংশ একেলগ কৰি 'অসম' হিচাবে শাসন কৰিবলৈ লয়।

প্ৰথম অৱস্থাত বৃটিচসকলে উজনিত শিৱসাগৰ আৰু নামনিত গুৱাহাটীকে কেন্দ্ৰ কৰি শাসন চলাইছিল। এইখিনি সময়ৰ ভিতৰতে ইংৰাজসকল সুৰমা উপত্যকাইদি আহি খাছী-জয়ন্তীয়া পাহাৰৰ চিয়েম বা ৰজাসকলৰ বেছি ভাগকে বৃটিচ শাসনৰ অধীন কৰি লৈছিল।

১৮৬০ চনৰ আগলৈকে ছিলং নামটো বহুতেই জনা নাছিল। ইংৰাজসকলে চেৰাপুঞ্জিৰ পৰা আগবাঢ়ি আহি ছিলং নামৰ ঠাইখন পায়হি। বৰ্ত্তমান ইয়াক 'আপাৰ ছিলং' নামে জনা যায়। আপাৰ ছিলঙৰ উচ্চতা সাগৰ পৃষ্ঠৰ পৰা প্ৰায় ৬০০০ ফুট ওপৰত। এই বহল পাহাৰে আগুৰি থকা সমতল ঠাইখিনি পাই বৃটিচসকলে তাতেই নতুনকৈ পতা 'অসম প্ৰভিন্স'ৰ ৰাজধানী পতাৰ সিদ্ধান্ত লয়। যিহেতু ইংৰাজসকল শীতপ্ৰধান দেশৰ লোক তেওঁলোকে ভৈয়ামৰ

গৰমৰ পৰা আঁতৰি থাকিবলৈ মন কৰাটো স্বাভাৱিক। খাছীসকলৰ মাজত প্ৰবাদ আছে যে 'উ ছিলং' নামৰ এজন ৰজাৰ ল'ৰাই এসময়ত এই ঠাইখিনিতে সাধনা কৰি ভগৱানৰ লগত মিল হৈ গৈছিল। সেইবাবে এই ঠাইখনৰ নাম ছিলং হ'ল। বৰ্ত্তমান আমি পোৱা অসমৰ ৰাজধানী আৰু এতিয়া মেঘালয়ৰ ৰাজধানী ছিলংখন সেই ছিলং পিকৰ পৰা প্ৰায় ১০০০ ফুট তলত অৱস্থিত। ওপৰৰ খণ্ডক এতিয়াও আপাৰ ছিলং বুলি কোৱা হয়।

১৮৭৪ চনতে নতুনকৈ গঠন কৰা 'অসম প্ৰভিন্স'ৰ ৰাজধানী হিচাবে ছিলংক নিৰ্ব্বাচন কৰা হ'ল যদিও গুৱাহাটীৰ পৰা অফিচবিলাক উঠাই আনি বিষয়া আদি সকলৰ ঘৰবাৰী তৈয়াৰ কৰা আদি কামৰ বাবে দুবছৰ সময় লাগিল। সেইহেতু ১৮৭৬ চনৰ পৰাহে ছিলং প্ৰকৃত ৰাজধানী হৈছিল বুলি ক'ব পাৰি।

অসম প্ৰদেশৰ (প্ৰভিন্স) ৰাজধানী হৈ ছিলং এখন নতুন চহৰ ৰূপে গঢ়ি উঠিল। প্ৰথম অৱস্থাত এই ঠাইখনৰ জনবসতি খুব কম আছিল। ১৮৮১ চনৰ লোকপিয়লৰ হিচাবত সেই সময়ৰ ছিলঙৰ জনসংখ্যা প্ৰায় ৪০০০ (চাৰি হাজাৰ) আছিল। ইয়াৰে ভিতৰৰে দুই এক ব্যৱসায়ী লোক কিছুমান ফৌজৰ লোক আৰু বেছিভাগেই সৰু-বৰ চৰকাৰী চাকৰিয়াল। সেই সময়ত চহৰ অঞ্চলত খাছী লোকৰ সংখ্যাও খুব কম আছিল বুলি শুনা যায়।

অবিভক্ত অসমৰ ৰাজধানী হ'লেও সেই কালছোৱাত অসমৰ মানুহ খুব কমেইহে ছিলঙলৈ আহিছিল। যি দুই-এজন আহিছিল তেওঁলোকেও চৰকাৰী চাকৰিৰ সম্পৰ্কতহে আহিবলগা হৈছিল। আমাৰ অগ্ৰজসকলৰ পৰা জনামতে ১৮৮০ চন মানৰ পৰাহে অসমৰ লোক দুই-এজনকৈ আহিবলৈ আৰম্ভ কৰে। সেইসকলৰ ভিতৰত উত্তৰ গুৱাহাটীৰ স্বৰ্গীয় নন্দীৰাম বৰা নামৰ এজন ভদ্ৰলোকৰ কথা শুনা যায়। উল্লেখ কৰা প্ৰয়োজন যে সেই দিনত ছিলঙলৈ অহাযোৱা কৰাটোও সিমান সহজ নাছিল। গড়কাপ্তানী বিভাগৰ ৰেকৰ্ডত পোৱা মতে ১৮৬৪ চনত এজন ইংৰাজ লোকে ঘোঁৰাৰে গৈ বৰ্ত্তমানৰ ছিলং-গুৱাহাটী পথটো আবিষ্কাৰ কৰে। সেইটো তেতিয়া এটা (Bridle path) ঘোঁৰা চলিব পৰা ৰাস্তাহে আছিল। নতুনকৈ কোনো জৰীপ নকৰাকৈয়ে সেই ৰাস্তাটোকে কালক্ৰমত বহলাই আনি ছিলঙক অসমৰ লগত সংলগ্ন কৰা হৈছিল। শুনামতে, সেই দিনত গুৱাহাটী-ছিলঙৰ মাজত অহাযোৱা কৰিবলৈ হয় খোজকাঢ়ি নতুবা ঘোঁৰাৰ পিঠিত বা গৰুৰ গাড়ীৰেহে আহিবলগীয়া হৈছিল। তেনেকৈ আহি

দুদিনৰ মূৰত ছিলং পাইছিলহি।

এই ছিলং-গুৱাহাটী ৰাস্তা ওলোৱাৰ পিছৰ পৰাহে অসমৰ মানুহ ছিলঙলৈ আহিব পৰা হ'ল বুলি ক'ব পাৰি। তাৰ আগতে ইংৰাজসকলৰ তলত চাকৰি কৰিবলৈ অহা ভালেখিনি বঙ্গবাসী লোক চিলেট, ভোলাগঞ্জ হৈ চেৰাপুঞ্জীয়েদি আহি ছিলং সোমাইছিল বুলি জানিব পৰা গৈছিল।

১৮৮৭ চনত 'গোলাম হাইডৰ এণ্ড চন্স' নামৰ এটি ব্যক্তিগত প্ৰতিষ্ঠানৰ দ্বাৰা পোন প্ৰথম বাৰৰ বাবে ঘোঁৰাৰে টনা গাড়ী (টাঙ্গা) চলাবলৈ লয়। দুই-তিনি ঠাইত ঘোঁৰা সলাই আহি এদিনতে ছিলং আহি পাব পৰা হ'ল। ইয়াৰ পিছত ১৯০৬ চনৰ পৰা এন. কে. বি. নামৰ এটা কোম্পানীয়ে (মটৰ গাড়ী) বাছ চাৰ্ভিচ আৰম্ভ কৰে। বাণিজ্যিক ভিত্তিত আৰম্ভ হোৱা এই বাছ চাৰ্ভিচ ভাৰতৰ ভিতৰতে প্ৰথম বুলি কোৱা শুনিছিলো। সেই দিশৰ পৰা ছিলং আৰু গুৱাহাটী বাছ ষ্টেচন দুটা ভাৰতৰ ভিতৰতে প্ৰথম হ'ব লাগে। ১৯৪৮ চনত (স্বাধীনতাৰ পিছত) চৰকাৰী খণ্ডত 'অসম ষ্টেট ট্ৰেন্সপৰ্ট' গঠন হোৱাৰ আগলৈকে এই ৰাস্তাত 'কমাৰ্চিয়েল কেৰিং কোঃ' নামৰ এটা প্ৰতিষ্ঠানৰ গাড়ী চলিছিল। সেই দিনত গাড়ীবোৰত চলিড্ (Solid Tyre) টায়াৰ (অৰ্থাৎ টিউব নোহোৱা টায়াৰ) ব্যৱহাৰ হৈছিল। এনে গাড়ীত আমি উঠিবলগা নহ'ল যদিও কোম্পানীৰ গুদামত পৰি থকা দেখিছিলো। বাছ চাৰ্ভিচ চলিছিল যদিও গাড়ীবোৰ দ্ৰুতগামী নাছিল বাবে তেতিয়াও এই পথছোৱাত অহাযোৱা কৰোঁতে ৬/৭ ঘণ্টা লাগিছিল। তাৰ আন এটা কাৰণ, তেতিয়া ৰাস্তা ঠেক থকাত ওৱান ওৱে (এফালৰ পৰা অহাযোৱা কৰা) হিচাবতহে চলাচল কৰিবলগা হৈছিল। উমিয়াম জলবিদ্যুৎ প্ৰকল্প হোৱাৰ পিছৰ পৰাহে এই পথছোৱা ক্ৰমে বহলাই অনা হ'লত এতিয়া দুয়োফালৰ পৰা যান-বাহন অহাযোৱা কৰিব পৰা হ'ল। যাৰ ফলত এতিয়া আঢ়ৈ-তিনি ঘণ্টাত ছিলং-গুৱাহাটীৰ মাজত চলাচল কৰিব পৰা হ'ল।

যাতায়তৰ জটিলতাৰ উপৰিও, উনৈশ শতিকাৰ শেষ ভাগলৈকে ছিলঙলৈ অসমীয়া মানুহসকল অহাতো সেৰেঙা হৈ থকাৰ আন এটা কাৰণ আছে বুলি ক'ব লাগিব। কাৰোবাৰ বাবে অপ্ৰিয় হ'লেও, কাৰণটো কোৱা আৱশ্যক বুলি ভাবো।

প্ৰথম অৱস্থাত ইংৰাজে শাসনভাৰ চলাবলৈ অফিচ, কাছাৰী আদিত ইংৰাজী ভাষা প্ৰচলন কৰে। সেই সময়ত অসমত ইংৰাজীত শিক্ষা লাভ কৰা

লোকৰ সংখ্যা অতি কম আছিল বুলি ক'ব পাৰি। আনহাতে, ইয়াৰ প্ৰায় এশ বছৰ আগতে ইংৰাজৰ অধীনলৈ অহা চুবুৰীয়া বঙ্গদেশৰ মধ্যবিত্ত শ্ৰেণীৰ ভালে সংখ্যক লোকেই কম-বেছি পৰিমাণে ইংৰাজী ভাষা শিকি শাসক বৰ্গক অন্ততঃ নিম্নবৰ্গৰ কামবোৰত সহায় কৰিব পৰা হৈ উঠিছিল। সেই সুযোগতে, উনৈশ শতিকাৰ মাজভাগৰে পৰা কলিকতা, ঢাকা, চিলেট আদি অঞ্চলৰ লোকসকল আহি অসমৰ অফিচ, কাছাৰী, স্কুল-কলেজ আৰু চাহ উদ্যোগৰ কামবোৰত সোমাই পৰিছিল। স্মৰণীয় যে এই লোকসকলৰ বেছিভাগেই 'উগ্ৰ ভাষা সচেতন' লোক আছিল।

এনেবোৰ লোকৰ উচটনিত পৰি বৃটিচসকলেও প্ৰথম অৱস্থাত তেওঁলোকৰ কথাত পতিয়ন গৈ অসমত বঙালী ভাষাকে চলাবলৈ আৰম্ভ কৰিছিল। এই লোকসকলে শাসকবৰ্গক বুজাই দিছিল যে অসমীয়া এটা পৃথক ভাষা নহয়, বঙ্গভাষাৰে 'অপভ্ৰংশ' মাত্ৰ ইত্যাদি। আজি প্ৰত্যেক অসমীয়াই জানে যে নাথান ব্ৰাউন, মাইলচ্ ব্ৰন্‌চন্ আদি অগ্ৰণী ধৰ্ম্মযাজকসকলৰ লগতে স্বৰ্গীয় আনন্দৰাম ঢেকীয়ালফুকনকে ধৰি কেইজনমান বৰেণ্য পুৰুষৰ চেষ্টাৰ ফলত ১৯৭৩ চনৰ পিছতহে অসমীয়া ভাষাই উপযুক্ত স্থান পালে। ইতিমধ্যে অসমীয়া সমাজতো ইংৰাজীত শিক্ষা লাভ কৰা লোকৰ সংখ্যা বাঢ়ি আহিল যদিও চাকৰি পোৱাটো বৰ সহজ নাছিল। বিশেষকৈ ৰাজধানীৰ অফিচবোৰত উল্লেখিত ভাষা-গোষ্ঠীৰ লোকসকলৰ আধিপত্য বেছি থকাত অসমীয়া মানুহে ইমান দূৰ বাট আহি থকা-মেলাৰ সুবিধা নথকা ঠাইত চাকৰি পোৱাটো সহজ নাছিল। বৃটিচ প্ৰশাসকসকলে ভৈয়ামৰ অফিচবোৰত কাম কৰি থকা কোনো, কোনো অসমীয়া কৰ্ম্মচাৰীক নিৰ্ব্বাচন কৰি আনি ছিলঙৰ চেক্ৰেটেৰিয়েট আৰু আন, আন অফিচবোৰত স্থান দিছিল। ক'ব লাগিব যে তেতিয়াৰ ছিলংত কাম কৰা আমাৰ পূৰ্ব্বপুৰুষসকলৰ আত্মবিশ্বাসী আৰু সাহসী পুৰুষ আছিল। উল্লেখিত ভাষা সচেতন সকলৰ পৰা এই এমুঠি অসমীয়া লোকে কামত সহযোগ লাভ কৰাৰ পৰিৱৰ্ত্তে অনেক সময়ত বাধাহে পাইছিল বুলি জনা যায়।

এনে পৰিস্থিতিৰ মাজতো তেওঁলোকে নিজকে প্ৰতিষ্ঠা কৰিব পৰাটো অসমীয়াসকলৰ বাবে গৌৰৱৰ বিষয়। এনে লোকসকলৰ ভিতৰৰে কেইবাজনেও কৰ্ম্মদক্ষতাৰ চিন হিচাবে বৃটিচ চৰকাৰৰ পৰা ৰায়বাহাদুৰ, ৰায়চাহেব উপাধিও পাইছিল। তেখেতসকলৰ ভিতৰত মনত পৰে ৰায়বাহাদুৰ কনকলাল বৰুৱা, ৰায়চাহেব কমলাকান্ত বৰুৱা, ৰায়চাহেব সোণাধৰ সেনাপতি আদি। তেখেতসকলৰ

নিচিনা ভালেমান অগ্ৰজ চাকৰিয়ালৰ যত্নতে ছিলঙৰ অফিচবোৰত অসমীয়া কৰ্ম্মচাৰীৰ সংখ্যা ক্ৰমে বাঢ়ি আহিছিল। ইয়াৰ ফলস্বৰূপে ১৮৭০ চন মানৰ পৰা ছিলংত প্ৰায় ৩০/৪০টা অসমীয়া পৰিয়াল গোট খাইছিল। সেইসকলৰ বেছিভাগেই লাবান অঞ্চলত বাস কৰিছিল। তেতিয়া লাবান এখন অসমীয়া গাওঁ যেনেই আছিল। বঙ্গালীসকলৰ সংখ্যা অধিক আছিল যদিও তেওঁলোকৰ বেছিভাগেই হৰিসভা, ৰিলবং, চিলেটিপাৰা নামৰ অঞ্চলবোৰত বেছিকৈ আছিল। সেই সময়ত লাবানত খাছী পৰিয়ালো দুই-এঘৰহে আছিল। লাবানত থকা অসমীয়া পৰিযালবোৰ অসমৰ সকলো জিলাৰ পৰা অহা লোক আছিল। আমাৰ মাতামহী (আইতা)ৰ মুখৰ পৰা সেই সময়ৰ বহুত কথা জনাৰ ভাগ্য হৈছিল। তেখেতে কোৱামতে বিভিন্ন ঠাইৰ পৰা আহি ছিলংত লগ হোৱা এই অসমীয়া সমাজখন একেখন ঘৰ যেন আছিল। মানুহখিনিয়ে সকলো কাম একেলগ হৈ কৰিছিল। আপদ-বিপদত প্ৰত্যেকে সহায় কৰাটো ধৰ্ম্ম পালন কৰাৰ নিচিনা কথা আছিল। অগ্ৰজসকলক সকলোৱে শ্ৰদ্ধাৰে সম্বোধন কৰিছিল।

এইখিনিতে মাতামহীৰ পৰা শুনা এজন শ্ৰদ্ধেয় ব্যক্তিৰ নাম মনলৈ আহিছে। তেখেতকসকলৰ ঘৰখন আমাৰ মাতুলৰ ঘৰৰ কাষতে হোৱাত পৰিয়ালটিৰ লগত আমাৰ আইতা, মাহঁতৰ সম্বন্ধীয় লোক যেন আছিল। তেখেত আছিল গুৱাহাটীৰ ৰজাবাৰীৰ শ্ৰদ্ধেয় ৰাজকুমাৰ স্বৰ্গীয় সিদ্ধেশ্বৰ গোহাঁই ডাঙৰীয়া। সেই দিনৰ অসমীয়াসকলৰ উপৰিও খাছী, বঙ্গালীসকলো সম্প্ৰদায়ৰ মাজত তেখেত শ্ৰদ্ধেয় বেক্তি আছিল। তেখেতক সকলোৱেই গোহাঁইদেউ বুলি জানিছিল। শুনামতে সেই দিনত তেখেতে খাছী ভাষাও জানিছিল। তেতিয়াৰ মিল্লিমৰ চিয়েমৰ লগতো তেখেতৰ বন্ধুত্ব আছিল। এটা সময়ত তেখেতে খাছী ৰজাৰ পৰা বহুত মাটি নিজে কিনি লৈ পিছত বহু পৰিয়ালক সজ মূল্যত বিক্ৰী কৰি ঘৰ সজাত উদ্‌গনি দিছিল। ১৯১৮ চনত লাবানত প্ৰতিষ্ঠিত প্ৰথমখন অসমীয়া প্ৰাইমাৰী স্কুলৰ বাবেও তেখেতে আৱশ্যকীয় মাটিখিনি দান কৰিছিল। সেই স্কুলখন এতিয়াও আছে। অসম ক্লাবৰ জন্মলগ্নৰে পৰা তেখেত জড়িত আছিল। ১৮৯৬ চনত প্ৰতিষ্ঠা হোৱা 'অসম ক্লাব'ৰ বাবে স্বৰ্গীয় গোহাঁইদেউ আৰু স্বৰ্গীয় শম্ভুৰাম বৰাৰ যত্নতে ১৮৯৮ চনত লাবানৰ মাজতে 'লাখেৰাজ' (খাজানা দিব নলগা) ভিত্তিত প্ৰায় চাৰে তিনি কঠা মাটি খাছী চিয়েমে অসম ক্লাবৰ বাবে দিয়ে। শ্ৰদ্ধেয় গোহাঁইদেউৰ বিষয়ে ক'ব পৰা বহুত থাকিলেও স্থানৰ অভাৱত সামৰা হ'ল।

১৯১৮ চনত ছিলংত অসমীয়াৰ প্ৰথম স্কুলখন হৈ উঠাৰ পিছত অসমীয়া

সমাজখন লাহে লাহে বাঢ়ি আহিল। ১৯২০ চনত অসমীয়াসকলৰ প্ৰথম ফাকুৱা পূজা আৰু দুৰ্গা পূজা আৰম্ভ হয়। এই আৰম্ভণিৰ পৰাই অসমীয়াসকলৰ নামঘৰ সজাৰ মন খোল খায়। যাৰ ফলত ১৯২৩ চনত সাৰ্ব্বজনীন (জেলৰ'ড) নামঘৰ আৰু ১৯৩৫ চনত লাবান নামঘৰ প্ৰতিষ্ঠা হয়।

স্বাধীনতাৰ পিছৰ কেইবছৰৰ পৰা অসমীয়া লোক ছিলঙলৈ সহজে অহাযোৱাত বহুতো অসমীয়া অনুষ্ঠানে গা-কৰি উঠিল।

(১৯৪৭ চনৰ শেষৰ ফালে) আমি ছিলংত নিগাজীকৈ থাকিবলৈ লোৱাৰ পৰা দেখিবলৈ পাইছিলো, শ্ৰীঅতুল চন্দ্ৰ বৰুৱা, স্বৰ্গীয় দেৱীদাস, শ্ৰীগুৰুদত্ত ভাগৱতী প্ৰমুখ্যে কেইজনমান সাহিত্যানুৰাগী লোকে 'মুকুল সঙ্ঘ' নামৰ এটি অনুষ্ঠান পতাত খুব ব্যস্ত আছিল। আনুমানিক ১৯৪৫ চন মানতে এই সংঘৰ পাতনি মেলা হৈছিল। প্ৰথম অৱস্থাত শ্ৰীঅতুল চন্দ্ৰ বৰুৱা দেৱে অসমীয়া শিক্ষিত লোকসকলক সাহিত্য চৰ্চ্চাৰ প্ৰতি আগ্ৰহী কৰাত বহুতো খাটিবলগা হৈছিল। তেখেতে মানুহৰ ঘৰে ঘৰে গৈ অনুৰোধ কৰাত দেখিছিলো সেই সময়ত অসমীয়া চাকৰিয়ালসকলৰ ভিতৰৰ বহুতো উচ্চ পদত থকা লোকে মুকুল সংঘত ভাগ লৈছিল। প্ৰথম অৱস্থাত প্ৰায় মানুহৰ ঘৰে ঘৰে ৰবিবাৰত সংঘৰ আলোচনা চক্ৰবোৰ বহিছিল। শ্ৰীঅতুল চন্দ্ৰ বৰুৱা দেৱৰ কথামতেই দুই-এখন এনে চক্ৰত যোগ দিয়াৰ ভাগ্য আমাৰ হৈছিল। কিন্তু সাহিত্যৰ 'স'টো নুবুজা বাবে বহুত দিন আঁতৰি পৰিলো।

জন্মলগ্নৰে পৰা মুকুল সংঘই ছিলং চহৰত অসমীয়া সাহিত্যৰ সেৱা কৰি ভালেখিনি উল্লেখনীয় কাম কৰি আহিছে আৰু বিভিন্নজনৰ সুপ্ত প্ৰতিভা বিকাশত উদ্‌গনি দি ভাষা জননীৰ সেৱাত লগাব পাৰিছে।

অসম সাহিত্য সভাৰ সক্ৰিয় শাখা হিচাবে গণ্য হ'ব পৰাটো 'ছিলং মুকুল সংঘ'ৰ বাবে গৌৰৱৰ কথাই কেৱল নহয়, এই মহান দায়িত্ব পালন কৰি যাবৰ বাবে অধিক কৰিবলগা আছে যেন অনুভৱ কৰোঁ। ○

---

*শ্ৰীধ্যান শৰ্ম্মা এগৰাকী অৱসৰপ্ৰাপ্ত অসম চৰকাৰৰ জেষ্ঠ্য বিষয়া। সমাজকৰ্ম্মী। ধৰ্ম্মীয় অনুষ্ঠানৰ লগত জড়িত আৰু সাহিত্যৰ চৰ্চা আছে।*

# বিষ্ণুৰাভাৰ গীতত সাম্যবাদৰ ছবি

## শুভাঞ্জন দাশ

বিষ্ণুৰাভাৰ আভাৰে জ্যোতিৰ জেউতিৰে উজ্বলি উঠিছিল অসমীৰ কৃষ্টি-সংস্কৃতি। ৰাভা নিজেই আভা। ৰাভা এমুঠি তৰাৰ জিলিমিলি। ৰাভা শিল্পী, চিত্রকৰ, নৃত্যকৰ, খেলুৱৈ, অভিনেতা। ৰাভা শিল্পী সৈনিক। ৰাভা জনতাৰ শিল্পী। ৰাভাৰ মুখত সদায় আছিল এটি মিঠা হাঁহি। অসমীয়া জাতিৰ সম্পত্তি ৰাভাই গাইছিল ঃ

মোৰ জীৱনৰ আকাশতে
ইন্দ্র ধনু গঢ়িম।
সাত ৰঙেৰে মীনা কৰাই
যতনেৰে তৰিম।।

১৯০৯ চনৰ জানুৱাৰী মাহৰ ৩১ তাৰিখে ৰাভাৰ জন্ম হয় ঢাকাত। তেওঁৰ দেউতাক আছিল গোপাল চন্দ্র বড়ো। ৰাভা অকল শিল্পী নাছিল, তেখেত আছিল মেধাবী ছাত্র, ভাল খেলুৱৈও।

১৯২৫ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা দৰং জিলাৰ ভিতৰত সৰ্ব্বোস্ব স্থান অধিকাৰ কৰি মেট্রিক পাছ কৰিছিল। উচ্চ শিক্ষাৰ্থে গ'ল কলিকতালৈ। চেণ্টপল কলেজৰ পৰা আই. এছ. ছি. পাছ কৰি ৰিপণ কলেজত বি. এছ. ছি. পঢ়িছিল। তাত কিছু দিন থাকি গ'ল কোছবিহাৰলৈ ইংৰাজী বিভাগত অনাৰ্চ লৈ কলা বিষয়ত অধ্যয়ন কৰিবলৈ।

১৯৩০ চনৰ কথা। ৰাভা তেতিয়া চফল ডেকা। গান্ধীজীৰ অসহযোগ আন্দোলনৰ বতাহ ভাৰতৰ সকলো ঠাইতে প্রবাহমান। ৰাভা তেতিয়া বি. এ. ফাইনেলৰ পৰীক্ষাৰ্থী। পৰীক্ষা দিয়া ৰাভাৰ নহ'ল। ৰাভাই আন্দোলনত জপিয়াই পৰিল। সেই সময়ত তাত হকিন্স নামৰ এজন বৃটিছ ৰেজিমেণ্ট আৰু নলিনী ৰঞ্জন খাস্তগীৰ নামৰ এজন দেৱানৰ চতুৰালিত ৰজাই প্রজাৰ ওপৰত অত্যাচাৰ চলাবলৈ ধৰে। এই অত্যাচাৰে দিলে জন্ম জন বিক্ষোভ। ৰাভা আছিল তেতিয়া ছাত্র নেতা। সেই জন বিক্ষোভত ৰাভা জপিয়াই পৰিল। ৰাজ প্ৰাসাদৰ সিংহ দুৱাৰত পোষ্টাৰ লগালে ৰাভাই এই বুলি ঃ

ৰাজ্যে আছে দুইটি পাঁঠা
একটি কালো একটি সাদা
ৰাজ্যেৰ যদি মংগল চাও
দুইটি পাঠাই বলি দাও।

কি চমৎকাৰ বিষ্ণু ৰাভাৰ বিপ্লবী মন। ৰাজপ্ৰাসাদৰ সিংহ দুৱাৰ আৰু জেনকিন্স হাইস্কুলত উত্তোলন কৰিছিল কংগ্ৰেছী পটকা। ৰাভা তাত থাকিবলৈ নোৱাৰিলে, বি. এ. পৰীক্ষা দিয়া নহ'ল। ৰাভা গ'ল ৰংপুৰলৈ। তাৰ পিছত তেজপুৰৰ নিজ ঘৰলৈ ঘুৰি আহিল ৰাভা। ৰাভাই গালে এইবেলি ঃ

গীত— অ' অসমীয়া ডেকা দল
আজি তোৰ তেজাল বদন
মলিন কিয় হ'ল।

..........................................

..........................................

অসমৰ বিভিন্ন ভাষা-ভাষী, বিভিন্ন ধৰ্ম্মাৱলম্বী, নানা জাতি-উপজাতিৰ লোকসংস্কৃতিক তেওঁ স্বাগতম জনাই বুকুত সাবতি লৈ সেইবোৰ একেলগ কৰি অসমীয়া লোকসংস্কৃতি হিচাবে বিশ্বৰ আগত দাঙি ধৰিলে। ৰাভাই গালে মুক্ত কণ্ঠে ঃ

গীত— বিশ্বৰ ছন্দে
ছন্দে মহানন্দে আনন্দে
নাচা, নাচা তমোহৰদেউ
নাচা!

চৰকাৰৰ চকুত ৰাভা তেতিয়া বেয়া মানুহ। দেশদ্ৰোহী আৰু বহুতো। ৰাভাই গাঁৱে-ভুঁঞে সোণসেৰীয়া সংস্কৃতিৰ সম্পদ বিচাৰি ফুৰে। নৰখাদকৰ শোষণৰ মন্ত্ৰ শেষ কৰি দিয়ে। ৰাভাই মুক্ত কণ্ঠে কৃষকবোৰক জগাই তোলে নৱচেতনাৰে। ৰাভাই গায় এই বুলি ঃ

গীত— ব'ল ব'ল ব'ল ব'ল
কৃষক শক্তি দল।
অ' বনুৱা সমনীয়া
আগবাঢ়ি যাওঁ ব'ল।।

শিল্পী ৰাভাৰ জিৰণী নাই। ৰাভাৰ জিৰণীবিহীন অনন্ত যাত্ৰা। বনে-জঙ্ঘলে

লুকাই ফুৰে। নৱ নৱ সৃষ্টিৰে জনতাক জগাই তোলে তেওঁৰ গীতেৰে ঃ

গীত— ভাঙ ভাঙ ভাঙ ভাঙ
লোহাৰ শিকলি ভাঙ।
চিঙ চিঙ চিঙ চিঙ
দাসত্বৰ বান্ধোন চিঙ।।

অসমৰ গাঁৱে-ভূঁঞে, চহৰে-নগৰে, পৰ্ব্বতে ভৈয়ামে গীত গাই নাচি-বাগি দেশত্ববোধৰ গীতেৰে জনজাগৰণৰ দ্বাৰা দেশৰ মুক্তি সংগ্রামত অৰিহণা যোগালে ৰাভাই। ৰাভাৰ বহু গীত চৰকাৰে নষ্ট কৰি পেলাইছিল। বহু গীত সময়ত হেৰাই গ'ল। ৰাভাৰ গীতত আছিল নৱজাগৰণৰ প্ৰভাতী গীতৰ সুৰৰ মুৰ্চ্ছনা। নতুন পৃথিৱী গঢ়াৰ পৰিকল্পনা। ৰাভাৰ কলম জঠৰ হোৱা নাছিল। ৰাভাই আকৌ গীত লিখিছিল। জনগণৰ গীত, শোষণযন্ত্ৰ শিথিল কৰাৰ গীত। দুখীয়াৰ কলিজাত উম দিয়া গীত।

গীত— দুখীয়ৰ কলিজা নিগৰি লৱ
তেজ শুহি শুহি শুহি পিৱ,
ৰুকি ৰুকি মঙহ চোবাই খাৱ,
কৰুকি হাড়কেইডালো চোবাৱ!
হুচিয়াৰ। হুচিয়াৰ!!
ধনী! মহাজন!! জমিদাৰ
হুচিয়াৰ! হুচিয়াৰ!!

জিৰণীবিহীন এই ৰাভাক এদিন কালৰ চকৰিয়ে জীৱন ৰথৰ চকাৰ গতি ৰুদ্ধ কৰি দিলে। ৰাভা অসুস্থ। কালৰ স'তে সংগ্ৰাম ৰাভাৰ। মৃত্যুৰ স'তে সংগ্ৰাম কৰি গুৱাহাটীৰ চিকিৎসা মহাবিদ্যালয়ত মৰণেৰে স'তে যুদ্ধ কৰি ৰাভাই লিখিলে জীৱনৰ শেষ গীতটি ঃ

গীত— এয়া মোৰ শেষ গান
মোৰ জীৱন নাটৰ শেষ ৰাগিনী
কল্যাণ খৰ মান।

ৰাভা অমৰ। ৰাভা প্ৰতিজন অসমীয়াৰ হিয়াত এতিয়াও জীয়াই আছে।○

---

*শ্ৰীশুভাঞ্জন দাশ মুকুল সংঘৰ নিয়মীয়া কবি ও গীতিকাৰ। এজন সাংবাদিক।*

# সত্ৰীয়া নৃত্য'ৰ শাস্ত্ৰীয় কৰণ

## শ্ৰীমিত্ৰদেৱ গগৈ

নৃত্য হ'ল মানুহৰ অন্তৰৰ সুক্ষ্ম-অনুভূতিবোৰ সজাগ কৰি আধ্যাত্মিক উন্নতি সাধনৰ এটি মাধ্যম। নাট্যশাস্ত্ৰ মতে যি নৃত্য সম্পূৰ্ণভাবে শাস্ত্ৰ সন্মত হয়, সেই নৃত্যকেই শাস্ত্ৰীয় নৃত্য বোলা হয়। সত্ৰীয়া নৃত্যৰ সংজ্ঞা এনেদৰে দিব পাৰি— আধ্যাত্মিক মূল সম্বল স্বৰূপে লৈ সত্ৰৰ নিত্য নৈমিত্তিক কাৰ্য্য পদ্ধতি যি নৃত্য পৰিবেশন কৰা হয়, ব্যুৎপত্তিগত অৰ্থত তাকেই 'সত্ৰীয়া নৃত্য' বোলা হয়। উৎপত্তিগত অৰ্থ আৰু ব্যৱহাৰিক দিশৰ প্ৰতি লক্ষ্য ৰাখি সাধাৰণতে তলত উল্লেখ কৰা নৃত্য সমূহকেই সত্ৰীয়া নৃত্যৰূপে চিহ্নিত কৰা হয়। যেনে গায়ন-বায়ন, ওজাপালি, নটুৱা, ঝুমুৰা, চালি, অপ্সৰা, নাদুভঙ্গা, মানচোক, ভোৰতাল নৃত্য ইত্যাদি। ইয়াৰ লগতে অঙ্কীয়া ভাওনাৰ পৰা উলিয়াই আনি নিৰ্দ্দিষ্ট পৰিবেশত প্ৰকাশ কৰা সূত্ৰধাৰী নৃত্য, বেহাৰ নাচ, গোঁসাই প্ৰবেশ নাচ, গোপী প্ৰবেশৰ নাচ সন্নিবিষ্ট। সাধাৰণ অৰ্থত সত্ৰীয়া নৃত্যৰ প্ৰায়বোৰ নৃত্যকাৰকেই নটুৱা আখ্যা দিয়া হয় যদিও আউনী আটীয় সত্ৰ আদিত বিশেষকৈ প্ৰচলিত নটুৱা-নৃত্য আৰু হাজোৰ হয়গ্ৰীৱ-মাধৱ মন্দিৰত থকা দেৱদাসী নৃত্যৰ পৰাই অহা। উৎসৱ-পৰ্ব, তিথি সবাহত, গায়ন-বায়ন অনুষ্ঠানৰ মাজত এই নৃত্য প্ৰথমে দামোদৰদেৱে প্ৰবৰ্ত্তন কৰি সত্ৰত বিশেষ ভাবে প্ৰচলন কৰাইছিল বুলি জনা যায়। প্ৰাচীন কালত নৃত্য কেৱল আমোদ-প্ৰমোদৰ মাধ্যমৰ কলা হৈ থকা নাছিল, আছিল ধৰ্মৰ অঙ্গ স্বৰূপেহে। অসমত শঙ্কৰদেৱৰ নেতৃত্বত নৱবৈষ্ণৱ আন্দোলনৰ সূত্ৰপাত হোৱাৰ পিছত ভাগৱতী ধৰ্মৰ স্থান হিচাবে সত্ৰ অনুষ্ঠান আৰম্ভনি হৈছিল যদিও নৈমিষাৰণ্যত মহাজ্ঞানী সুত মুনিয়ে ভাগৱতৰ তাৎপৰ্য্য ব্যাখ্যা কৰাত সেই সূত্ৰে সত্ৰৰ ভাৱধাৰাটো ভাগৱতৰ আশ্ৰিত বৈষ্ণৱ চিন্তা ধাৰাৰ লগত যুক্ত হৈ পৰে বুলি জনা যায়। সত্ৰীয়া নৃত্যৰ ধৰ্মীয় উপাদানখিনি মূলত ভাগৱতৰ পৰা নিৰ্দেশিত আধ্যাত্মিক আৰু দাৰ্শনিক সুক্ষ্ম-আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত। ধৰ্মৰ বাহন ৰূপে এই নৃত্যই প্ৰসাৰলাভ কৰিলেও ই কেৱল ধৰ্মৰ ভিতৰতে আবদ্ধ হৈ থকা নাছিল। ভাৰতবৰ্ষত বিভিন্ন সময়ত নানান ধৰ্মৰ সৃষ্টি হৈছে আৰু বিভিন্ন ধৰ্ম মতৰ সংঘাতত নৃত্যকলাই বিভিন্ন ৰূপ লোৱাটো স্বাভাৱিক। অঞ্চল ভেদে ইয়াৰ ৰূপ বেলেগ বেগেল ভাৱে দেখিবলৈ পোৱা যায়। অসমতো শ্ৰীমন্ত শঙ্কৰদেৱে থলুৱা নৃত্য সম্পদৰ লগত শাস্ত্ৰীয় নৃত্যৰ

উপাদানৰ সংযোগ ঘটাই এটি অভিনৱ নৃত্য ধাৰাৰ সংস্থাপনা কৰি থৈ গৈছে। অসমৰ সংস্কৃতিৰ পথাৰলৈ শঙ্কৰদেৱে দি যোৱা অসামান্য অৱদানৰ মূল্যায়নৰ প্ৰসংগত জ্যোতিপ্ৰসাদে বিশেষকৈ নৃত্য ঐতিহ্যৰ সূত্ৰ ধৰি কৰা এটা মন্তব্য এই প্ৰসংগত বিশেষভাবে ইংগিত পূৰ্ণ। শঙ্কৰদেৱে উচ্চ সংস্কৃতিক জনতাৰ মাজলৈ নিবলৈ তেওঁৰ শক্তি প্ৰয়োগ কৰিছিল আৰু তেওঁৰ কৃৎকাৰ্যতাৰ কাৰণেই আজি অসমীয়া জনসাধাৰণ উচ্চ সংস্কৃতি সম্পন্না। ভাৰতবৰ্ষৰ আন ঠাইত যি নৃত্য ভাৰতীয় উচ্চ শ্ৰেণীৰ কলাবিদ্ সকলে চৰ্চ্চা কৰে অসমীয়া জনসাধাৰণে সেই উচ্চ ধৰণৰ নৃত্যকলা চৰ্চ্চা কৰে গাৱে-ভূঞে। উল্লেখযোগ্য যে সত্ৰীয়া নৃত্যৰ এটা বিশেষ চলনৰ নাম ছত্ৰাৱলী আৰু বড়ো ফেৰাইত দেওধনীয়ে প্ৰদৰ্শন কৰা বিবিধ নৃত্য ভংগীমাৰ ভিতৰৰো এটাৰ নাম ছত্ৰাৱলী। এই দুইপদ নৃত্যৰ ভিতৰত যে কিবা যোগসূত্ৰ থকাটোত যথেষ্ট সম্ভাৱনা আছে। নৃত্যৰ বিশেষ প্ৰসংগলৈ উদাহৰণৰ ৰূপত যুক্ত আছে যদিও এই কথাখিনি অন্যান্য কলা-ৰীতিৰ ক্ষেত্ৰতো সমানে প্ৰযোজ্য। প্ৰসংগক্ৰমে কব পাৰি যে লোক ধৰ্মী সৰহ ভাগ গীতৰেই ৰচয়িত মহাপুৰুষ মাধৱদেৱৰ। এনেদৰে অনুমান কৰাৰ থল আছে যে আদৰ্শগত ভাৱেই মাধৱদেৱে লোকধৰ্মিতাৰ আশ্ৰয় লৈছিল। নাট ৰচনাতো তেওঁ এখনৰ বাহিৰে আন নাটত শঙ্কৰদেৱৰ দ্বাৰা বিধিবদ্ধ হোৱা ৰূপৰ পৰা ফালৰি কাটি ভালেখিনি সহজ-সৰল কৰি তুলিছিল। মাধৱদেৱৰ এই লোকমুখী প্ৰৱনতায়ো তেওঁক গীতৰচক হিচাবে অসাধাৰণ জনপ্ৰিয়তা প্ৰদান কৰিছিল। পিছলৈ বহুতো গীতিকাৰে নিজৰ ৰচনাত 'কহয় মাধৱ' বুলি ভনিতা পেলোৱাৰ যি ৰীতি গ্ৰহণ কৰিলে, সি গীতিকাৰ মাধৱদেৱৰ প্ৰতি জনপ্ৰিয় স্বীকৃতি প্ৰদান আৰু শ্ৰদ্ধা প্ৰদৰ্শনৰেই সাক্ষ্য বহন কৰে। এই প্ৰসংগত আৰু দুটা কথালৈ আঙুলিয়াব পাৰি যে মাধৱদেৱৰ কিছুমান গীত কেতিয়াবা সম্পূৰ্ণ লোকগীতৰ গায়ন পদ্ধতিৰে লোকগীত হিচাবেই পৰিবেশিত হয়। কামৰূপ অঞ্চলত কেতিয়াবা এক ধৰণৰ ভক্তিমূলক গীতকো বৰগীত আখ্যা দি গোৱা হয়। এইবোৰেও বৰগীতৰ লগত লোকগীতৰ ঘনিষ্ঠ সংযোগৰ সম্ভেদ দিয়ে। কালিৰাম মেধি প্ৰমুখ্যে অসমৰ পণ্ডিত সকলে অঙ্কীয়া নাটৰ ৰচনা আৰু প্ৰয়োগৰ বিভিন্ন দিশ বিশ্লেষণ কৰি দেখুৱাইছে, কিদৰে শঙ্কৰদেৱে তাত সংস্কৃত নাটকৰ শাস্ত্ৰোক্ত ৰূপৰ লগত থলুৱা ওজাপালি, ঢুলীয়া, পুতলানাচ আদি লোক-নাট্যৰ উপকৰণৰ সফল মিলন ঘটাইছিল। কপিলা ব্যাৎসায়ন, জে. মাথুৰ আদি অসমৰ বাহিৰৰ বিশেষজ্ঞ সকলেও অঙ্কীয়া নাট আৰু ভাওনা শৈলীত সংস্কৃত নাট্যৰীতিৰ লগত দেশীয় নাট্য পৰম্পৰাৰ সহাৱস্থানৰ বিষয়ে সশ্ৰদ্ধ আৰু সপ্ৰশংস মত দাঙি ধৰিছে। এই প্ৰসংগত ভৰত মুনিৰ নাট্য শাস্ত্ৰৰ ইংৰাজী অনুবাদ কৰোঁতা বিশিষ্ট পণ্ডিত

মনোমোহন ঘোষৰ মন্তব্যখিনি অত্যন্ত তাৎপৰ্য্যপূৰ্ণ। তেখেতৰ মতে অংকীয়া নাট সমূহক লোকনাট্য যেন লাগিলেও এইবোৰ এক প্ৰাচীন নাট্য ঐতিহ্যৰ বাহক আৰু সুক্ষ্ম বিচাৰত এইটো ওলাই পৰে যে এইবোৰৰ ভিতৰত সংস্কৃত "ধ্ৰুপদী" নাটকৰ বৈশিষ্ট বিধৃত হৈ আছে। সাম্প্ৰতিক কালত ভাওনাৰ মূল গাঁথনিটো অক্ষুণ্ণ ৰাখি ব্ৰজাবলীৰ ঠাইত কথিত অসমীয়া ভাষাক অভিনয়ৰ মাধ্যম হিচাবে লৈ মাতৃভাষাৰ ভাওনা বা অসমীয়া ভাওনা নামেৰে জনপ্ৰিয় হৈ উঠা বিশেষ পৰিবেশ ৰীতিটো শিষ্ট বা উচ্চ শৈলীৰ লোকমুখী প্ৰক্ৰিয়াৰ জীৱন্ত উদাহৰণ। সত্ৰীয়া কলাৰ নিৰ্দেশনৰ ভিতৰত মুখা বিলাকৰ এক বিশিষ্ট স্থান আছে। ইয়াৰ কিছুমানৰ ৰূপগত অভিব্যক্তিত ধ্ৰুপদী পৰ্যায়ৰ নান্দনিকতাও উদ্ভাবিত হয়।

সত্ৰীয়া নৃত্য অভিনয় সমৃদ্ধ নৃত্য অৰ্থাৎ নাট্য বিৰল এই যে আখৰাত থকা পৃত্যান্তসমূহ (অৰ্থযুক্ত হস্ত) নাট্য শাস্ত্ৰৰ অনুৰূপ। সত্ৰীয়া নৃত্যত প্ৰাপ্ত ১৭খন নৃত্য হস্তকেই ব্যৱহাৰ কৰি আৰু ভাওনাৰ বিলাপৰ পৰাই সাহিত্যাংশলৈ সত্ৰীয়া নৃত্যৰ নাট্যৰ ভঁড়াল টনকিয়াল কৰি ৰাখিছে। তাকে দেখুওৱাবৰ বাবে কোটোৰা খেলোৱা আৰু কেলিগোপাল নাটকৰ আধাৰত একক নৃত্যাভিনয় কৰে। নৃত্যৰ সাত্বিক ভাব পৰিপুষ্ট হয় সাত্বিক অভিনয়ৰ দ্বাৰাইহে। সত্ৰীয়া নৃত্যত জুনুকা ব্যৱহাৰৰ মতভেদ আছে যদিও শাস্ত্ৰীয় নৃত্যত জুনুকা অপৰিহাৰ্য্য বুলিব পাৰি। জুনুকা ব্যৱহাৰে নৃত্যৰ সমৃদ্ধি আনে। সাজ-পোচাকত মাধৱদেৱে ব্যৱহাৰ কৰা ৰঙা, ক'লা, হালধীয়া, সেউজীয়া আৰু নীলা এই পাচবিধ ৰং নিৰ্বাচন কৰি অসমীয়া পাটৰ বন কৰা কাপোৰেৰে তৈয়াৰী দীঘল হাতৰ ব্লাউজ, ঘূৰীৰ ওপৰত কান্ধৰ পৰা দুয়োকাষে ওলোমাই লোৱা দীঘল বস্ত্ৰখনিৰ ব্যৱহাৰ অপৰিহাৰ্য্য। অলঙ্কাৰ সমূহ সাধাৰণতে মুঠি খাৰু, গলপতা জোনবিৰি, জাপিৰ আৰ্হিৰে কৰা কাণপাশা, জেঠীনেজীয়া আঙুঠিয়েই ব্যৱহৃত বস্তু। সত্ৰীয়া নৃত্যৰ অধ্যয়নকাৰী বিশেষজ্ঞসকলে মত পোষণ কৰে যে এই নৃত্যশৈলী শাস্তাৰীয় চৰিত্ৰৰে সম্পদসমৃদ্ধ। যোড়শ শতিকাৰ আৰম্ভনীতে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসমত সৰ্বপ্ৰথম সত্ৰ প্ৰতিষ্ঠা কৰি ভাষা, ধৰ্ম, সাহিত্যৰ লগতে সুকুমাৰ কলা, নৃত্য, গীত, বাদ্য ভাওনা সৃষ্টি কৰে বুলি জানি আহিছে। পিছত মহাপুৰুষ মাধৱদেৱে এই নৃত্য, গীত, বাদ্যৰ ধাৰাটো বিস্তাৰ কৰে। মহাপুৰুষ দুজনাৰ দ্বাৰা স্থাপিত সত্ৰ সমূহত প্ৰচলিত নৃত্য ধাৰাকে সত্ৰীয়া নৃত্য বোলা হৈছে। তেতিয়াৰ পৰাই আজি পাঁচশ পঞ্চাশ বছৰৰো অধিক কাল সত্ৰ সমূহে পৰম্পৰাগত ভাবে এই নৃত্যগীতৰ ধাৰাটো সংৰক্ষণ, চৰ্চ্চা আৰু প্ৰদৰ্শন কৰি আহিছে বুলি জানিবলৈ পাইছো। সেইবাবেই সত্ৰসমূহ আমাৰ গৌৰৱৰ স্থল। এইখিনিতে মন

কৰিব লগা কথা এই যে সত্ৰীয়া নৃত্য-কলা যে ভাৰতীয় উচ্চাঙ্গ 'ধ্ৰপদী' নৃত্যৰেই এক অঙ্গ সেই কথা তথা ভাৰতবৰ্ষৰ আগশাৰীৰ বহুতো নৃত্যবিদ্ পণ্ডিত সকলে স্বীকাৰ কৰিছে। আমিও এই নৃত্য ধাৰাটিক মাৰ্গীয় বা শাস্ত্ৰীয় নৃত্য বুলিয়েই কওঁ। শাস্ত্ৰীয় নৃত্যত যি কেইটা প্ৰধান লক্ষণ যেনে ঃ নিত্ত, নৃত্য, নাট্য এই তিনিওটাই সত্ৰীয়া নৃত্যত আছে। সত্ৰীয়া নৃত্যত হস্তচালন, পদচালন, নেত্ৰভঙ্গী, গ্ৰীবাভঙ্গী আদিও নিজস্বভাবে পৰম্পৰাগত ভাবে চলি আহিছে। অবশ্যে সত্ৰীয়া নৃত্যৰ ধাৰাটিৰ বিষয়ে লিখিত ৰূপত পাঠ্যপুথি নথকাত বৰ্ত্তমান সময়লৈকে ইয়াৰ কিছু লৰচৰ হোৱাতো অস্বাভাৱিক নহয়। সেইবুলি ইয়াৰ যে বিকৃতি ঘটা নাই সেই কথা কুলধিপতি সত্ৰাধিকাৰ প্ৰভুসকলে কৈ আহিছে। সত্ৰীয়া নৃত্য, গীত, বাদ্য, ভাওনাক সত্ৰৰ নাম প্ৰসঙ্গ লগৰ সেৱাৰ বস্তু হিচাবেহে ব্যৱহাৰ কৰি আহিছে। সত্ৰীয়া নৃত্যৰ আৰ্হি বা আৰ্য্যা সম্বলিত প্ৰাচীন পুথি এতিয়ালৈকে পোৱা হোৱা নাই যদিও কমলাবাৰী সত্ৰৰ স্বৰ্গীয় মণিৰাম দত্ত বৰবায়ন মুক্তিয়াৰদেৱৰ হাতত সাঁচী পাটত লিখা ঝুমুৰা নৃত্যৰ বাজনা আছিল বুলি জনা যায়। অসমৰ নৃত্য-বাদ্যৰ ওপৰত লিখা দুখন প্ৰাচীন পুথি ইতিমধ্যে ছপা হৈ ওলাইছে। এখন শ্ৰীহস্ত মুক্তাৱলী আৰু আনখন বাদ্য প্ৰদীপ। শুভাঙ্কৰ কবিৰ শ্ৰীহস্তমুক্তাৱলী আৰু বাদ্যপ্ৰদীপ দুয়োখন পুথি প্ৰয়াত ড°মহেশ্বৰ নেওগদেৱৰ দ্বাৰা সম্পাদিত। শ্ৰীহস্ত মুক্তাৱলী পুথিখন আউনীআটি সত্ৰৰ পৰা পোৱা আৰু বাদ্যপ্ৰদীপ পুথিখনি যোৰহাটৰ লেটুগ্ৰাম সত্ৰৰ প্ৰয়াত মিত্ৰদেৱ মহন্ত প্ৰভুৰ পৰা পোৱা বুলি জনা হৈছে। এটা কথা প্ৰনিধানযোগ্য যে স্বাধীনতাৰ পৰবৰ্ত্তী কালত ১৯৫২ চনতে প্ৰয়াত সত্ৰাধিকাৰ মিত্ৰদেৱ মহন্ত প্ৰভুৰ অধীনত বচা বচা গায়ন-বায়ন শিল্পী সমদল এটি লৈ তেতিয়াৰ বম্বে চহৰত সত্ৰীয়া নৃত্য ভাৰতীয় শাস্ত্ৰীয় নৃত্যৰ আধাৰত স্বীকৃতি পাবৰ বাবে প্ৰদৰ্শিত হৈছিল। এই প্ৰদৰ্শনত শাস্ত্ৰীয় নৃত্যৰ কিছু বৈশিষ্ট্য অৰ্জ্জন কৰিলেও বিজ্ঞান সন্মত আৰু ব্যাকৰণসন্মত গুণৰ অভাবত তেনে হৈ নুঠিল। মুখ পৰম্পৰা 'বাইতে বাইতে বায়ন', 'গাইতে গাইতে' গায়ন হেতু। এই সত্ৰীয়া নৃত্যৰ শুদ্ধ আৰু মৌলিকগত উপাদান সমূহ চালি-জাৰি চাই লিপিবদ্ধ ব্যৱস্থা গ্ৰহণ কৰিবলৈ অসম সাহিত্য সভাই পণ্ডিত প্ৰবৰ সাহিত্যিক গবেষক প্ৰয়াত মহেশ্বৰ নেওগদেৱক ন্যস্ত কৰাত হস্ত বিষয়ৰ পুথি 'শ্ৰীহস্ত মুক্তাৱলী' সম্পাদনা কৰি প্ৰকাশ কৰিছিল। এই প্ৰকাশিত শ্ৰীহস্ত মুক্তাৱলীত ৩০ খন অসংযুক্ত হস্ত, ১৪ খন সংযুক্ত হস্ত আৰু ২৭ খন নৃত্য হস্তৰ নাম উল্লেখ আছে। হস্ত সমূহৰ বিনিয়োগৰ বিষয়েও কোৱা হৈছে। হস্ত সমূহক মুদ্ৰা বুলি নকৈ "হাতদিয়া" বুলি কোৱা হৈছে। আনখন পুথি বাদ্যপ্ৰদীপত তালৰ নাম আৰু ইয়াৰ গঠন প্ৰনাৱলী

লগতে ব্যৱহাৰৰ সম্বন্ধেও কোৱা হৈছে। নাৰদ-গৌতম সংবাদতো ৩৬খন তালৰ কথা উল্লেখ আছে। মন কৰিব লগীয়া কথা এইয়ে কমলাবাৰী সত্ৰৰ মতেও ৩৬খন তাল থকাৰ কথা জানিবলৈ পোৱা যায়। ইয়াৰ ২৬খন তাল-মাত্ৰা বিভাজনেৰে তাললিপিসহ ছপাহৈ ওলাইছে। পুথিখনৰ নাম— 'ৰিদম্ ইনদা বৈষ্ণৱ মিউজিক' প্ৰকাশ কৰিছিল লেখকৰ তবলা শাস্ত্ৰৰ গুৰু বাদ্য বিশাৰদ্ প্ৰয়াত কেশৱ চাংকাকতিদেৱে। পুথিখনিত কমলাবাৰী আৰু চামগুৰি সত্ৰৰ তাললিপি সন্নিবিষ্ট। ১৯৭৩ চনত কমলাবাৰী সত্ৰৰ সমস্ত বাজনা, ধেমালি, চাহিনি, নাচৰ বাজনা তাললিপি সহ প্ৰকাশ হৈ ওলাইছে। ইয়াৰ উপৰিও নতুন কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰী নাৰায়ণ চন্দ্ৰ গোস্বামী প্ৰভুৰ সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা ড° কেশবানন্দ গোস্বামীৰ সত্ৰীয়া সংস্কৃতিৰ স্বৰৰেখা, মহানন্দ বায়নৰ খোল অঙ্ক, গোলাপ মহন্তৰ খোলবাদ্য ইতিমধ্যে প্ৰকাশ হৈ ওলাইছে। সত্ৰীয়া নৃত্যৰ মূল সম্বল ভাওনা বুলি আগতে কৈ অহা হৈছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত যি ছখন অঙ্কীয়া নাটক আছে সেইকেইখন ভগৱান শ্ৰীকৃষ্ণৰ ল'ৰালি কালৰ পৰা যুৱা-কাললৈকে বিভিন্ন সময়ৰ নাটককেইখন হ'ল (১) ৰামবিজয় (২) ৰুক্মিণী হৰণ (৩) পাৰিজাত হৰণ (৪) কালীয়দমন (৫) কেলিগোপাল (৬) পত্নীপ্ৰসাদ। এই ৬খনি নাটকৰ আধাৰতেই মহাপুৰুষ মাধৱদেৱে নৃত্য সমূহ সৃষ্টি কৰি থৈ গৈছে। নৃত্য সমূহৰ ভিতৰত নাদুভঙ্গী, ঝুমুৰা চালি, ভোজনবাহাৰ, বৰপ্ৰবেশ নৃত্য আদি। সত্ৰীয়া নৃত্যত ব্যৱহাৰ হোৱা কেইখন মান হস্তৰ নাম, পতাক, অলপদ্ম, স্বস্তিক, ভ্ৰমৰি, কৰ্ত্তৰিমুখ মৃগশীষ, গজদন্ত স্পৰ্শিৰা, সুস্পপুট, আৰু সন্দংশ আদি। নাট্যশাস্ত্ৰত উল্লেখ কৰা বহুতো নৃত্য ব্যৱহাৰ হৈ আহিছে। সত্ৰীয়া নৃত্যত অভিনয় সমাদিত। সত্ৰীয়া নৃত্য ভাগিয়েই ভাওনাৰ পৰা অহা। ভাওনাত অভিনয় কৰা হয়। আনহাতে সত্ৰীয়া নৃত্যৰ আন এটি বিশেষ অঙ্গ সত্ৰীয়া বিয়হীয়া ওজাপালি। এই উজাপালি নৃত্যত সম্পূৰ্ণ অভিনয় কৰা হয়। সত্ৰীয়া নৃত্যত গীতৰ এটি ভাগ আছে। অভিনয় নথকা হলে গীতৰ ভাগো নাথাকিলহেতেন। সত্ৰৰ গীতত অৱশ্যে অভিনয় কৰা নহয়। সত্ৰৰ আৰম্ভনিত 'মাটি আখৰা' কৰোৱা হয়। মাটি আখৰা সৰ্ব্বমুঠ ৬৪ভাগ। মাটি আখৰা সমূহক নাট্যশাস্ত্ৰত কৰণৰ লগত কিছুমিল থকা দেখা পোৱা যায়। কৰণ সম্পৰ্কে নাট্য শাস্ত্ৰত কৈছে—

"সৰ্ব্বেৰামাঙ্গ হাৰানাং নিস্পতি কৰনৈ ভবেত
তানাহং সংপ্ৰবক্ষামি নামতঃ কৰ্মতসুথা"

এই কৰণৰ দ্বাৰাই সকলো অঙ্গহাৰৰ কাম সম্পূৰ্ণ হয় বুলি কৈছে। মাটি আখৰাৰ দৰেই নাট্য শাস্ত্ৰত কৰণবোৰত নৃত্যও হস্তপদ সঞ্চালনৰ একোটি

অঙ্গ। নাট্যশাস্ত্ৰৰ কেইবিধমান কৰণৰ নাম হ'ল, যেনে— দণ্ডৱত, ওৰাপুৰুষৰ, তৰা প্ৰকৃতিৰ, ওৰাত বহাউঠা, হস্তভঙা, বহাচত্তা উধাচতা কাতিচতা ইত্যাদি। ভাৰতীয় উচ্চাঙ্গ নৃত্যত যেনেকৈ সদাশিৱক নটৰাজ বোলা হয় সত্ৰীয়া নৃত্যত ভগৱান কৃষ্ণকহে নটৰাজ বা নৃত্যৰ আদি গুৰু বুলি মান কৰা হয়। প্ৰাক্‌শঙ্কৰী যুগত যিটো ধাৰা অসমত প্ৰবাহিত হৈ আছিল সেই প্ৰবাহ প্ৰধানকৈ আৰ্য্যমূলীয়। সত্ৰীয়া সংগীতৰ ক্ষেত্ৰত মহাপুৰুষৰ মৌলিকত্বৰ কথা স্বীকাৰ কৰিও এই কথা ক'ব লাগিব যে সত্ৰীয়া সংগীতৰ ক্ৰিয়াত্মক ৰূপৰ লগত ভাৰতীয় সংগীতৰ মূলতত্ত্বৰ বাহিৰত নহয়। প্ৰচলিত সংগীতৰ পৰাই লোৱা আৰু তাক শংকৰদেৱে নতুনকৈ সজাই তুলিছিল। আনহাতে মাৰ্গী সংগীতৰ গৰাকী ব্ৰহ্মা, গুণইন্দ্ৰ আৰু মহেশ্বৰ। এই সকলেও কৃষ্ণকহে সংগীতৰ যোগে উপাষনা কৰিছে। মহাপুৰুষ জনাৰ ধৰ্ম, কলা, শিল্প-সংস্কৃতি সকলোবোৰ কৃষ্ণ কেন্দ্ৰিক হোৱা হেতু শঙ্কৰদেৱৰ সংস্কৃতি কৃষ্ণ-সংস্কৃতি হিচাবে জনাজাত হৈ আহিছে। শঙ্কৰদেৱৰ কৃষ্ণ সৰ্বশক্তিমান, শ্ৰেষ্ঠ গায়ক, শ্ৰেষ্ঠ বেনুবাদক, শ্ৰেষ্ঠ তালজ্ঞ, শ্ৰেষ্ঠ নৰ্ত্তক আৰু সকলো কলাৰ গৰাকী। সংগীতৰ ৰাগ মালিতা সমূহ কৃষ্ণ মুখৰ পৰাহে ওলাইছিল। ওজাপালি মালিতা মতে ব্ৰহ্মা, চিত্ৰসেন, স্বৰস্বতী, কানাই, ৰুক্মিনী, সুগ্ৰীৱ, গড়ুড়, বৃন্দাৱলী, নাগনাৰী, শ্ৰীৰাম এই সকলৰ পৰা ৰাগৰ উৎপত্তি হৈছে বুলি জনাজাত। দেশে দেশে লোকৰুচি অনুসাৰে সৃষ্টি হোৱা দেশীয় সংগীতক লোকৰঞ্জক কাৰক বুলি ধৰিলেও এইক্ষেত্ৰত শংকৰদেৱৰ সংগীতত সম্পূৰ্ণ গ্ৰহণযোগ্য নহয়। কিয়নো শংকৰদেৱৰ সংগীতত দেশী আৰু মাৰ্গী বুলি বেলেগ ৰাগ নাই। মুক্তি সাধন আৰু লোকৰঞ্জন গুণটি সংগীতৰ সাধাৰণ ধৰ্ম হিচাবে সংগীতকে দেখুৱাইছে আৰু নৱবিধ ভক্তিৰ শ্ৰৱন কীৰ্ত্তনকে সাৰবুলি কৈছে। খৃষ্টীয় দশম একাদশ শতিকাত ৰচিত কালিকা পুৰাণেও অসমৰ পুৰণি কালৰে পৰা যে সংগীতৰ চৰ্চ্চা আছিল এই কথাৰ সম্ভেদ দিয়ে। সেই সময়ৰ পূজা উৎসৱাদি গীত, বাদ্য, নৃত্যৰ আড়ম্বৰপূৰ্ণ আছিল বুলি উল্লেখ আছে। মধ্য যুগৰ পুৰাতত্ব আৰু ইতিহাস, সাক্ষৰ ওপৰত নিৰ্ভৰ কৰি পণ্ডিত সকলে উদঘাটন কৰা তথ্য মতে সপ্তম শতিকাৰ পৰা ত্ৰয়োদশ শতিকালৈ ভাস্কৰ বৰ্মণ, শালস্তম্ভ, প্ৰালাব্দ, বনমাল বৰ্মন আদি ৰজা আৰু তেওঁলোকৰ বংশধৰসকলৰ দিনত ভাৰতবৰ্ষৰ লগত প্ৰাচীন কামৰূপৰ যোগাযোগ ঘনিষ্ঠ হৈ পৰিছিল। এই যোগাযোগ যে সাংস্কৃতিক সাংগীতিক আদিত নপৰিছিল তাক নুই কৰিব নোৱাৰি। পৰিবৰ্ত্তিত কালত সংগীত শাস্ত্ৰকাৰ সকলে ভাৰতীয় সংগীতক শাস্ত্ৰীয় সাজত সজাবলৈ চেষ্টা কৰিছে ঋক, ঋচা সমূহৰ পৰাই। সামবেদৰ যুগতেই সপ্তস্বৰৰ উদ্ভৱ আৰু ইয়াৰ পৰাই ক্ৰমবিকাশৰ সোঁত আৰম্ভ হয়। সাম্

সংগীতক বেদগান বা বৈদিক গান বুলিও কোৱা হৈছে। প্রাক্-অসমীয়া ভাষাৰ অন্যতম গীতি-সাহিত্য হ'ল চৰ্য্যাপদ। এই চৰ্য্যাপদ সমূহৰ সুৰ-ৰাগ প্রধান। এই গীতি-ধৰ্মী পদ-সাহিত্য সমূহ বৌদ্ধচাৰ্য্য সকলে শাস্ত্রীয় সংগীতৰ ৰাগ, তাল, মান, সুৰ সঞ্চাৰৰ ওপৰত নিৰ্ভৰ কৰি গাইছিল। প্রাচীন কামৰূপৰ লুইপদ, মৎস্যেন্দ্র নাথ, গোৰক্ষ নাথ আদি বৌদ্ধ সিদ্ধাচাৰ্য্য সকল এই পদ সমূহৰ স্রষ্টা বুলি কোৱা হৈছে। সেয়ে প্রাচীন কামৰূপত যি সংগীত প্রচলিত আছিল সি সম্পূৰ্ণ শাস্ত্র সন্মত মাৰ্গীয় সংগীত আছিল। ড° বীৰেন্দ্র নাথ দত্তৰ মতে অসমৰ ওজাপালিৰ সৈতে ভৰতমুনিৰ নাট্যশাস্ত্রৰ উগ্ৰমাগধী শাস্ত্রীয় কলাৰ লগত মিল আছে। অৰ্থাৎ ওজাপালিৰ সাঙ্গীতিক বৈশিষ্ট ভাৰতীয় সংগীত শাস্ত্র নাট্যশাস্ত্রৰ ভিতৰুৱা। ওজাপালিৰ সাংগীতিক বৈশিষ্ট যে শাস্ত্রীয় সংগীতৰ আধাৰত পৰম্পৰাগতভাবে আমাৰ সমাজত এতিয়াও বৰ্ত্তি থকালৈ লক্ষ্য কৰিলেই ই একালত কিমান সুদূৰ প্ৰসাৰী আছিল তাক অনুমান কৰিব পাৰি। আমাৰ প্রাচীন সঙ্গীত যে শাস্ত্রীয় আছিল তাক স্বীকাৰ নকৰি উপায় নাই। চতুৰ্থ শতাব্দীত ৰচিত হোৱা ভৰতমুনিৰ বিখ্যাত নাট্য শাস্ত্রৰ প্রভাৱ কামৰূপত বিস্তাৰিত হৈ কামৰূপৰ সংগীত নাট্যশাস্ত্র সন্মত মাৰ্গীয় সংগীত হৈ পৰিছিল। এই মাৰ্গ সংগীতৰ পৰম্পৰা অসমৰ চৰ্য্যাগীত পদৰ পৰা আৰম্ভ কৰি এতিয়ালৈকে গুৰু-শিষ্য পৰম্পৰাৰে বৰ্ত্তি থকা পাওঁ। যদিহে কামৰূপৰ মাৰ্গ সংগীত মূল ভাৰতীয় মাৰ্গ-সংগীতৰ অঙ্গ হয়, তেন্তে বৰ্ত্তমান উত্তৰ ভাৰতৰ শাস্ত্রীয় সংগীতৰ লগত আমাৰ শাস্ত্রীয় সংগীত, নৃত্য বাদ্যৰ কিবা তফাত আছে বুলি নাভাবো। ইয়াৰ মূলকাৰণ বিচাৰিলে এটা কথাই মনলৈ আহে যে একাদশ শতাব্দীত সমগ্ৰ উত্তৰ ভাৰত তথা বঙ্গলৈকে আৰব সভ্যতাৰ অন্তৰ্ভূক্ত হোৱাত মৌলিক ভাৰতীয় শাস্ত্রীয় সংগীতৰ বহুখিনি অভাৰতীয় সংগীতৰ সংমিশ্ৰনত বৰ্ত্তমানৰ পৰিবৰ্ত্তিত ৰূপ ধাৰণ কৰিছে। কিন্তু কামৰূপদেশ আৰবীয় সংস্কৃতিৰ পৰা মুক্ত হৈ থকাত মূল ভাৰতীয় মাৰ্গ সংগীত মৌলিক ৰূপত অবিকৃত হৈ অসমৰ মাটিত ৰৈ আছে। সেয়ে হলে অসমৰ নৃত্য, গীত, বাদ্য সমন্বিতে সংগীত পৰিবেশনত যিখিনি বৈশিষ্টৰ বাবে সৰ্ব ভাৰতীয় পটভূমিত আচহুঁৱা বা অমধুৰ তাৰ সংস্কাৰৰ বাবে মনত ৰখা উচিত। সেই আচঁহুৱা বৈশিষ্ট সমূহ মূল ভাৰতীয় সংগীতৰ প্ৰকৃত ৰূপ হব পাৰে। আমাৰ সঙ্গীতজ্ঞ, সংগীত গবেষক সকলে এই দিশ চালি-জাৰি চাব লগা আছে। কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভাই অসমৰ কামৰূপী মাৰ্গ সংগীতক পৃথক ভাবেই দাবী কৰি গৈছে। তেখেতৰ মতে ভাৰতৰ তিনিবিধ শাস্ত্রীয় সংগীতৰ মূল সৌধ আছে হিন্দুস্থানী, কৰ্ণাটকী আৰু কামৰূপী। কামৰূপী মাৰ্গ সংগীতৰ প্ৰথম প্ৰকাশ আমি চৰ্য্যাপদৰ মাজত

পাওঁ। প্ৰাক্-বৈষ্ণৱ যুগত আমাৰ কেইবাখনো গ্ৰন্থ শাস্ত্ৰীয় সংগীত সাহিত্যৰ আধাৰত আছিল। এই বিলাকৰ ভিতৰত পীতাম্বৰ কৰিব 'উষাপৰিণয়' দুৰ্গাবৰ কায়স্থৰ গীতি-ৰামায়ণ, সুকবি নাৰায়ণদেৱৰ পদ্মপুৰাণ আৰু বৈষ্ণৱ যুগৰ কবি ৰত্নাকৰ মিশ্ৰৰ গীতা-কীৰ্ত্তন উল্লেখযোগ্য। মূল জয়দেৱ কাব্য 'গীত-গোবিন্দ'ৰ কেইবাজনো অসমীয়া কবিয়ে মধ্যযুগত অসমীয়ালৈ অনুবাদ কৰালৈ চাই এই গীত কাব্যৰ অসমত বহু প্ৰচলন আছিল বুলি নিশ্চিত।

১৩ শতিকাত মুছলমান সকলৰ ভাৰত আক্ৰমণৰ ফলত মুছলমান সকলৰ সংগীতৰ প্ৰতি থকা বিশেষ আকৰ্ষণে ভাৰতীয় সংগীতক আদৰি লোৱাত ভাৰতীয় সংগীতে এক বিশেষ গতি পালে। মুছলমান সকলৰ পূৰ্বৰ সংগীত (ইৰানী-সংগীত) ধাৰাৰ লগত মিহলি হৈ এটি নতুন ধাৰাৰ সৃষ্টি হ'ল। সময়ত এই ধাৰাটিয়েই "হিন্দুস্থানী" সংগীত ৰূপত খ্যাত হ'ল। এই প্ৰসংগত পণ্ডিত ভাতখাণ্ডেই তেখেতৰ 'ভাতখাণ্ডে সংগীত শাস্ত্ৰ' প্ৰথম ভাগত উদ্ধৃত কৰিছে। সেই সময়ৰ সংগীত শিৰোমণি তানসেন, আমীৰ খুচৰু, হজৰত, চুলতান হুচেন শৰ্কা, সুৰুজ খাঁ, চাঁদখা, গুলাম বখসু, মহম্মদ খাঁ, মীৰ আলিম, হুচেন খাঁ, বিলাস খাঁ, গুলাম নবী, আমানুল্লা খাঁ, আল্লাদাদ আদিয়ে ভাৰতীয় সংগীতৰ ভঁৰাল চহকী কৰি থৈ গৈছে। ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ ইতিহাস বৈদিক যুগৰ পৰাই পণ্ডিত সকলে ঠাৱৰ কৰিছে। ভাৰতেই ভাৰতীয় সংগীতৰ প্ৰথম শাস্ত্ৰকাৰ। ভৰত মুনিৰ সময়ৰ পৰা শঙ্কৰদেৱৰ সময়ৰলৈকে বহুতো শাস্ত্ৰকাৰে ভাৰতীয় সংগীত শাস্ত্ৰ প্ৰণয়ন কৰে। শাস্ত্ৰকাৰ শাৰঙ্গদেৱৰ 'ৰত্নাকৰ' প্ৰসিদ্ধ গ্ৰন্থ। শংকৰদেৱে গুৰু গৃহতেই ভৰতমুনি আৰু শাৰঙ্গদেৱৰ বিৰচিত গ্ৰন্থসমূহ অধ্যয়ন কৰিছিল বুলি জনা যায়। অসমৰ সংগীত জগতলৈ শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱৰ অবদান অসীম। পৰিলক্ষিত হয় যে এই দুজনা মহাগুৰুৱে পৰম্পৰাগতভাবে অসমত এটি মাৰ্গ বা শাস্ত্ৰীয় সংগীতৰ পৰিবেশ পাইছিল। প্ৰাক্শঙ্কৰী যুগতে ভাৰতীয় শাস্ত্ৰীয় গীত, বাদ্য, নৃত্য চৰ্চ্চাই অসমতো নিজ ক্ষেত্ৰ উলিয়াই লৈছিল। প্ৰাক্-আহোম যুগৰ মন্দিৰ সমূহৰ লগত এনে নৃত্য গীতৰে সংযুক্ত হৈ আছিল, সেই কথা সহজেই অনুমেয়। অসমৰ চৰ্য্যপদ সমূহত বান্ধি থোৱা ৰাগ ৰামায়ণৰ পৰা আৰম্ভ কৰি প্ৰাচীনৰ উল্লেখিত নৃত্য, গীত, বাদ্য আদিৰ উল্লেখে সেই বিষয়ে সমষ্ট ইংগিত দিয়ে। মহাপুৰুষ শংকৰদেৱৰ সময়তো তানসেনৰ দীপক ৰাগত জুই জ্বলোৱাৰ দৰে বায়ুমণ্ডলী ৰাগত ধুমুহা বলোৱা আৰু মেঘমণ্ডলী ৰাগত বৃষ্টি নমাই অনা গুৰু চৰিত্ৰত উল্লেখ আছে। তাৰোপৰি অসমত প্ৰাপ্ত শ্ৰীহস্তমুক্তাৱলী আৰু সংগীত ৰত্নাকৰ পুথিৰ প্ৰচলনৰ ইতিহাসেও মাৰ্গীয় বা শাস্ত্ৰীয় সংগীতৰ চৰ্চ্চাৰ স্পষ্ট ইংগীত

দিয়ে। কিন্তু এই মাৰ্গীয় বা শাস্ত্ৰীয় সংগীত সকলোৰে বাবে অনুশীলনৰ যোগ্য নহয় বাবে গণমুখী ব্যৱস্থা হাতত লোৱা উল্লেখনীয়। ভাৰতীয় সংগীতৰ এটি ধাৰা শ্ৰীমন্তশংকৰদেৱৰ আবিৰ্ভাৱৰ বহু আগৰে পৰাই যে অসমত চলি আছিল তাৰ উমান ভৰতমুনিৰ নাট্য শাস্ত্ৰতেই পোৱা যায়। ভৰতৰ নাট্য শাস্ত্ৰত প্ৰবৃত্তি লক্ষণৰ উল্লেখ আছে যে নাট্যাভিনয় অনুসৰি প্ৰবৃত্তি ৪ প্ৰকাৰৰ। দক্ষিণাত্য, আৱন্তী, ওড্ৰমাগধী আৰু পাঞ্চালী। ওড্ৰমাগধী স্থান সমূহৰ ভিতৰত প্ৰাক্‌জ্যোতিষপুৰো এখন ঠাই। শাস্ত্ৰীয় নৃত্যৰ মূল উপাদানসমূহ মূলত তিনিটা— নৃত্য, নিত্ত আৰু নাট্য। ভাৰত নাট্যম, ওডিচি, কুছিপুড়ী, কথক, কথাকলি আৰু মনিপুৰী আদি নৃত্যই ইতিমধ্যে শাস্ত্ৰীয় নৃত্যৰূপে ভাৰতত প্ৰসিদ্ধি লাভ কৰিছে আৰু এইকেইটা নৃত্যই নাট্যশাস্ত্ৰৰ ভিত্তিত গা লৈ উঠা বুলি বিজ্ঞান সম্মত ভাৱে প্ৰমাণিত হৈছে। মূল আধাৰ একেখনি নাট্যশাস্ত্ৰ হলেও এই নৃত্যবোৰক প্ৰতিটোকে আমি দেখিলেই চিনাক্ত কৰিব পাৰো। কাৰণ প্ৰতিটো নৃত্যৰে দেহভংগী পদচালন নৃত্ত হস্ত চালনৰ আৰু সাজ-পাৰৰ স্বকীয়তা আছে। শাস্ত্ৰীয় নৃত্যৰ মূল চাৰিটা ভাগ আছে— (১) আংগিক অভিনয় (২)বাচিক অভিনয় (৩) আৰ্হাৰ্য্য-অভিনয় (৪) সাত্বিক-অভিনয়। আংগিক অভিনয়ত শৰীৰৰ বিভিন্ন অঙ্গ-প্ৰত্যঙ্গৰ সঞ্চালনৰ বিৱৰণ আছে, যেনে— শিৰ-ভেদ, দৃষ্টি-ভেদ, গ্ৰীবা-ভেদ, পদচালনা, ভ্ৰমৰি চাৰি। বিভিন্ন হস্ত আৰু তাৰ প্ৰয়োগ ইত্যাদি। এই সকলোবোৰ সঞ্চালন সত্ৰীয়া নৃত্যত আছে। উদাহৰণ স্বৰূপে, নৃত্যৰ আৰম্ভণীতে ভূমিসেৱা কৰোতে গ্ৰীৱাকৰ্ম কৰি চাৰিওদিশে প্ৰণাম জনোৱা হয়। দ্বিতীয়তে শাস্ত্ৰত যিদৰে 'যতো হস্তঃ ততো দৃষ্টিঃ' উল্লেখ কৰা হৈছে সত্ৰীয়া নৃত্যত হাত যি ফালে যায় চকুৰ দৃষ্টিও সেইপিনে যায়। যি নৃত্য অভিনয়বিহীন তাক 'নৃত্ত' বোলা হয়। চালি নৃত্যৰ 'ৰামদানি' আৰু মেলানাচ শুদ্ধ 'নৃত্ত'। ইয়াত সত্ৰীয়া নৃত্যৰ পদচালনা সমূহ স্পষ্টভাবে দেখা যায়। আন এটা উদাহৰণ হৈছে সূত্ৰধাৰী নৃত্য। ই সম্পূৰ্ণ শুদ্ধ নৃত্য আৰু বিভিন্ন পদ-চালনা ইয়াত প্ৰদৰ্শিত হয়। 'ভ্ৰমৰি', চাৰি আদি সত্ৰীয়া নৃত্যত প্ৰচলিত বিভিন্ন খোজ আৰু 'পাক্'ও ওলাই পৰিছে। মাটি আখৰাৰ ৬৪ ভাগৰ ১৪ ভাগেই পাক্ বা শাস্ত্ৰীয় ভাষাত ভ্ৰমৰি যেনে আকল পাক্, চেৰেকি পাক্, উৰ পাক্, টুকুৰা পাক্ ইত্যাদি। হস্ত প্ৰয়োগৰ ক্ষেত্ৰতো কোনো গুণেই পিছপৰা নহয়। অভিনয়বিহীন নৃত্য বা নৃত্যৰ পৰিবেশনত কিছুসংখ্যক হস্ত প্ৰয়োগ হয়। যেনে অলপদ্ম, সন্দশ, পতাক ইত্যাদি। অভিনয়ত সৰহ হস্তৰ প্ৰয়োগ হয়। এই হস্ত সমূহৰ বিস্তৃত বিৱৰণ আমি শুভংকৰ কবিৰ "শ্ৰীহস্ত মুক্তাৱলী'ত পাওঁ। ইয়াৰ পৰাও আমি ধাৰণা কৰিব পাৰো যে এই শাস্ত্ৰৰ চৰ্চা অসমত হৈছিল। ঠিক তেনেকৈয়ে ওজাপালি

নৃত্যত আমি বিভিন্ন হস্তৰ প্ৰয়োগ দেখা পাওঁ। এই ওজাপালি নৃত্য প্ৰাক্-শংকৰী দিনৰ হলেও ইয়াত ব্যৱহৃত হস্তবোৰৰ প্ৰয়োগ আমি আকৌ শংকৰদেৱৰ দ্বাৰা সৃষ্টি হোৱা সত্ৰীয়া নৃত্যত দেখা পাওঁ।

**বাচিক অভিনয়** অৰ্থাৎ বচন প্ৰয়োগ কৰি কৰা অভিনয়। এই অভিনয়ৰ উদাহৰণ আমি শ্ৰীমন্তশংকৰদেৱ আৰু মাধৱদেৱৰ অংকীয়া নাট সমূহত পাইছো।

**আহাৰ্য্য** মানে হৈছে সাজ-পোচাক। অন্য নৃত্যত ব্যৱহাৰ কৰাৰ দৰে সত্ৰীয়া নৃত্যতো খাপ-খোৱাকৈ সাজ-পোচাক ব্যৱহাৰ হয়। পাটৰ ঘূৰি, ৰিহা, গুণাৰ বনকৰা, অসমীয়া ফুলবচা কাপোৰ আৰু লোকাপাৰ, দুগ্‌দুগি, জোনবিৰি, ঢোলবিৰি, কিংকিনি, খাৰু আদি অলংকাৰ সত্ৰীয়া নৃত্যৰ আহাৰ্য্য।

**সাত্বিক অভিনয়** হ'ল অন্তৰৰ অনুভূতি আৰু ইয়াক আহৰণ কৰিব পাৰি ভক্তি আৰু অনুশীলনেৰে। ই কোনো প্ৰান্তৰত পৃথক ভাৱে জীয়াই নাথাকে। সত্ৰীয়া নৃত্যৰ আন এটা দিশলৈ লক্ষ্য কৰিলে দেখা যায় যে এই নৃত্যসমূহ কেৱল সত্ৰৰ ভিতৰতে আবদ্ধ নাথাকি বিভিন্ন সময়ত মঞ্চাভিমুখী হৈছে আৰু তাৰ বাবে যুগৰ লগত খাপ্ খোৱাকৈ কিছু পৰিবৰ্ত্তন অনা হৈছে। মঞ্চত যেতিয়া এই সত্ৰীয়া নৃত্য প্ৰদৰ্শন কৰা হয় তেতিয়া তৈয়াৰ কৰা ক্ৰমটো আৰম্ভ হয় "গুৰু বন্দনা" আৰু 'কৃষ্ণ বন্দনা'ৰে। তাৰ পিছত মূল নৃত্যাদি যেনে— চালি, ৰজাঘৰীয়া চালি, সূত্ৰধাৰী ইত্যাদি আৰম্ভ হয়। এতেকে সত্ৰীয়া নৃত্যৰ শাস্ত্ৰীয়তা বা বৈশিষ্ট্য লংঘন নকৰাকৈ ইয়াক মঞ্চৰ উপযোগী কৰি তুলিব পাৰি। এই নৃত্যৰ ধাৰাটিৰ প্ৰচাৰ ১৯৬৮ চনত গুৱাহাটীত স্থাপিত হোৱা সঙ্গীত সত্ৰই অগ্ৰণী ভূমিকা গ্ৰহণ কৰা সৰ্বজনবিদিত। ইয়াৰ উপৰিও সত্ৰীয়া নৃত্য, গীত, বাদ্যৰ ওপৰত এখনি পাঁচ বছৰীয়া পাঠ্যক্ৰম পোন প্ৰথমে প্ৰস্তুত কৰি ১৯৭৩ চনৰ পৰাই পৰীক্ষাৰ প্ৰচলন কৰি আহিছে। গোটেই অসম জুৰি সত্ৰীয়া নৃত্যগীত, বাদ্যৰ বাৰ্ষিক পৰীক্ষা সমূহ পৰিচালন কৰি অহাটো উল্লেখযোগ্য। আমি জনাত সত্ৰীয়া নৃত্যৰ শাস্ত্ৰীয় উপাদান সকলোবোৰ সমৃদ্ধ যদিও অসমৰ বাহিৰত আৰু ভিতৰত সকলোৰে গ্ৰহণযোগ্য পাঠ্যক্ৰম ব্যাকৰণ প্ৰস্তুত কৰাৰ সময় অতি তুঙ্গত। শাস্ত্ৰীয় নৃত্যৰ জ্ঞান থকা আৰু সত্ৰীয়া নৃত্যৰ লগত জড়িত শিল্পীয়ে সত্ৰৰ বৰবায়ন সকলৰ লগত যুটীয়াভাৱে চিন্তা-চৰ্চা কৰিহে সত্ৰীয়া নৃত্যৰ শাস্ত্ৰীয় কৰণ তথা প্ৰয়োজনৰ মহৎ কামত আগবাঢ়ি যাব পাৰিব। এনে প্ৰচেষ্টাকাৰী দল কেইবাটাও হ'ব পাৰে। এই দল সমূহে আন্তৰিকভাৱে কাম কৰি পোৱা অভিজ্ঞতাৰ ভিত্তিতহে সৰ্বশেষত এখন সৰ্ব গ্ৰহণযোগ্য সত্ৰীয়া নৃত্যৰ ব্যাকৰণ প্ৰণয়নৰ জুমুঠিটো ওলাই পৰিব। এই সংগীতৰ ধাৰা যি শাস্ত্ৰ অনুসৰি পৰম্পৰাগতভাৱে চৰ্চ্চিত হৈ আহিছে সেই শাস্ত্ৰ লিখিত ৰূপত

উলিয়াই দিব পাৰিলেহে এই সংগীত নিজে নিজেই শাস্ত্ৰীয় সংগীতৰ ধাৰা ৰূপে স্বীকৃত হ'ব। এইখিনি কৰিবলৈ যাওঁতে যেন মহাপুৰুষ দুজনাই দি যোৱা আৰ্হিগত ৰূপকল্পটি নষ্ট কৰা নহয় তাৰ বাবে লক্ষ্য ৰখা উচিত। এই ক্ষেত্ৰত গায়ন আৰু বায়ন প্ৰত্যেকে একোজনকৈ সাধক হ'ব লাগিব। বাহুবলী বায়ন মুখাবলী গায়ন কথাটোও দৰকাৰ। বায়ন বিদ্যাৰ প্ৰতিটো কথাই তন্ন-তন্নকৈ জানিব লাগিব। "বিনা গুৰু নাহিকে ভকতি মুকুতি"। দীক্ষামন্ত্ৰ লোৱাৰ দৰে বায়নেও এই ক্ষেত্ৰত গুৰু মানি শিক্ষা কৰা অত্যাৱশ্যক। নহলে "পুৱাৰ গীত বাদ্য বিয়লিত বায়-গায়, সেই বায়নে কিল খায়।" সাত্ত্বিক ভাৱৰ অভাৱ হলে গুৰুজনাৰ বাণীমতে বায়নে খোল ডিঙিৰ পৰা নমাই ৰখা বাঞ্ছনীয়। অসমত এটি অতি আধুনিক শিক্ষানুষ্ঠান স্থাপন কৰিবলৈ সত্ৰীয়া অংশকাৰী সকলে আৰু যেন পলম নকৰে। বিশ্বদৰবাৰত অসমৰ সত্ৰীয়া নৃত্যকলাই পূৰ্ণাঙ্গভাৱে স্বীকৃতি পাবলৈ হলে শুদ্ধ আৰু সাত্ত্বিকভাৱে সমদলে বহল প্ৰচাৰ আৰু লগতে পৃষ্ঠপোষকতাৰ আৱশ্যক। এই সকলোৰে মাজত একৰ অৱস্থিতিৰ বাণী নিখিল ভুবনৰ এক সূত্ৰেৰে আবদ্ধ কৰি, সাম্যমৈত্ৰীৰ খোল, মৃদঙ্গ, বৰতাল, ভোৰতালৰ ঐক্যতানৰ ধ্বনিত অসমৰ সত্ৰীয়া নৃত্যকলাই শাস্ত্ৰীয় নৃত্যকলাৰূপে আত্মশক্তি প্ৰতিষ্ঠাজ্ঞাপক এই বাগ্মমী।

সত্ৰীয়া নৃত্যৰ 'শাস্ত্ৰীয়তা' প্ৰসংগক লৈ প্ৰশ্ন কৰিব পৰাৰ ক্ষমতা আমাৰ নাই। কিন্তু এই কথা দৃঢ়ভাৱে ক'ব পাৰো যে সত্ৰীয়া নৃত্যক শাস্ত্ৰীয় কৰিব লগা নাই, কিয়নো মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মাধৱদেৱে এই নৃত্যৰ সৃষ্টি শাস্ত্ৰীয় জ্ঞান নোহোৱাকৈ কৰা নাছিল নিশ্চয়। ○

---

*শ্ৰীমিত্ৰদেৱ গগৈ এজন অৱসৰপ্ৰাপ্ত বেঙ্ক বিষয়া, আধুনিক কবিতাৰ চৰ্চা আছে। শঙ্কৰী কলা-কৃষ্টি, নৃত্য-গীতৰ ওপৰত অধ্যয়ন আছে। মুকুল সংঘৰ উপ-সভাপতি।*

ভ্ৰমণ কাহিনী

# শ্ৰীশ্ৰীকেদাৰনাথ ভ্ৰমণৰ মাধুৰ্য্য

শ্ৰীশচীপ্ৰভা বৰঠাকুৰ

আমি বহুতদিনৰ পৰা মনতে সামৰি থৈছিলো এটা ইচ্ছা। শ্ৰীশ্ৰীকেদাৰনাথ আৰু শ্ৰীশ্ৰীবদ্ৰীনাৰায়ণলৈ যোৱাৰ আৰু সেই তীৰ্থেশ্বৰৰ চৰণ যুগল দৰ্শন কৰাৰ। পিছে সময় গৈ থকাৰ লগে লগে আমাৰ সেই ইচ্ছাৰ মনতে সামৰণী মাৰিবলৈ চিন্তা কৰিলো। বয়সো হৈ আহিল। জীৱনৰ বিয়লীবেলাও সমাগত, সেই মহাতীৰ্থৰ যাতায়াতৰ বাট পথও বোলে সিমান সুগম নহয়, আমি শুনামতে দুৰ্গম। এই বিলাককে ভাবি-চিন্তি মনৰ আশা মনতে মাৰ নিয়াবলৈ মনে যো-জা কৰোতেই, আচম্বিতে আমাৰ সৰু জীয়ৰী শ্ৰীমতী জুলীয়ে ছিলঙৰ পৰা, আমাৰ মন-প্ৰাণ আনন্দত আপ্লুত হোৱা এটা খবৰ ফোনেৰে জনালে "মই পূজাৰ বন্ধত শ্ৰীশ্ৰীকেদাৰনাথ, আৰু শ্ৰীশ্ৰীবদ্ৰীনাৰায়ণলৈ যোৱাৰ টিকট কৰিলো। সকলো যা-যোগাৰ মই কৰিম, তুমি মাথোন ওলাবা" খবৰটো পাই আমাৰ মন আনন্দত উৎফুল্ল হৈ পৰিল। যিহৰ কাৰণে ইমান দিনে আমাৰ মনে আশা কৰি আছিল, সেই আশা সিদ্ধি হোৱাৰ বা হ'ব খোজাৰ আনন্দত।

আমি অক্টোবৰৰ চাৰি তাৰিখে ৰেলত (ৰাজধানী) ৰাতিপুৱা সাতবজাত সৰু জীয়ৰী, মাজু জীয়ৰী, আমাৰ যাত্ৰা আৰম্ভ কৰিলো। এইখন ৰেলত ফুৰা-চকা কৰিবলৈ বৰ ভাল সময় বৰ বেচি নলয় কাৰণে। সেয়ে আগদিনা ৰাতিপুৱা ৰেলত উঠি, পাছদিনা দিনৰ দুইমান বজাত দিল্লী মহানগৰ পালোগৈ। ৰেলৰ পৰা নামিয়েই আমাৰ নাতি শ্ৰীমান মানস গোস্বামীয়ে থিক কৰি পঠোৱা টেক্সিখন ৰৈ আছে. টেক্সিচালকে মানস গোস্বামীৰ নাম লেখা এখন কাগজ লৈ। তেওঁ ইয়াত নাই। গুৱাহাটীলৈ গৈছে, আমি তেওঁক গুৱাহাটীত লগ পাই আহিছো। সেই টেক্সিৰে গৈ আমি তেওঁৰ বাসস্থান পালোগৈ। আমাৰ ভাগৰো লাগি আহিছে, অক্টোবৰ মাহ যদিও মহানগৰত ৰ'দৰ প্ৰখৰতা কমা নাই। সেয়ে গা-পা ধুই কিবা অলপ খায় অকমান জিৰণি লোৱাৰ মানসেৰে বিচনাৰ আশ্ৰয় ল'লো, আমি মহানগৰত ছয় আৰু সাত তাৰিখে থাকি আঠ অক্টোবৰত, গাঢ়োৱাল মণ্ডল বিকাশ নিগমৰ টেক্সিৰে আমাৰ মহাতীৰ্থৰ যাত্ৰা ৰাতিপুৱা আঠমান বজাত আৰম্ভ কৰিলো। আমাৰ সঙ্গী হ'ল দিল্লীৰে বাসিন্দা দুজন। আৰু হাইদ্ৰাবাদৰ চাৰিজন, টেক্সি হ'ল দুখন, চালক কেইজন বৰ ভদ্ৰলোক আছিল। টেক্সিচালক

দুজনৰ ব্যৱহাৰ আছিল অমায়িক এই সকলো পৰিস্থিতি মিলি আমাৰ এটা সু-বাতাবৰণত দিল্লীৰ পৰা আমাৰ টেক্সিয়ে গতি পথত আগবঢ়াৰ লগে লগে আমাৰ পেটে পেটে অকণ অকণ ভয়ৰ সঞ্চাৰো হৈছে। কেতিয়াও নেদেখা-নুশুনা, অচিনাকি বাট-পথেৰে আমাক এই বয়সত লৈ আহিছে আমাৰ দুইকন্যাই যদি আমাৰ কিবা অথন্তৰ হয়, তেতিয়া তেওঁলোক দুজনী ছোৱালীয়ে সেই বিপদ কি উপায়েৰে চম্ভালিব মনতে সেই ভাবৰ উদয় হৈছে যদিও, মনৰ পৰা সেই চিন্তা জাৰি-জোকাৰি দূৰ কৰি মনে-প্ৰাণে প্ৰিভুৰ চৰণত সকলো সমৰ্পণ কৰি ভীষ্ম জননী গঙ্গামাতাৰ পাৰে পাৰে চাৰিও দিশৰ হিমালয়ৰ প্ৰাকৃতিক দৃশ্যৰাজি চাই আনন্দ উপভোগ কৰি গৈ আছো। প্ৰথমে পালোঁগৈ "খুদালা" বুলি এদোখৰ তীৰ্থযাত্ৰী বা আন পথ-চাৰিয়ে জিৰণি লোৱা ঠাই, তাত আছে সকলো ব্যৱস্থা দেশী-বিদেশীৰ কাৰণে আনন্দ উপভোগ কৰাৰ, সকলো আহিলা-প্যাতি যেনে গঙ্গামাৰ বুকুত "ভুৰ" লৈ উজাই যোৱা-সোঁতৰ বিপৰিতে গঙ্গাত নানা ধৰণৰ আনন্দ অনুভৱ কৰা যাক ইংৰাজীত (White water Rafting) বোলে, ভুৰেৰে উজাই গৈ ফেনে-ফোটোকাৰে দপদপাই গঙ্গাক নামি অহাৰ প্ৰাকৃতিক দৃশ্য যি এবাৰ দেখিছে তেওঁলোকৰ পক্ষে বোলে সেই ৰূপৰ মাধুৰ্য্য পাহৰা বৰ কঠিন, ইমানেই হৃদয়গ্ৰাহী সেই ৰূপ। আমি খুদালাত বেচি পলম নকৰি চাহ একোকাপ খাই, আকৌ তীৰ্থৰ পথত আমাৰ টেক্সিয়ে গতি ললে, আমি 'খুদালা' পোৱাৰ আগতেই হৰিদ্বাৰ, হৃষীকেশত ৰাতি থাকি গঙ্গাস্নান কৰি আহিছো হৰিদ্বাৰৰ গঙ্গাস্নানৰ স্মৃতি আমাৰ মনত বৰ মনোৰম হৈ আছে।

আমি এইবাৰ পালোঁগৈ "দেবপ্ৰয়াগ" ইয়াতে মিলন হৈছে, ভাগীৰথী আৰু অলকানন্দা। মহাৰাজ সাগৰৰ বংশ উদ্ধাৰৰ অৰ্থে, সাগৰৰ নাতি ভগীৰথে অনেক কষ্টেৰে বিষ্ণুপাদোদকি পাপনাশিনী গঙ্গা মাতাক মৰ্ত্যলৈ আবাহন কৰি আনিলে সেয়েহে গঙ্গামাতাই ভগীৰথে নমাই অনাৰ কাৰণে নাম ললে ভাগীৰথী, কপিলমুনিৰ পাতালত শাপভ্ৰষ্ট হৈ পৰি আছে মগৰ ৰজাৰ বংশ। আমাৰ টেক্সিয়ে দেবপ্ৰয়াগত ৰৈ আমাক সেই ঠাই ঘুৰি-পকি চাবলৈ সুযোগ দিলে, আৰু পথ-প্ৰদৰ্শকে কাহিনীবিলাক যি ঠাইত ৰোৱা হৈছে সেই ঠাইতে বিৱৰণ দি গৈছে। আমি সেই অলকানন্দাৰ, ভাগিৰথীৰ মিলন চাই, ৰুদ্ৰপ্ৰয়াগৰ উদ্দেশ্যে যাত্ৰা কৰিলো। ৰুদ্ৰপ্ৰয়াগত আজি আমাৰ ৰাতিটো থকাৰ কথা, আমাৰ টেক্সিয়ে অলকানন্দাৰ পাৰে পাৰে গৈ চাৰিমান বজাত ৰুদ্ৰপ্ৰয়াগৰ আলহী থকা ঘৰৰ চৌহদত ৰ'লগৈ। আমিও টেক্সিৰ পৰা নামি হিমালয়ৰ বৰফেৰে আবৃত্ত কৰি থোৱা শৃঙ্গৰ ৰূপ দৰ্শন কৰি ভিতৰ সোমালো। এই ৰুদ্ৰপ্ৰয়াগত মিলন হৈছে

মন্দাকিনী, অলকানন্দাৰ পাহাৰৰ পৰা নামি অহা নৈ সমূহৰ ৰূপৰ মাধুৰ্য্য বৰ মনোমুগ্ধকৰ, ইয়াৰ পৰাই শ্ৰীশ্ৰীবদ্ৰীনাৰায়ণলৈ যোৱাৰ পথবেলেগ হৈছে। এই দুই মহাতীৰ্থৰ পথৰ সংযোগ এই ৰুদ্ৰপ্ৰয়াগেই, আমাৰ ৰাতিটো ইয়াত থকাৰ কথা আছিল যদিও পিছে থকা নহ'ল। আমাৰ টেক্সিয়ে আকৌ গতি ল'লে আৰু অলপ আগবাঢ়ি থাকো বুলি আন্ধাৰ হওঁ হওঁ হওঁতেই "শিয়াসশৌৰ" বুলি ঠাই এডোখৰ পালোহি। যিমানে কেদাৰনাথৰ ওচৰ চাপিছো, সিমানে ঠাণ্ডাৰ প্ৰকোপ বাঢ়িছে। আমাৰ আজি ইয়াতে থকা হ'ব। ৰাতিটো থাকি কালিলৈ শ্ৰীশ্ৰীকেদাৰনাথ অভিমুখে আমাৰ যাত্ৰা আৰম্ভ কৰিম।। এই মহাতীৰ্থৰ পথত "গাঢ়োৱাল মণ্ডল বিকাশ নিগম"ৰ তত্বাৱধানত থকা-খোৱাৰ, তীৰ্থযাত্ৰীয়ে জিৰণী লোৱাৰ সুন্দৰ ব্যৱস্থাই গঢ় লৈ উঠিছে। আগতে তীৰ্থযাত্ৰীসকলৰ, গাঢ়োৱালৰ স্থায়ী লোকসকলৰ যাতায়তৰ বৰ অসুবিধা আছিল। মন্দাকিনী আদি নৈসমূহ পাৰ হোৱাটোও আছিল বৰ ভয়াৱহ। ৰছীত ওলমিহে পাৰ হ'ব লাগিছিল। এতিয়া আৰু সেই কষ্টৰ বহুতখিনি লাঘৱ হ'ল। এতিয়া নৈস্মূহৰ ওপৰেৰে দলং, বাট-পথৰ সুবিধা, পাহাৰ-পৰ্ব্বত বগোৱা সুচল। আজিকালি পথচাৰীসকলৰ যাতায়তৰ আগৰ কষ্টৰ অৱসান হ'ল বুলিব পাৰি। 'শিয়ালশৌৰ'ত ৰাতিটো অতিবাহিত কৰি পাছদিনা গা-পা ধুই গৌৰীকুণ্ডলৈ বুলি যাত্ৰা আৰম্ভ কৰিলো। মন্দাকিনীৰ পাৰেৰে যাওঁতে এনেহে লাগিছে যেন বিশ্বনিয়ন্তাৰ এই বিশাল, অপূৰ্ব সৃষ্টিৰ পট ইখনৰ পিছত সিখন লুটিয়াইহে গৈ আছো। ইমানেই মনোৰম সেই পথৰ দৃশ্য। আমাৰ টেক্সি আহি গৌৰীকুণ্ডত ৰ'লহি। তলত মন্দাকিনীয়ে হিমশীতল পানী বুকুত লৈ দুৰ্বাৰ গতিৰে প্ৰবাহমান, অলপমান ওপৰতে গৌৰীকুণ্ডৰ তপ্তকুণ্ডত পানী উতলি আছে। প্ৰকৃতিৰ লীলাৰ অন্ত পাবলৈ নাই। কুণ্ডত আমাৰ চকুৰ আগতে অনেক লোকে স্নান কৰি আছে। স্নানৰ ঠাই পুৰুষ-মহিলাৰ বেলেগ বেলেগ। আমিও তপ্তকুণ্ডত স্নান সমাপন কৰি গৰম কাপোৰেৰে শৰীৰ আবৃত কৰি, তীৰ্থেশ্বৰক দৰ্শন কৰিবৰ অৰ্থে পাল্কীত উঠিলো। দুয়োগৰাকী জীয়ৰী উঠিল ঘোঁৰাত। আমাক টেক্সিয়ে এই গৌৰীকুণ্ডতে এৰিলে। অগণন তীৰ্থযাত্ৰীৰ লগত আমাৰো যাত্ৰা আৰম্ভ হ'ল। খোজকঢ়া যাত্ৰী, ঘোঁৰাত উঠা যাত্ৰী, এজন মানুহে কঢ়িয়াই নিয়া যাত্ৰী লগ পাই গৈ আছো। আমি উঠা পাল্কী বিলাক চাৰিজন লোকে কঢ়িয়াই নিয়ে। সেইকেইজন লোকৰ হয় অপৰীসীম কষ্ট। বাটে বাটে পাহাৰ। পৰ্ব্বত উঠি গৈ থাকোতে আমি তীৰ্থেশ্বৰক প্ৰশ্ন কৰি গৈ আছো,— "আমাকনো এই দুৰ্গম পথত এইটো বয়সত চাৰিজন লোকৰ কান্ধত তুলি কিয় আনিছা প্ৰভু?" আমি প্ৰশ্ন কৰাৰ লগে লগে যেন মহাশূণ্যৰ

পৰা উত্তৰ আহি আমাৰ কাণত বাজিছে। আমাৰ মনটো তেনেকুৱা লাগিছে। আমাক কঢ়িয়াই অনা লোককেইজনে আমাক কান্ধৰ পৰা নমাই বিলনিত চাহ, চিগাৰেট খাই ভাগৰ মাৰিবলৈ গৈছে। ভাগ্যে অকণমান যেনিবা জিৰাবলৈ এই বিলনীসমূহৰ বাটে-বাটে অৱস্থিতি, আমাকো সুধিছে কিবা ভোজন কৰিমনেকি বুলি। আমি নাখাও বুলি কোৱাত আমাক লৈ তেওঁলোক পথ বুলিবলৈ আৰম্ভ কৰিলে। আমাৰ দুয়োগৰাকী জীয়ৰী কিমান আগবাঢ়ি গ'ল আমি ধৰিব পৰা নাই। আমাক পথ-প্ৰদৰ্শকে আগতেই বুজাই দিছে আপুনি পথত এওঁলোকক লগ নাপাব বুলি। আমাৰ আকৌ অলপ চিন্তা লাগিছে। আমাৰ যোৱাৰ পলম হ'লে তেওঁলোকে চিন্তা কৰিব পাৰে বুলি। আমাৰ পাল্কী আহি "ৰামবাড়া" বুলি সকলো থকা-খোৱাৰ ব্যৱস্থা থকা ঠাইতে ৰ'লহি। আমাৰ এতিয়ালৈকে পাল্কীত ছয় কিলোমিটাৰ অহা হ'ল। আৰু আধাতকৈ অলপ বেছি আছে শ্ৰীশ্ৰীকেদাৰনাথ পাবলৈ। আমাক নমাই লোক চাৰিজনে দুপৰীয়াৰ আহাৰ খাই অকণমান বহি আৰাম কৰি ল'লে। মন্দাকিনীৰ উত্তাল তৰঙ্গৰ ৰূপৰ মাধুৰী আলহীঘৰত বহি আমাৰো উপভোগ কৰা হ'ল। লোককেইজনৰ খোৱাবোৱা হ'লত আমাক ডাণ্ডি লৈ পথত আগবাঢ়িল। লাহে লাহে আন্ধাৰো হৈ আহিল। ঠাণ্ডাৰো প্ৰকোপ বাঢ়িছে। দুই কন্যাই চিন্তা কৰিছে যদি মনত এইবোৰ ভাবেও খেলি-মেলিৰ সৃষ্টি কৰি মানসিক অশান্তিৰ উদ্ভৱ কৰিছে। সকলো চিন্তা তেওঁৰ চৰণত সমৰ্পণ কৰি গৈ আছো। আমি গৈ পাছ বাজি পোন্ধৰ মিনিট যোৱাত শ্ৰীশ্ৰীকেদাৰনাথৰ মণ্ডিৰৰ দুৱাৰ পালোগৈ। আমাৰ অতদিনৰ ঈপ্সিত স্থানত আমাক মানুহকেইজনে কান্ধৰ পৰা নমালে। ঠাণ্ডাত আমাৰ কঁপনি কঁপা দি কঁপিছো। তাতে আকৌ দুই কন্যাও নাই। আমাক বিচাৰি তেওঁলোক অহা পথৰেই আমাক বিচাৰি গৈছে। তাতে ইমান ঠাণ্ডা। অলপ অপেক্ষা কৰাৰ অন্তত তেওঁলোকো যেনিবা আহি পালেহি। গৰম কাপোৰ কমকৈ পিন্ধি ওলাই যোৱাৰ কাৰণে সৰু জীয়ৰীৰ ঠাণ্ডা অলপ বেছিকৈয়ে লগা বুলি আমাৰ অনুমান হৈছে। অলপ দেৰি কথা-বতৰা পাতি গৰম পানীৰে মুখ-হাত ধুই খাই-লৈ বিছনাত গৰম কাপোৰৰ তলত আশ্ৰয় ল'লো। বিছনা-পাতিৰ ব্যৱস্থা বৰ সুন্দৰ। গৰম পানীৰো সু-ব্যৱস্থা আছে। পিছে দামহে অলপ বেছি পৰে। আমি বিছনাত পৰাৰ লগে লগে আমাক নিদ্ৰাই আৱৰি ধৰিলে। একেবাৰে ৰাতিপুৱাহে সাৰ পাইছো। ৰাতিপুৱাৰ সূৰ্যৰ পোহৰত মহাধামৰ ৰূপৰো তুলনা নাই। সেয়ে মহামন্দিৰৰ অভিমুখে যাবলৈ মনটোৱে উখল-মাখল লগাইছে। গা-পা ধুই শৰীৰ-মন পবিত্ৰ কৰি যাবলৈ সাজু হ'লো। ইতিমধ্যে মন্দিৰৰ পাণ্ডাও আমাক মন্দিৰলৈ নিবলৈ আহি পালেহি। আমি তেওঁৰ

লগত ওলাই গ'লো। কি দেখিমগৈ বুলি মনত দুৰ্বাৰ সন্তুষ্টি লৈ আমি গৈ পোৱাৰ আগতেই 'মহালিঙ্গ'ৰ পূজা ভক্তসকলে নিবেদন কৰিলেই। আমিও মহালিঙ্গৰ ৰূপত বিভোৰ। ভকতসকল তেওঁৰ ওচৰত ঘূৰণীয়া হৈ উপবেশন কৰি তেওঁৰ গুণগানত তন্ময়। আমি লিঙ্গৰ এনে ৰূপৰ মাধুৰী আগেয়ে ক'তো দেখা নাই। "ভোলানাথ যে ভোলানাথেই"। নিৰাভৰণ ভোলানাথ। নিৰাভৰণ ভোলানাথ দেখিবলৈ মহীষৰ পিঠীখনৰ নিচিনা।



*শ্ৰীশ্ৰীকেদাৰনাথ মন্দিৰ*

শ্ৰীশ্ৰীকেদাৰনাথৰ ইতিবৃত্ত এনেকুৱা— পঞ্চ-পাণ্ডৱ যেতিয়া খোজকাঢ়ি স্বৰ্গাৰোহণ কৰিবলৈ আগবাঢ়িল, তেতিয়া আগত গৈছিল এটা মহিষ, পিছত

গৈছিল এটা সাৰমেয় (কুকুৰ)। পাহাৰ, পৰ্ব্বত আৰু নৈসমূহ অতিক্ৰম কৰি গৈ আছে পঞ্চপাণ্ডৱ। গৈ থাকোতে এজন এজন বাটত পৰি পৰি গৈ আছে। শেষত মাত্ৰ পঞ্চপাণ্ডৱৰ অগ্ৰজ 'যুধিষ্ঠিৰ' আৰু কুকুৰটো সাৰমেয়হে থাকিল। যুধিষ্ঠিৰক লগ দিছে। আগত গৈছে মহিষৰ ৰূপত স্বয়ং কৈলাসেশ্বৰ শিৱ-ভোলানাথ। গৈ গৈ চাৰিওদিশ পাহাৰ, পৰ্ব্বতেৰে ঘেৰি থকা। বাট-পথ নোহোৱা স্থান পাই পাণ্ডৱৰ অগ্ৰজ দিশহাৰা হ'ল। ইফালে মহিষৰূপী শিৱই শিঙেৰে পাহাৰ-পৰ্ব্বত খান্দি পথৰ উপায় কৰিছে। কিন্তু যুধিষ্ঠিৰ অধৈৰ্য্য হৈ, অস্থিৰ হৈ মহিষৰূপী সদাশিৱৰ তপিনাত তেওঁৰ দুয়ো হস্ত স্থান কৰিলে আৰু লগে লগে মহিষৰূপী শিৱ শিলৰূপতে সেইখিনিত পৰি ৰ'ল। লগে লগে আকাশবাণীত যুধিষ্ঠিৰে শুনিবলৈ পালে আজিৰ পৰা 'দ্বাপৰ' যুগৰ অন্ত হৈ 'কলি' যুগত সোমাল। পাণ্ডৱৰ অগ্ৰজে এইখিনেতে অপেক্ষা কৰিলে। স্বৰ্গৰ পৰা ৰথ আহি তেওঁক লৈ যাব। সেয়ে মহিষৰূপী সদাশিৱই শ্ৰীশ্ৰীকেদাৰনাথ ৰূপে বিৰাজ কৰি আছে। আমি সেই পূজ্য দেৱতাক দৰ্শন কৰি পৰিপূৰ্ণ মন লৈ মন্দিৰৰ পৰা ওলাই আহিলো। আমি কি পালো সেইয়া ব্যক্ত কৰিবলৈ আমাৰ ভাষাৰ অভাৱ।

এতিয়া সময় দহটা মান বাজিছে। আমাৰ পাল্কী আহি ৰৈ আছে। দুই কন্যাই ঘোঁৰাৰ চোৱাৰী হৈ তললৈ নামি যাবলৈ গতি কৰিছে। আমি এতিয়া গৌৰীকুণ্ডলৈ গৈ তাৰ পৰা ৰূদ্ৰপ্ৰয়াগ হৈ শ্ৰীশ্ৰীবদ্ৰিনাৰায়ণলৈ আমাৰ যাত্ৰা আৰম্ভ কৰিম। আমাৰ যদি সময় হয় আকৌ কেতিয়াবা শ্ৰীশ্ৰীবদ্ৰিনাৰায়ণলৈ গৈ আমি কি পালো সমূহ পাঠকক আমাৰ অভিজ্ঞতাৰে জনাবৰ ইচ্ছা আছে।○

---

*শ্ৰীযুতা শশীপ্ৰভা বৰঠাকুৰ ছিলং মুকুল সংঘৰ উপদেষ্টা। লেখা-মেলাৰ ভাল চৰ্চ্চা আছে।*

# বন্দুক কিয়নো লাগে?

ড° কনক চন্দ্ৰ বৰুৱা

ইংৰাজ শাসকসকলে ইচ্ছা কৰা হ'লে মহাত্মা গান্ধীৰ নিশকটীয়া দেহাটো কাৰাবন্দী অৱস্থাতে শেষ কৰি দি ভাৰতৰ স্বাধীনতা আন্দোলনৰ সোঁত হয়তো অন্যফালে বোৱাব পাৰিলেহেঁতেন। কিন্তু তাকে নকৰি তেওঁলোকে গান্ধীজীৰ অহিংস আন্দোলন আৰু ভাৰতীয় জনমতৰ ওচৰত সেওঁ মানি এদিন ভাৰত ত্যাগ কৰি গুছি গ'ল। সুদীৰ্ঘ সাতাইশ বছৰ কাল দক্ষিণ আফ্ৰিকাৰ কৃষ্ণাঙ্গ নেলচন মেণ্ডেলাক প্ৰিটোৰিয়া আমোলে কাৰাবন্দী কৰি ৰখাৰ পিছতো এদিন জনমতক সন্মান জনাই মুকলি কৰি দিবলৈ বাধ্য হ'ল। কেৱল সেয়ে নহয়। এইজন কৃষ্ণাঙ্গ নেতাৰ তলত পূৰ্ব্বৰ শ্বেতাঙ্গ স্বামীয়ে কাৰ্য্যনিৰ্ব্বাহ কৰিবলৈকো সৈমান হ'ল। এইবোৰ ঘটনা মানৱ জাতিৰ বুৰঞ্জীৰ একোটাইঁত বিজয় নিচান।

বিশ্বব্ৰহ্মাণ্ডৰ কোটি কোটি গ্ৰহ-নক্ষত্ৰৰ মাজৰ পৃথিৱী নামৰ এই সৰু গ্ৰহটোৰ অনুকূল প্ৰাকৃতিক বাতাৱৰণৰ সুবিধা লৈ এদিন সৃষ্টি হৈছিল মানুহ নামৰ এই উন্নত জীৱবিধৰ। ক্ৰমবৰ্দ্ধমান বিবৰ্ত্তন আৰু মানুহৰ জ্ঞানপিপাসাই তেওঁলোকৰ উত্তৰণ ঘটালে সভ্যতাৰ এক চৰম পৰ্য্যায়লৈ। উদ্ভৱ হ'ল নতুন নতুন প্ৰযুক্তি কৌশলৰ, যাৰ ফলত মানুহৰ সকলো কাম্য সুখ-সুবিধা হাততে পাব পৰা হ'ল। তাহানিৰ সাত সাগৰ-তেৰ নদীৰ ব্যৱধান কমি আহিল, মানুহে পৰিকল্পনা কৰিলে বিশ্বগাঁও (Global Village) নিৰ্ম্মাণ কৰাৰ। চিকিৎসা বিজ্ঞানৰ প্ৰভূত সাফল্যই যেন আজি যম ৰজাৰ মৃত্যুদণ্ডকো তাচ্ছিল্য কৰিছে। আজিৰ কোনোবা শিশু 'ৰামচন্দ্ৰ'ই যদি মাক 'কৌশল্যা'ক আকাশৰ জোনটো বিচাৰে, তেওঁক এখন আইনা দি ফুচুলাবৰ পৰিৱৰ্ত্তে মাকে হয়তো ঢাপলি মেলিব কম্পিউটাৰৰ ইণ্টাৰনেটৰ ওচৰলৈ, দেখুৱাব জোনৰ বুকুত চৰা মৃগপহুৰ ৰহস্য কি, নাইবা ইয়াৰ বুকুত মানুহে খোজ পেলোৱাৰ দৃশ্য।

কিন্তু ইমান প্ৰগতিৰ পিছতো কিয় বাৰু মানুহৰ মৃত্যুইচ্ছা (Death wish) ইমান প্ৰবল হৈ উঠিছে? যি এবিধ প্ৰাণীয়ে মাথোন বুজি পায় ভাতৃত্ব-বন্ধুত্বৰ এনাজৰীৰ বান্ধোন, বুজি পায় চকুৰ খিৰিকিৰে বিৰিঙি ওলোৱা হৃদয়ৰ, প্ৰণয়ৰ ভাষা, যি এবিধ প্ৰাণীয়ে মাত্ৰ সৃষ্টি কৰিব পাৰে শব্দৰ কোলাহলৰ মাজত

সঙ্গীতৰ মধুৰ মূৰ্চ্ছনা, বোলাব পাৰে উকা কাগজৰ পিঠিত ছন্দিত কবিতাৰ শাৰী; সেই মানুহেই কেতিয়াবা কিয় ইমান নিষ্ঠুৰ হয় যে সামান্য মত-বিৰোধৰ বাবেই বন্ধুৰ বুকুৰ উমাল শোণিত শীতল কৰি দিয়ে একোটা সীহৰ গুলিৰে। ইয়াৰ বাবেই আমি উন্নতিৰ জখলাৰে ইমান দূৰ আগবাঢ়ি আহিছোনে? বন্দুকৰ প্ৰয়োজন এদিন আছিল যেতিয়া ক্ষমতা দখলৰ বাবে এদলে আনদলক আক্ৰমণ কৰিছিল, হিংস্ৰ বনৰীয়া জন্তুৱে মানুহক মাৰি খাবলৈ খেদি আহিছিল। আৰু সমাজত আইন-কানুনৰ ব্যবস্থা প্ৰতিষ্ঠিত হোৱা নাছিল। কিন্তু আজি একবিংশ শতিকাৰ সভ্য মানুহক বন্দুকৰ প্ৰয়োজন বাৰু কিহৰ বাবে? আত্মৰক্ষাৰ বাবে নে হত্যাৰ বাবে? ভাৰতীয় দণ্ডবিধি আইনে সকিয়াই দিছে "প্ৰমাণৰ অভাৱত যদি কোনো দোষী সাৰি যায় যাওক কিন্তু নিৰ্দ্দোষীজনে যাতে কেতিয়াও শাস্তি নাপায় তাৰ বাবে সতৰ্ক হ'ব লাগে।" তেনেহ'লে বিনা বিচাৰে বন্দুকৰ গুলিৰে হত্যা কৰিবলৈ আগবঢ়াসকলৰ সংজ্ঞা কি হ'ব? আত্মৰক্ষাৰ বাবে অস্ত্ৰ লৈ ফুৰা সকলকো বন্দুকে জানো নিৰাপত্তা দিব পাৰিছে? আনকি সদায় বন্দুকধাৰী দেহৰক্ষীৰ বেষ্টনীৰ মাজত থাকে যদিও দেশনেতাসকলো দেখোন সুৰক্ষিত হ'ব পৰা নাই। এজন বন্দুকধাৰীয়ে আন এজনক মুখামুখিকৈ আক্ৰমণ কৰিলে কোনজন মৰে ঠিকটো নায়েই বৰঞ্চ তেওঁলোকৰ গুলীত কোন নিৰপৰাধী লোকৰ মৃত্যু হ'ব তাৰ ঠিক নাই। গুপ্তভাৱে এজনে আন এজনক হত্যা কৰিলে আইনৰ হাতোৰা নাইবা প্ৰতিপক্ষৰ বুলেটে ক'ত খাপ পাতি থাকিব ঠিক নাই। কিন্তু এই সকলোবোৰ জনাৰ পিছতো বৰ্ত্তমান চাৰিওফালে চলিছে নিৰ্ব্বিচাৰ হত্যালীলা। সামান্য মতাদৰ্শৰ পাৰ্থক্য হ'লেই আজিকালি বন্ধুৰ বুকুত, সহকৰ্মীৰ বুকুত গুলি সোমায়। কোনো মতাদৰ্শৰ প্ৰতিবাদী কণ্ঠ ঠিয় হ'লেই তাক চিৰদিনৰ বাবে বন্ধ কৰি দিবলৈ আগবাঢ়ি আহে বন্দুক— "আমি যি কৈছো সিয়েই সত্য, ইয়াৰ কোনো প্ৰতিবাদ নচলিব। আমাৰ বিৰুদ্ধাচৰণ কৰাসকলক শেষ কৰি দিয়া হ'ব।"

আজিকালি ভাৰতৰ উত্তৰ পূৰ্ব্বাঞ্চলত মূৰ ডাঙি উঠা বন্দুক সৰ্ব্বস্ব উগ্ৰপন্থী সংগঠনসমূহৰ মতাদৰ্শ এনেকুৱা অপৈণত, অসহিষ্ণু আৰু স্বেচ্ছাচাৰী। সেইবাবে আজিৰ বিপ্লৱ কৰিবলৈ ওলাই অহাসকলে বিপ্লৱ আনিব নোৱাৰি হৈ পৰিছে সন্ত্ৰাসবাদী। বিপ্লৱ কেতিয়াও কোনো মুষ্টিমেয় দল বা সংগঠনৰ মাজত সীমাবদ্ধ হৈ নাথাকে। বিপ্লৱৰ আদৰ্শৰ প্ৰতি মানুহ স্বতঃস্ফুৰ্ত্তভাৱে আকৰ্ষিত হয় আৰু সেয়ে বিপ্লৱৰ ঢৌ মানুহে ক'ব নোৱাৰাকৈয়ে জনতাৰ মাজত বিয়পি

পৰে। আনহাতে বন্দুক-বাৰুদৰ ভয়ে বিপ্লৱ কৰিব খোজাসকলকো বাকৰুদ্ধ কৰি ইয়াক জনসাধাৰণৰ মাজলৈ যোবাৰ পথ বন্ধ কৰি দিয়ে। খণ্ডত বাচন-বৰ্ত্তন দলিয়াই ভাঙি বিক্ষোভ প্ৰদৰ্শন কৰা কৰ্ম্মবিমুখ ল'ৰা-ছোৱালীৰ বিদ্ৰোহৰ নিচিনাকৈ এনেকুৱা বিদ্ৰোহ পথভ্ৰষ্ট হৈ দলীয় কন্দলত পৰিণত হৈ শেষ হৈ যায়।

উত্তৰ-পূৰ্ব্বাঞ্চলৰ নাগালেণ্ডৰ দুই বিদ্ৰোহী গোষ্ঠী মুইভা-খাপলাং গোট, বড়োসকলৰ এন. ডি. এফ. বি., বি. এল. টি. আৰু অসমৰ বিদ্ৰোহীসকল আৰু বিদ্ৰোহ ত্যাগ কৰি অহাসকলৰ মাজত চলি থকা ভাতৃঘাটী সংঘৰ্ষ এনে বিভ্ৰান্তিৰ ফলশ্ৰুটি বুলিব পাৰি। উত্তৰ-পূৰ্ব্বাঞ্চলত একোখনহঁত স্বাধীন ৰাজ্য বিচাৰি প্ৰথমে সশস্ত্ৰ সংগ্ৰাম আৰম্ভ কৰিছিল নাগালেণ্ডত এ. জেদ. ফিজো আৰু মিজোৰামত লালডেঙ্গাই। কিন্তু তেওঁলোকৰ এজনো এই বিষয়ত সফলকাম হ'ব নোৱাৰিলে। ইয়াৰ পৰবৰ্ত্তী পৰ্য্যায়ত মনিপুৰৰ পি. এল. এ. আৰু নাগালেণ্ডৰ আইচাক মুইভা গোটে এনে সংগ্ৰামৰ সূচনা কৰে। ঐতিহাসিক অসম আন্দোলনৰ সময়লৈকে অসম শান্তিপূৰ্ণ হৈয়ে আছিল আৰু সেয়ে এই আন্দোলনে জনসাধাৰণৰ মাজত প্ৰৱেশ কৰি কিছু এক পৰিবৰ্ত্তন আনিবলৈকো সক্ষম হৈছিল। এই অহিংস আন্দোলনৰ ফলশ্ৰুতি হিচাবে আন্দোলনকাৰীসকেলই শাসনৰ বাঘজৰী ধৰি সমস্যা সমাধানৰ বাবে সুবিধা পাইছিল, যদিও নানাবোৰ বিক্ষিপ্ত কাৰণত তেওঁলোক এই উদ্দেশ্যত সফলকাম হ'ব নোৱাৰিলে। সমস্যা সমাধানৰ পথ আৰু কৌশল বিচাৰি নেপাই তেওঁলোকে উদ্দেশ্য আৰু প্ৰতিশ্ৰুতিৰ কথা পাহৰিয়ে পেলালে। ইয়াৰ পৰবৰ্ত্তী পৰ্যায়ত এচাম অত্যুৎসাহী যুৱকে অসমৰ সৰ্ব্বাঙ্গীণ উন্নতিৰ পথ হিচাবে সশস্ত্ৰ সংগ্ৰামৰ জৰিয়তে সাৰ্বভৌম অসম প্ৰতিষ্ঠা কৰাৰ সপোন দেখিলে আৰু সাধাৰণ মানুহখিনিকো সেই সপোন দেখিবলৈ আহ্বান জনালে। এই উদ্দেশ্যৰে তেওঁলোকে বিপুল পৰিমাণৰ অৰ্থ সংগ্ৰহ কৰি অস্ত্ৰ-শস্ত্ৰ কিনি, যুদ্ধৰ প্ৰশিক্ষণ লৈ আন্দোলনত নামি পৰিল। ইতিমধ্যে কৰ্মসংস্থানৰ অভাৱত দিকভ্ৰান্ত হৈ পৰা শিক্ষিত-অৰ্দ্ধশিক্ষিত বহুতো যুৱকে তেওঁলোকৰ আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ স্থিতাৱস্থাৰ পৰিবৰ্ত্তন বিচাৰিলে। প্ৰথমতে মুষ্টিমেয় কেইজনমান যুৱকৰ মাজত সৃষ্টি হোৱা এই চিন্তাধাৰা ক্ৰমাগতভাৱে সফল হ'বলৈ ধৰিলে। এইসকল দেশপ্ৰেমিকে কিন্তু স্বাধীন অসম সকলোৱে বিচাৰে নে নিবিচাৰে নাইবা আমাৰ উন্নতিৰ পথৰ হেঙাৰ অসম ভাৰত ৰাষ্ট্ৰৰ অঙ্গৰাজ্য হোৱাটো হয় নে নহয় এই প্ৰশ্নৰ বিশ্লেষণ

কৰি চোৱাৰ প্ৰয়োজন বোধেই নকৰিলে। তেওঁলোকৰ স্বাধীন ৰাষ্ট্ৰখন হ'লেও তাত শিক্ষা-দীক্ষা, বাণিজ্য, প্ৰতিৰক্ষা, বৈদেশিক নীতি আদি কেনেকৈ চলিব তাৰ কোনো স্পষ্টীকৰণ ডাঙি ধৰাৰ প্ৰয়োজনবোধ নকৰিলে নাইবা তেওঁলোক নিজেই এই ক্ষেত্ৰত স্পষ্ট ধাৰণা নোহোৱাকৈয়ে আগবাঢ়িল। সেইকাৰণেই মাজ বাটতে তেওঁলোকৰ আদৰ্শৰ প্ৰতি বীতশ্ৰদ্ধ হৈ এচামে সংগ্ৰাম ত্যাগ কৰি গুছি আহিল, আজিও কিছুমান আহি আছে, আন এচামে এৰিব নোৱাৰি আজিও সংগ্ৰাম চলাই গৈ আছে। কিন্তু যিসকল সাধাৰণ মানুহে এদিন তেওঁলোকৰ আদৰ্শক সমৰ্থনো কৰিছিল পৰৱৰ্ত্তী পৰ্যায়ৰ অস্ত্ৰ সৰ্বস্ব গতি গ্ৰহণ কৰাৰ বাবে বৰ্ত্তমান তেওঁলোকৰ প্ৰতি দেখাদেখিকৈ অনীহা প্ৰকাশ কৰিছে।

কিন্তু এই স্বাধীনতাকামী আন্দোলনৰ বীজে চুবুৰীয়া ৰাজ্য মেঘালয়, ত্ৰিপুৰা আদিকো প্ৰভাবান্বিত কৰি কেইবাটাও উগ্ৰপন্থী সংগঠনৰ জন্ম দিলে। সৰু-সুৰা জাতিভিত্তিক বা ধৰ্ম্মীয় আন বহুতো উগ্ৰপন্থী সংগঠনৰ সৃষ্টি হ'ল যিবোৰৰ অস্ত্ৰৰ জন্ জননিত ক্ৰমাগতভাৱে অগ্নিগৰ্ভা হৈ পৰিল অসম তথা সমগ্ৰ উত্তৰপূৰ্ব্বাঞ্চল। এনেকুৱা একুৰিৰো বেছি সংগঠন বৰ্ত্তমান উত্তৰ-পূৰ্ব্বাঞ্চলত আছে। যিবোৰ মাত্ৰ এটা কথাত মিল অৰ্থসংগ্ৰহ, অস্ত্ৰসংগ্ৰহ, আৰু হত্যা।

এই সশস্ত্ৰ সংগ্ৰামীসকলে যেতিয়াই হত্যা, সন্ত্ৰাস আৰু কুটাঘাতমূলক কাৰ্য্যৰে সমাজব্যৱস্থাত আৰু ৰাজ্যৰ শাসনব্যৱস্থাত বিঘিনি ঘটালে, ৰাষ্ট্ৰযন্ত্ৰও ইয়াক নিয়ন্ত্ৰণৰ বাবে কঠোৰ হ'বলগীয়া হ'ল। প্ৰচলিত আইন ব্যৱস্থাৰে আইনৰ প্ৰতি শ্ৰদ্ধাশীল সকলকহে শাসন কৰিব পৰা যায়। আইন নিজৰ হাতত তুলি লৈ মৃত্যুদণ্ড বিহাসকলৰ বাবে অধিক শক্তিশালী ব্যৱস্থাৰ প্ৰয়োজন হ'ল। আৰম্ভ হ'ল তথাকথিত ৰাষ্ট্ৰসন্ত্ৰাস, অপাৰেচন বজ্ৰং, অপাৰেচন ৰাইনো, ইউনিফাইড় কামাণ্ড ষ্ট্ৰাক্‌চাৰ ইত্যাদি। সন্ত্ৰাসবাদীয়ে সুবিধা বুজি আক্ৰমণ কৰিবলৈ ধৰিলে— পুলিচ-মিলিটেৰীৰ গাড়ী, ভাত খাই থকা পুলিচ বিষয়া, পূজা কৰিবলৈ যোৱা মিলিটেৰী বিষয়া আদি উগ্ৰপন্থীৰ চিকাৰ হ'বলৈ ধৰিলে। পুলিচ থানা আক্ৰমণ কৰি গুলিয়াই মাৰিলে পুলিচ কৰ্মচাৰী, কাঢ়ি নিলে অস্ত্ৰ-শস্ত্ৰ। অৱশেষত দেৱালীৰ ফুলজাৰী জ্বলাই থকা আবাল বৃদ্ধ বনিতা, বজাৰ কৰি ঘূৰি অহা নিৰীহ মানুহৰ ওপৰত স্বয়ংক্ৰিয় অস্ত্ৰৰ গুলী বৰ্ষণেৰে সভ্য সমাজৰ সকলো মূল্যবোধ নিঃশেষ কৰি দিলে। গুপ্তঘাটক বাহিনীৰ সৃষ্টি হৈ ঘটিবলৈ ধৰিলে বিক্ষিপ্ত হত্যাকাণ্ড, বিদ্ৰোহী নেতাৰ পিতৃ-মাতৃৰ ওপৰত নৃশংস আক্ৰমণ। বিপ্লৱৰ আদৰ্শ আঙুলিৰ ফাঁকেৰে সৰকি গ'ল। হিংসা, প্ৰতিহিংসা, আত্মৰক্ষাৰ

সংগ্রামত আমাৰ সেউজভূমি বধ্যভূমিলৈ ৰূপান্তৰিত হ'ল। উন্নতিৰ জখলাৰে বগাব নেজানি আমি দিনে দিনে নামি আহিব ধৰিলো ধ্বংসৰ সৰ্পিল চিৰিয়েদি। আমি ক'ব নোৱাৰাকৈয়ে সোমাই পৰিলো এক পশ্চাদমুখী বিবৰ্ত্তনৰ চক্ৰবেহুত, য'ত আমাৰ উন্নতিৰ সমস্ত প্ৰক্ৰিয়াই স্থবিৰ হৈ পৰিল। এই চক্ৰবেহুৰ মাজত আটাইতকৈ ক্ষতিগ্ৰস্ত আৰু বিব্ৰত হৈ পৰিছে সাধাৰণ মানুহখিনি। আটাইতকৈ নিঃকিন নাগৰিক এজনৰো জীয়াই থাকিবৰ বাবে অন্ততঃ এটা বিশ্বাস আছিল। "মই যিহেতু কাকো অন্যায় কৰা নাই মোকো কোনেও অন্যায় নকৰে, অন্ততঃ মোক হত্যা কৰিবলৈ কোনো আগনাবাঢ়ে"। কিন্তু বৰ্ত্তমান সময়ত মানুহৰ যেন এই নুন্যতম আত্মবিশ্বাসখিনিও হেৰাই গৈছে। সাধাৰণ নাগৰিকৰ ঘৰত উগ্ৰপন্থীয়ে যদি আশ্ৰয় বিচাৰি আহে, তেওঁলোকক আশ্ৰয় নিদিলে উগ্ৰপন্থীয়ে গুলীয়াই মৰাৰ ভয়। কোন শত্ৰু, কোন মিত্ৰ, কোন দেশদ্ৰোহী, কোন দেশপ্ৰেমী চিন-চাব নোহোৱা এক পৰিস্থিতিৰ মাজত তেওঁলোক যেন পেঁপুৱা লাগিছে। এই পৰিস্থিতিত আকৌ মুনাফা আদায় কৰাৰ চেষ্টা কৰিছে কোনো শত্ৰুৰাষ্ট্ৰই নাইবা ৰাজনৈতিক দলে, যি এনেকুৱা অৱস্থা বৰ্ত্তি থাকিলেই লাভবান হয়।

কেনেকৈ অৱসান ঘটিব এই স্বাসৰুদ্ধ পৰিস্থিতিৰ? যদি অৰ্থনৈতিক উন্নতি আমাৰ কাম্য আছিল, তেন্তে তাৰবাবে এই বন্দুকবোৰৰ প্ৰয়োজন আছিলনে? ভাৰতীয় ৰাষ্ট্ৰৰ অঙ্গৰাজ্য হিচাবে থাকি আমি জানো পৰাধীনতাৰ বেদনা অনুভৱ কৰিছো যে সাৰ্ব্বভৌম ৰাষ্ট্ৰ নহ'লে আমাৰ উন্নতি অসম্ভৱ, নে আমি উন্নতিৰ প্ৰতিযোগীতাত জিকিব নোৱাৰি এই পথ বাচি লৈ পশ্চাদ অনুসৰণহে কৰিছো। সকলো চিন্তাশীল ব্যক্তিয়েই বৰ্ত্তমান অনুভৱ কৰিবলৈ লৈছে এই বৰ্দ্ধিত সন্ত্ৰাসবাদৰ মূল কাৰণ উৎকৎ নিবনুৱা সমস্যা আৰু অৰ্থনৈতিক অনগ্ৰসৰতা। কিয়নো শিল্প-বাণিজ্যত ভাৰতবৰ্ষৰ যিকেইখন ৰাজ্য আগবঢ়া তাত সন্ত্ৰাসবাদৰ সমস্যা নাই, সমস্যা বাঢ়িছে অনগ্ৰসৰ ৰাজ্যবোৰত। সেয়ে যদি হয়, ৰাষ্ট্ৰৰ নীতিও বুলেটৰ বিপৰীতে বুলেট নহৈ উন্নয়ন আৰু কৰ্ম-সংস্থাপনৰ ব্যৱস্থা কৰাটোহে উচিত আছিল। কিন্তু লাখ লাখ শিক্ষিত নিবনুৱাৰ বাবে কোনো চৰকাৰে নিযোগ ব্যৱস্থা কৰিব নোৱাৰে। চৰকাৰী খণ্ডৰ উদ্যোগসমূহ নানা তৰহৰ দুৰ্নীতিৰ গৰাহত ইতিমধ্যে মৃত্যুৰ মুখত পৰিছে নাইবা মৃত্যুৰ ক্ষণ গণিছে। তেনেহ'লে নিয়োগৰ সম্ভাৱনা সৃষ্টি কৰিব পাৰে একমাত্ৰ ব্যক্তিগত খণ্ডৰ উৎপাদনমুখী উদ্যোগে। কিন্তু স্থানীয় ব্যক্তিৰ হাতত প্ৰচুৰ ধন নোহোৱাৰ বাবে এনে উদ্যোগ আমাৰ অঞ্চলত গঢ়ি উঠা নাই। বাহিৰৰ উদ্যোগপতিসকলক

আমি শোষক আখ্যা দিওঁহক। তেওঁলোকৰ লাভৰ অংশ বন্দুক দেখুৱাই চানকাঢ়ি আনে আমাৰ তথাকথিত দেশপ্ৰেমিক যুৱকে, যি কাৰণে আমাৰ ইয়াত উদ্যোগ স্থাপন কৰিবলৈ বাহিৰৰ উদ্যোগপতিসকল আগবাঢ়ি নাহে। বিগত দুটা দশকত ব্যক্তিগত খণ্ডত আগেয়ে গঢ়ি উঠা বহুতো উদ্যোগ ইতিমধ্যে বন্ধ হৈ গৈ নিবনুৱা সমস্যা আৰু জটিল কৰিহে তুলিলে। ব্যক্তিগত খণ্ডৰ উদ্যোগ গঢ়ি উঠাৰ বাবে আন এটা অতি প্ৰয়োজনীয় উপাদান হৈছে নিষ্ঠাবান কৰ্ম্মীৰ। এনে প্ৰতিষ্ঠানত অপটু আৰু এলেহুৱা কৰ্ম্মীৰ স্থান নাই। কঠোৰ পৰিশ্ৰমৰ বিনিময়ত যিখিনি উপাৰ্জ্জন হয় তাতেই কৰ্ম্মীসকল সন্তুষ্ট থাকি উৎপাদন বঢ়ালেহে এনে উদ্যোগে গা কৰি উঠে আৰু উদ্যোগত লাভ হ'লেহে অধিক কৰ্ম্মীৰ নিয়োগ সম্ভাৱনা মুকলি হয়। কিন্তু আমাৰ ইয়াত সৰহভাগ কৰ্ম্মীয়েই সামান্য পৰিশ্ৰম কৰি বা পৰিশ্ৰম নকৰাকৈয়ে অধিক আয় আশা কৰে আৰু তাকে নাপালে নানা ধৰণৰ দুৰ্নীতিৰ আশ্ৰয় লয়। ইয়াৰ ফলস্বৰূপে উদ্যোগসমূহ লোকচানৰ গৰাহত পৰি এদিন নোহোৱা হৈ যায়। উদ্যোগীকৰণৰ এই বাস্তৱ সত্যবোৰ স্বীকাৰ কৰি নল'লে কেৱল আনক শোষক, নিষ্পেষক আখ্যা দি সোণৰ 'অসম গঢ়িবলৈ বন্দুক জোকাৰি ফুৰিলে আমাৰ অৱস্থা দিনক দিনে বেয়া হৈহে যাব। খ্যাতনামা অৰ্থনীতিবিদ জয়ন্তমাধৱ দেৱে অসমৰ যে জনমূৰি আয় নিম্নগামী হৈ গৈ আছে সেই বিষয়ে বাৰে বাৰে সোঁৱৰাই দিছে আৰু ইয়াক ৰোধ কৰিব নোৱাৰিলে আমি এদিন অৰ্থনৈতিকভাৱে নিঃশেষ হৈ যাম।

বন্দুক সংস্কৃতিৰ পৃষ্ঠপোষকসকলৰ কিন্তু বৰ্ত্তমান এইবোৰ কথালৈ সমুলি মন-কাণ নাই। তেওঁলোকে ডকা দি সংগ্ৰহ কৰা টকাৰে বৰ্ত্তমানেও কিনিব লাগিছে নতুন নতুন মাৰণাস্ত্ৰ। সকলো দেখিও দিকহাৰা যুৱকসকলে আজিও সন্ত্ৰাসবাদী চিন্তাধাৰা পৰিত্যাগ কৰা নাই বা ইয়াক গ্ৰহণ কৰিবলৈ এৰা নাই। ইয়াৰে আলম লৈ বহুজন কৰ্ম্মবিমুখ বিলাসী যুৱকে একোটাইত অস্ত্ৰ কিনি লৈ ধন দাবী কৰি বিলাসী জীৱন যাপন কৰাটো জীৱিকাৰ পথ হিচাবে গ্ৰহণ কৰিছে। কেতিয়াবা নিজে মৰিছে। কেতিয়াবা আনক মাৰিছে। শত্ৰুৰাষ্ট্ৰৰ চোৰাংচোৱা সন্থাই এনেকুৱা পথভ্ৰষ্ট যুৱকক হাত কৰি লৈ তেওঁলোকৰ হাতত অস্ত্ৰ তুলি দি সন্ত্ৰাসবাদত অৰিহণা যোগাইছে। এনেকুৱা যুৱকে সামান্য প্ৰৰোচনাতে হত্যা কৰিবলৈ বা চৰকাৰী সা-সম্পত্তি ধ্বংস কৰিবলৈ কুণ্ঠাবোধ নকৰে। নিত্য-নৈমিত্যিক ঘটনাৰ দৰে ঘটা অবাঞ্চিত মৃত্যুবোৰে আমাৰ মানবীয় মূল্যবোধ এনেদৰে নিঃশেষ কৰি পেলাইছে যে হত্যাৰ খবৰে কাকো সচকিত

নকৰে যদিহে মৃত্যু হোৱা ব্যক্তিজন কাৰো পৰিয়ালৰ বা ঘনিষ্ঠ ব্যক্তি নহয়। আইনৰক্ষকসকলেও আজিকালি অপৰাধ অনুসন্ধান কৰিবলৈ বাদ দিয়াৰ দৰেই হৈছেগৈ। তেওঁলোক অধিক ব্যস্ত নিৰাপত্তা প্ৰদানত নাইবা কেনেকৈ অধিক মৃত্যু ৰোধ কৰিব পাৰি সেই চিন্তাত। এনে পৰিস্থিতিত মানুহৰ আইন-আদালতৰ প্ৰতি ভয় বা সন্মান একেবাৰে কমি আহিছে। আজিৰ সন্ত্ৰাসবাদীয়ে পুলিচ থানা আক্ৰমণ কৰি পুলিচ কৰ্ম্মী হত্যা কৰি তেওঁলোকৰ পৰা অস্ত্ৰ কাঢ়ি আনি বীৰত্ব দেখুৱায়। প্ৰশাসনৰ প্ৰতিভূ এই পুলিচ থানাকেইখন আক্ৰমণ কৰাটো কিন্তু সমাজৰ প্ৰতি অতি বিপদজ্জনক। যিমানেই অদক্ষ বা দুৰ্নীতিপৰায়ণ নহওক কিয় সকলো বিপদৰ সময়ত কিন্তু এই থানাকেইখনেই চৰকাৰী আইন-কানুনৰ প্ৰতিভূ। তেওঁলোকক অৱমাননা কৰা মানে সমস্ত আইন-কানুনক উলংঘা কৰা হয়। কিন্তু কোনোৱে মন নকৰে যে এনে আইন উলঙ্ঘন সমাজব্যৱস্থাৰ প্ৰতি প্ৰচণ্ড ভাবুকি স্বৰূপ। এনেদৰে সামাজিক মূল্যবোধ যদি আমি হেৰাই যাবলৈ দিওঁ, এদিন আমি মানুহ হিচাবে জীয়াই থকাৰ সকলো অধিকাৰ হেৰুৱাই পেলামগৈ।

সত্তৰৰ দশকত নক্সালপন্থী আন্দোলনৰ সময়ত কলিকতা মহানগৰীত এনে এক অৰাজক পৰিস্থিতিৰ সৃষ্টি হৈছিল। বাটে-পথে চুৰিকাঘাট, পুলিচৰ গালৈ হাতবোমা দলিওৱা, পুলিচৰ গুলীত যুৱকৰ মৃত্যু, ট্ৰামে-বাছে অগ্নিসংযোগ, লুণ্ঠন আদিৰ ঘটনাত সদাব্যস্ত কলিকতা চহৰৰ জনজীৱন যেন স্তব্ধ হৈ পৰিছিল। এনে আন্দোলনৰ ফলশ্ৰুতিত বহুতো সম্ভাৱনাপূৰ্ণ জীৱনৰ অৱসান ঘটিল যাৰ পিছত এদিন সকালোৱে বুজি পালে হিংস্ৰতাৰ অসাৰতাৰ কথা। জনতাই চাৰিওফালে প্ৰচাৰপত্ৰিকা লগালে "বেচে থাক, বাচতে দিন, হিংস্ৰতাৰ কোনো মানে নেই"। অৰ্থাৎ নিজেও জীয়াই থাকা আৰু আনকো জীয়াই থাকিবলৈ দিয়া। হিংসাভাৱ বৰ্জন কৰা। জনসাধাৰণৰ এই স্বতঃস্ফুৰ্ত নিনাদে কলিকতাৰ হিংস্ৰতা উপশমত প্ৰভূত বৰঙণি যোগালে। সুখৰ বিষয় আমাৰ ইয়াতো বৰ্ত্তমান মানুহে হিংসাৰ অসাৰতা অনুভৱ কৰি শান্তি বিচাৰি ৰাজপথলৈ ওলাই আহিছে। সন্ত্ৰাসবাদীসকল ক্ৰমাগতভাৱে এঘৰীয়া হৈ পৰিছে। শোষিত-নিষ্পেষিত জনতাৰ ত্ৰাণকৰ্ত্তা হিচাবে এদিন বন্দুক হাতত তুলি লোৱাসকলে যে জনসাধাৰণৰ দুখ মোচন কৰাৰ পৰিবৰ্ত্তে তেওঁলোকক অধিক নিষ্পেষিত কৰিলে সেই কথা বুজি উঠিছে। সন্ত্ৰাসবাদৰ প্ৰভাৱত যোৱা দুটা দশকত বহুতো অমূল্য জীৱন অবাবতে নাশ হল। সেয়েহে ইমানতে আমি অস্ত্ৰবোৰ সম্বৰণ

কৰোহঁক। বন্ধ হওক সকলো হত্যা-হিংসা। হিংসাৰ বিৰুদ্ধে সকলোৱে মাৰবান্ধি থিয় হৈ আকৌ গাওঁ মানৱতাৰ জয়গান। ভৱিষ্যতৰ প্ৰজন্মক আমি দীক্ষিত কৰোঁ শান্তি আৰু কৰ্ম্মদক্ষতাৰ মন্ত্ৰেৰে। বিজ্ঞানৰ অৱদানসমূহ কামত লগাই আমিও প্ৰতিযোগীতা চলাও উন্নতিৰ, ধ্বংসৰ নহয়। এমুঠি পথভ্ৰষ্ট লোকৰ অস্ত্ৰৰ জন্‌জননিত আমি হেৰাই যাবলৈ নিদিও সঙ্গীতৰ মধুৰ মূৰ্চ্ছনা। এজন দেশনেতাই আজি পাঁচ বছৰৰ আগেয়ে দিয়া "চৰাইৰ মাতত ৰাতিপুওৱা"ৰ প্ৰতিশ্ৰুতি হয়তো নৰ'ল বন্দুকৰ কোলাহলত পুৱতী নিশাৰ চৰাইকেইজনী উৰি যোৱাৰ বাবে। কিন্তু জনসাধাৰণৰ ঐক্যবদ্ধ প্ৰচেষ্টাই পুনৰ আমন্ত্ৰিত কৰিব পাৰে পুৱতি নিশাৰ পক্ষীৰ সুমধুৰ কাকলি। সেয়ে হওক আমাৰ নতুন সহস্ৰাব্দৰ প্ৰতীক্ষা আৰু প্ৰতিশ্ৰুতি। ○

---

*ড° কনক চন্দ্ৰ বৰুৱা ছিলং মুকুল সংঘৰ উপদেষ্টা, এগৰাকী আগশাৰীৰ প্ৰবন্ধকাৰ ও কবি। মেঘালয়ৰ ফৰেণচিক গৱেষণাগাৰৰ সঞ্চালক।*

# নতুন সহস্ৰাব্দৰ দুৱাৰদলিত নাৰী

ৰীনু হাজৰিকা

বিশ্বলৈ নতুন সহস্ৰাব্দই নতুন উদ্দীপনা আনিছে। বহু সম্ভাৱনা, বহু প্ৰতিশ্ৰুতিৰে পৃথিৱীৰ বুকুত পদক্ষেপ দিয়া সহস্ৰাব্দক বিশ্বৰ মানৱ সমাজে উচ্ছাসেৰে স্বাগতম জনাইছে। মানৱ সভ্যতা উচ্চতৰ পৰা উচ্চতলৈ উত্তৰণ ঘটাৰ অভিলেখেৰে হয়তো এই শতিকা উৰুলীকৃত হৈ পৰিব। শতিকাৰ বুকুৰ পৰা কি ল'ব বা কি দি থৈ যাব সেইয়া সময়ৰ বুকুত খোদিত হ'ব। বিশ্বৰ নাৰী সমাজেও প্ৰত্যাশাৰে বাট চাইছে ইয়াৰ বক্ষত থকা আচ্ছাদিত দিগন্তৰ সূৰ্যৰ ৰক্তিম আভাৰে যেন নাৰীমুক্তি, নাৰী প্ৰগতিৰ পথ অধিক মসৃণ আৰু প্ৰশস্ত হয়।

এই নতুন সহস্ৰাব্দৰ দুৱাৰদলিত থিয় হৈ পিছলৈ উভতি চালে দেখা যায় যে, পাৰ হৈ অহা শতিকাৰ বহু কেইটা শতক নাৰী জাতিয়ে অবিৰামভাৱে নাৰী মুক্তি, নাৰী স্বাধীনতাৰ বাবে সংগ্ৰাম কৰি আহিছে। নাৰী সচেতনতাই নতুন পদক্ষেপ লৈ বিশ্বত জোকাৰণি তুলিছে। আৰু এনেকৈয়ে ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক, বৈজ্ঞানিক সকলো দিশত পুৰুষৰ লগত সমানে, সমানে আগবাঢ়ি গৈ প্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থ হ'ল। মানৱ সভ্যতাৰ চালিকা শক্তি হিচাবে অৰিহণা যোগালে। ব্ৰহ্মদেশৰ বিশ্বশান্তি বিজয়ী আং-চাং-চুৰী, মেডাম ক্যুৰী, মাদাৰ টেৰেছা আদি কৰি কেইবাগৰাকী বিদুষী মহিলাই শতিকাৰ বুকুত খোজ ৰাখি থৈ গৈছে।

আমাৰ দেশত যি সময়ত সমাজৰ ৰক্ষণশীল কট্‌কটীয়া ৰীতি-নীতিৰ মাজত নাৰীয়ে দুৰ্বিসহ জীৱন-যাপন কৰিবলগীয়া হৈছিল, দেশে স্বাধীনতা লাভ কৰাৰ পিছতে ভাৰতীয় সংবিধান অনুযায়ী নাৰীয়ে সকলো দিশতে সম অধিকাৰ পবলৈ সক্ষম হ'ল। নাৰী সমাজে সংবিধানৰ অধিকাৰ পালে। ভাৰতীয় দণ্ডবিধি আইন, ফৌজদাৰী আইনৰ অধীনত স্বামীৰ দ্বাৰা পৰিত্যক্তা নাৰীৰ ভৰণ-পোষণৰ ব্যৱস্থা, স্বামীৰ বহু বিবাহ নিষিদ্ধ, পণ প্ৰথা বন্ধ আদিৰে নাৰী সুৰক্ষিত হ'ল। নাৰীধৰ্ষণকাৰীক কঠোৰ শাস্তি প্ৰদান, ব্যভিচাৰীৰ শাস্তি আদি ভাৰতীয় দণ্ডবিধি আইনৰ দ্বাৰা দোষী পুৰুষক শাস্তি বিহাৰ অনুৰূপ ব্যৱস্থা

কৰা হ'ল। পুৰুষৰ দৰে নাৰীয়েও ব্যক্তি স্বাধীনতা নাৰীৰ অধিকাৰ, অৰ্থনৈতিক দিশতো সম অধিকাৰ লাভ কৰিলে। যৌন শোষণ বা নিপীড়ণৰ পৰা নিজক সুৰক্ষা দিয়াৰ সাংবিধানিক অধিকাৰ মহিলা এগৰাকীয়ে পালে। আৰু ইতিমধ্যে নাৰী শক্তিয়ে কটকটীয়াভাৱে আগবাঢ়ি আহি নাৰীমুক্তি. নাৰী স্বাধীনতাৰ বাবে আন্দোলন কৰিলে। হেজাৰ বাধা-বিপত্তি নেওচি প্ৰগতিৰ ধ্বজা উৰুৱাবলৈ সক্ষম হ'ল।

আজিৰ পুঁজিবাদী সমাজত নাৰীয়ে যদিও সকলো দিশতে অগ্ৰগতি লাভ কৰি সমাজত গুৰুত্বপূৰ্ণ ভূমিকা ল'বলৈ সমৰ্থ হৈছে, কিছু বিসংগতিপূৰ্ণ দিশত সমাজৰ পৰা নাৰীয়ে প্ৰচুৰ সন্মান প্ৰদৰ্শনেৰে পৰিচালিত হোৱা নাই বুলি ভবাৰ বহুলাংশে থল আছে। সভ্যতাৰ দিশত দেশ যিমানেই আগবাঢ়ি গৈছে আধুনিক মননশীলতাৰে পুষ্ট সমাজখনত নাৰীজনিত বৰ্ব্বৰ ঘটনাই ব্যাপক হাৰত বাতৰিৰ শিৰোনামা দখল কৰিছে। পাশবিক ক্ষুধাৰে যেন মানুহ উভতি গৈছে আদিম বৰ্ব্বৰ যুগলৈ সভ্যতাৰ মুখা পিন্ধি স্বাৰ্থপৰতা আৰু বৰ্ব্বৰতাৰে কলঙ্কিত কৰিছে মানৱ ইতিহাস। আমাৰ শিক্ষা, সংস্কৃতিৰ মূল্য ক'ত? সভ্যতাৰ বুনিয়াদ মানবীয়তা নে বৰ্ব্বৰতা। মানৱ সভ্যতাৰ উত্তৰণ ঘটিছে নে আদিম যুগৰ দৰে স্থবিৰ হৈ আছে। এইয়া একবিংশ শতাব্দিৰ দুৱাৰদলিত থিয় হৈ থমকি ৰ'বলগা হৈছে হেজাৰ প্ৰশ্নৰ উত্তৰ বিচাৰি। কিয় আজিৰ নাৰীয়ে ইণ্টাৰনেট, ইলেক্ট্ৰনিক্ যুগত প্ৰাচীন কালৰ সীতা, দ্ৰৌপদীৰ দৰে নিৰাপত্তাহীন বুলি ভাবি সঙ্কুচিত হৈ পৰিবলগা হৈছে। আমি কোনফালে গৈ আছো, ইয়াৰ পৰিণতি কি, এনেবোৰ কথা বিচাৰ নকৰি, সময়ৰ ৰঙকে আকোৱালি লৈ নিৰ্ব্বিকাৰ হৈ বহি থাকিলে সমস্যাবোৰ সমাধান নহয়।

এইখন ভাৰতবৰ্ষত আজিও সতীদাহ প্ৰথাৰ দৰে জঘন্য ঘটনা ঘটি আছে। আজিও আমাৰ দেশত কন্যা সন্তান অনভিপ্ৰেত। বহু ঠাইত কন্যা সন্তান জন্মাৰ লগে লগে মাৰি পেলোৱা হয়। এই শিশু কন্যা হত্যাৰ হাৰ মধ্য ভাৰতত গড় অনুপাতে বেছি। ৰাজস্থান, গুজৰাট আদি এই ক্ষেত্ৰত শীৰ্ষত। শিশু কন্যাক শিক্ষা-দীক্ষাৰ পৰা বঞ্চিত কৰি ঘৰুৱা কাম-কাজত নিযুক্ত কৰি কায়িক অৰ্হতাৰ বাবেহে তৎপৰ হয়।

আজিও যৌতুকৰ বাবে বোৱাৰী হত্যা হয়। সেইগৰাকী নাৰীয়ে হয়তো এজন পুৰুষৰ সৈতে জীৱনক ভগাই লোৱাৰ স্বপ্নেৰে সংসাৰ কৰিবলৈ আহিছিল। ননদ, স্বামী, শাহুৰ অত্যাচাৰত আত্মহত্যা পৰ্য্যন্ত কৰিবলৈ বাধ্য হয়।

আজিৰ বিশ্বায়নৰ তথা মুক্ত অৰ্থনীতিৰ সময়ত নাৰীৰ অৱস্থান কোন দিশত সেইয়া চিন্তাৰ বিষয় হৈ পৰিছে। আধুনিকতাৰ নামত এতিয়াও এচাম পুৰুষে নাৰীক পণ্য বা বিজ্ঞাপনৰ সহজলভ্য সামগ্ৰী বুলি গণ্য কৰে। কোনো কোনোৱে আকৌ নাৰীক পুৰুষৰ লালসা চৰিতাৰ্থ কৰা সন্তান উৎপাদনৰ যন্ত্ৰ বুলি গছকি পেলাব খোজে। সমাজত নাৰীক এনে বিকৃত ৰূপত ডাঙি ধৰা ই প্ৰগতিৰ প্ৰতীক নহয়—সমাজ ভাঙনৰহে পৰিচায়ক।

নাৰীৰ প্ৰতি এই মনোভাৱ, অবিচাৰ বা নাৰীজনিত ঘটনা অকল আমাৰ দেশতে নহয়, পৃথিৱীৰ প্ৰায় সকলো ঠাইতে, সকলো দেশতে এনেবোৰ ঘটনা সংঘটিত হৈ আছে।

ভাৰত, বাংলাদেশ, পাকিস্তান, শ্ৰীলঙ্কা আদি এচীয় মহাদেশকেইখনত যদিও দেশৰ মুৰব্বীৰ স্থান ভালেকেইগৰাকীমান মহিলাই দখল কৰিবলৈ সক্ষম হৈছে তথাপি নাৰী সমস্যাবোৰ সেই একেদৰেই ৰৈ গৈছে। বিশেষ কোনো উন্নতি হোৱা নাই। বিশ্বৰ অন্যতম গণতান্ত্ৰিক দেশ আমেৰিকা যুক্তৰাষ্ট্ৰত আজিলৈকে মহিলা ৰাষ্ট্ৰপতি এগৰাকী হোৱা নাই। সেই বুলি তাত নাৰীৰ অৱস্থা আমাতকৈ বেয়া বুলি ক'ব নোৱাৰি। আজি প্ৰায় দুবছৰ ধৰি ভাৰতবৰ্ষৰ সংসদত নাৰীৰ বাবে আসন সংৰক্ষণৰ বিধেয়কখন গৃহীত নোহোৱাকে পৰি আছে, বিতৰ্ক হৈছে। কিন্তু মহিলাৰ বাবে তিনিভাগৰ এভাগ আসন সংৰক্ষণ কিমান দূৰ সম্ভৱ তাকে লৈ পুৰুষ প্ৰধান সমাজখনত নমনীয়তাৰ অভাৱ পৰিলক্ষিত হৈছে। আসন সংৰক্ষণেই নাৰী মুক্তিৰ প্ৰধান উপায় নহ'ব পাৰে কিন্তু নাৰী সম্পৰ্কে থকা পুৰুষৰ মনোবৃত্তি এই বিলম্বৰ দ্বাৰাই প্ৰকাশ পাইছে। অৱশ্যে এগৰাকী বা দুগৰাকী নাৰীক উচ্চ পদত বহুৱালেই নাৰীৰ অৱস্থা উন্নত নুবুজায়।

এনেবোৰ বিতৰ্কক সুকীয়াকৈ থৈ ক'ব পাৰি যে এই ভাৰতবৰ্ষতেই হিন্দু দৰ্শনত নাৰীক শক্তিৰ উপাসক হিচাবে বিবেচিত কৰা হৈছিল। আৰ্য্য সমাজত গাৰ্গী, মৈত্ৰেয়ী, খনা, লোপামুদ্ৰা আদি বিদুষী মহিলাই তেওঁলোকৰ প্ৰতিভা বিকাশ কৰি ব্যুৎপত্তি লাভ কৰিবলৈ সক্ষম হৈছিল। এই ক্ষেত্ৰত এওঁলোকে সেই প্ৰাচীন কালতে সমাজে পূৰ্ণ সহায়-সহযোগিতা আগবঢ়াইছিল আৰু তেওঁলোকৰ অৱদানেৰে আৰ্য্য সভ্যতাৰ উত্তৰণৰ ক্ষেত্ৰত মহিমামণ্ডিত কৰি থৈ গৈছিল। মনুসংহিতাইয়ো নাৰীৰ স্থান স্বীকাৰ কৰি লিখি থৈ গৈছিল— "যি স্থানত নাৰী পূজিতা হয়, তাত দেৱতাই আনন্দ লাভ কৰি থাকে—য'ত নাৰীৰ সন্মান নাই, সেই দেশত সমস্ত ক্ৰিয়া-কাণ্ড বিফল। যি বংশত নাৰীয়ে শোক

কৰি থাকে, সেই বংশ বা কুল অতি শীঘ্রেই বিনষ্ট হয় আৰু যি কুলত নাৰীৰ দুখ-শোক নাই সেই কুলৰ শ্রীবৃদ্ধি হয়।"

অতীততো ৰাজনৈতিক ক্ষেত্রত ঝান্সীৰাণী লক্ষ্মীবাঈ, মুলাগাভৰু, সতী জয়মতী, কুঁৱৰী ৰেজিয়া চুলতানাৰ পৰা ইন্দিৰা গান্ধীলৈকে কেইবাগৰাকী মহিয়সী নাৰীয়ে তেওঁলোকৰ দক্ষতা, সাহস, বুদ্ধিমত্তাৰ পৰিচয় দি ইতিহাস ৰচি থৈ গৈছে।

আমাৰ মেঘালয় ৰাজ্যতো নাৰীৰ স্থান অতিকৈ মৰ্য্যদাপূৰ্ণ আৰু উচ্চ। খাছী সমাজখন হৈছে মাতৃ প্রধান সমাজ। তেওঁলোকৰ সামাজিক ৰীতি অনুসৰি মাতৃৰ পৰিচয়েই সন্তানৰ পৰিচয়। সন্তানে মাতৃৰ উপাধিহে গ্রহণ কৰিব লাগে। ছোৱালীবোৰ স্থায়ী অধিবাসী হৈ ঘৰখনত ৰৈ যায়, ল'ৰাবোৰেহে সংসাৰ কৰিবলৈ আন পৰিয়ালৈ গুছি যাব লাগে। গতিকে আজিৰ এই নাৰী বৈষম্যতাৰ মাজত মেঘালয়ে দ্বীপ হিচাবে বৰ্ত্তি আছে। মাতৃতান্ত্রিক সমাজ ব্যৱস্থাৰ বাবে পুৰুষৰ সাৰ্বভৌমিক স্বাৰ্থপৰ উৎপীড়ণৰ নাৰী বলি হোৱা নাই বা তেওঁলোকে কোনো ধৰণৰ হীনমন্যতাত ভুগিবলগীয়া হোৱা নাই। গতিকে এক বহল পৰিসৰত ইয়াত নাৰী স্বাধীনতাই পূৰ্ণতা লাভ কৰিছে বুলি ক'লেও একো বঢ়াই কোৱা নহয়। পুৰুষ প্রধান সমাজত নাৰী নিৰ্য্যাতিত হোৱাৰ দৰে পুৰুষ নিৰ্য্যাতিত নহয়। আদিম সাম্যবাদী সমাজৰ এই উজ্জ্বল ধাৰাটোৱে আমাৰ নাৰীক অবদমিত কৰি ৰখা সমাজখনক যেন ইতিকিং কৰি আছে। আদিবাসী সমাজত নাৰীক তেওঁলোকে পুৰুষৰ দৰেই সম চকুৰে চায়। শিশুকন্যা হত্যা নহয়। উত্তৰপূৰ্ব্বাঞ্চলৰ ৰাজ্যসমূহত জনজাতীয় লোকৰ আধিপত্য থকাৰ বাবে আমাৰ ইয়াত ঘৃণনীয় শিশুকন্যা হত্যাৰ সংস্কৃতি নাই, বা যৌতুক প্রথা নাই যদিও ৰাজনীতিৰ মেৰপাকত বা অন্য কাৰণত নাৰীহত্যা আজি আমাৰ দৈনন্দিন ঘটনাত পৰিণত হৈছে।

বিশ্বসুন্দৰী প্রতিযোগিতাত প্রিয়ংকা চোপ্রা, যুক্তামুখী, ঐশ্বৰীয়া ৰায়, সুস্মিতা সেন আদি কেইবাগৰাকী যুৱতীয়ে ভাৰতলৈ গৌৰৱ কঢ়িয়াই আনিব পাৰিছে। এইয়া নিশ্চয় গৌৰৱৰ বিষয়। তথাপি বিশ্বসুন্দৰী প্রতিযোগিতাই নাৰীৰ প্রগতি সূচায় জানো?

আজিকালি নাৰীমুক্তিৰ কথা কোৱাটো সহজসাধ্য হৈ পৰিছে। কিছুমান নাৰীমুক্তিৰ ধ্বনিৰেই বিষয়বস্তুৰ অন্ত পেলাই থৈ দিয়ে। নাৰীমুক্তিৰ শ্লোগন দি

কোনো কোনোৱে আকৌ নিজস্ব অভিলাষ পূৰণ কৰি আহিছে। কাহানিবাই এৰিষ্টটলে কৈছিল যে— Women are said to be interior man. সেই ধাৰণা বহুলাংশে আজিও সমাজত চলি থকাতো দুৰ্ভ্যগ্যজনক। কেতবোৰ পক্ষপাতমূলক ধাৰণা আমাৰ সমাজত আজিও চলি আছে। আমাৰ বংশগত পৰম্পৰাৰ ক্ষেত্ৰতেই ধৰক family tree বা বংশানুক্ৰম ব্যাখ্যা কৰোতে সদায় আমি দেউতাকৰ সূত্ৰ ধৰিয়েই আগবাঢ়ো। যেনে— কুসুম্বৰ ভূঞাৰ পুত্ৰ, শঙ্কৰদেৱ, শঙ্কৰদেৱৰ পুত্ৰ ৰামানুজ। এনেদৰেই আগবাঢ়ে আমাৰ বংশাৱলী। কিন্তু শঙ্কৰদেৱৰ মাক, ভনীয়েক আদিক বংশাৱলীৰ হিচাবত ধৰা নহয়। কিন্তু বিজ্ঞানৰ সূত্ৰ মতে সন্তানৰ শৰীৰত মাক-দেউতাক দুয়োজনৰেই বংশগতিৰ সংমিশ্ৰণ ঘটে। তেনেহ'লে কেৱল পুৰুষৰ দ্বাৰাই কিয় আমি বংশৰ মালাডাল গাঁথো। বংশাৱলীত নাৰীৰ অৱদানক কিয় উলাই কৰা হয় ক'ব পাৰিবনে কোনোবাই? উল্লেখযোগ্য যে হিন্দু, মুছলিম, খ্ৰীষ্টান সকলো ধৰ্মতেই বংশাৱলী পুৰুষেই বহন কৰি অহা দেখা যায়। হিন্দুসকলৰ মানুহ মৰিলে মুখাগ্নি কৰিব লাগে পুত্ৰই। কন্যাক সেই কাম কৰাৰ অধিকাৰ দিয়া নহয়। সকলো ধৰ্মতেই এনেধৰণৰ নাৰীদ্বেষী নিয়ম তথা আচাৰ দেখা যায়।

এনেবোৰ আঁহফলা তৰ্ক কৰি এই বিষয়বস্তু অন্ত কৰিব নোৱাৰি। এতিয়া প্ৰশ্ন হৈছে কি উপায়েৰে সমাজৰ এই জাৰজ সমস্যাবোৰ নিৰাময় কৰিব পাৰি। এক বাস্তৱসম্মত চিন্তাচৰ্চ্চা কৰি তাৰ সফল ৰূপায়ণৰ বাবে বাস্তৱ ৰূপ দিয়াৰ বাবে প্ৰস্তুত হোৱা প্ৰয়োজন। সমাজৰ পঙ্গু মানসিকতাৰ যিখিনি মানুহ আছে তেওঁলোকৰ নিৰাময়ৰ বাবে এবিধ দৰৱৰ আবিষ্কাৰ কৰিব লাগিব। মাতৃত্ব আৰু ভাতৃত্ববোধৰ শিকলিৰে বান্ধি এই মানুহখিনিক সজ পথলৈ ঘূৰাই আনিব লাগিব। এতিয়াও আমাৰ দেশত নাৰী সন্তোষজনকভাৱে আত্মনিৰ্ভৰশীল নহয়। পাৰিবাৰিক, সামাজিক, অৰ্থনৈতিক সকলো ক্ষেত্ৰতে সম্যক জ্ঞানৰ আৱশ্যক, তেতিয়াহ'লে সমাজত নিজৰ ওপৰত নিজে ভৰি দি প্ৰতিষ্ঠিত হোৱা সম্ভৱপৰ— আনৰ সহায় নোলোৱাকৈ। এতিয়া আচল কামুৰি বৈ থকাৰ যুগ নহয়। নাৰীয়ে ঐক্যবদ্ধভাৱে দুৰ্নীতিৰ বিৰুদ্ধে প্ৰতিবাদ কৰিব লাগিব। কেৱল প্ৰতিবাদৰ শ্লোগানেৰে দুৰ্নীতি নিৰ্মূল কৰিব নোৱাৰি। উপদেশতকৈ আৰ্হি ভাল। দুৰ্নীতিৰ বিৰুদ্ধে মা কালী, মা দুৰ্গাৰ দৰে সংহাৰ মূৰ্ত্তি ধাৰণ কৰিব লাগিব। দুৰ্নীতিগ্ৰস্ত স্বামী বা পৰিয়ালৰ সদস্যৰ বিৰুদ্ধেও প্ৰতিবাদ কৰিব লাগিব।

সাম্প্ৰতিক দেশৰ ভয়াবহ, বিপৰ্য্যয়তাৰ মাজতে আজিৰ মাতৃয়ে তেওঁৰ

শিশুটিক শৈক্ষিক, মৌলিক, নৈতিক অনুশীলন দিব লাগিব। তেওঁলোকক এনে সু-পৰিকল্পিতভাৱে সুপৰিচালনাৰে গঢ় দিব লাগিব যাতে যাৰ নেতৃত্ব আৰু প্ৰতিভাৰে এখন সুস্থ সমাজ গঢ়ি উঠা সম্ভৱ। দেশৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰতে নাৰীয়ে এই গধুৰ দায়িত্ব বহন কৰিব লাগিব।

নাৰীয়ে নিজৰ সম্পৰ্কে সচেতন হোৱাতো অতিকৈ প্ৰয়োজনীয় কথা। নিজৰ ব্যক্তিত্ব, স্বতন্ত্ৰতা, আত্মমৰ্য্যাদা বজাই ৰাখিবলৈ হ'লে আত্মিক চেতনাৰ প্ৰয়োজন। স্বকীয় চিন্তা-চৰ্চ্চা আৰু কৰ্ম্মৰ দ্বাৰা নিজৰ শক্তি, স্বৰূপ, জ্ঞানৰ পৰিচয় দিয়া সম্ভৱপৰ। বাহিৰৰ সৌন্দৰ্য্যৰে এগৰাকী নাৰী সুন্দৰী নহয় যেতিয়ালৈকে তেওঁৰ ভিতৰৰ সৌন্দৰ্য্যৰে তেওঁৰ নিজৰ আৰু আনৰ প্ৰতি মনোভাৱ গভীৰ, উদাৰ ও বহল নহয়। নাৰীৰ আচল ভূষণ হৈছে শিক্ষা, দীক্ষা, প্ৰতিভা আৰু এটা সুন্দৰ মন। বাহিৰৰ বস্তুৰ প্ৰতি আকৃষ্ট হোৱাতকৈ আত্মিক উপলব্ধিৰে আত্মজ্ঞান লাভ কৰিলে নিজকে সংশোধন কৰিব পাৰি। নৈতিক স্খলনৰ পৰা বচাই চলিবলৈ বিবেকৰ দ্বাৰা পৰিচালিত হ'ব লাগিব।

পুৰুষক দোষাৰোপ কৰি, সমালোচনা কৰি বা নাৰীমুক্তিৰ ধ্বনিটোকে নিজস্ব স্বাৰ্থপূৰণৰ আহিলা হিচাবে ব্যৱহাৰ নকৰি তথা ৰাজনীতিৰ আহিলা হিচাবে ব্যৱহাৰ নকৰি পুৰুষ সমাজকো লগত লৈ তেওঁলোকৰ সংগ্ৰামৰ বাবে যুদ্ধ নকৰিলে বিশ্বত পুৰুষ নাৰীৰ মাজত থকা বৈষম্য সদায়েই থাকি যাব। নাৰীক সামন্তযুগীয় পৰাধীনতাৰ পৰা মুক্ত কৰাবলৈ পুৰুষেও যে পৃষ্ঠপোষকতা কৰি আহিছে সেই কথা পাহৰি যাব নালাগে। এই ক্ষেত্ৰত সমাজ সংস্কাৰক ৰাজা ৰামমোহন ৰায়, ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ তাৰোপৰি বৃটিছ শাসনৰ অধীনত লৰ্ড মিল্টণ, লৰ্ড বেলচ্, লৰ্ড বেণ্টিঙ্ক আদি মহান ব্যক্তিসকলৰ পৃষ্ঠপোষকতা উল্লেখনীয়। মহাত্মা গান্ধীয়ে কৈ থৈ গ'ল— "নাৰীৰ সৰ্ব্বাত্মক উন্নতি অবিহনে সমাজ উন্নত হ'ব নোৱাৰে।" পুৰুষ আৰু নাৰীৰ যৌথ সহযোগৰ ফলশ্ৰুতিতহে মানৱ সভ্যতাৰ উত্তৰণ সম্ভৱপৰ। সম অধিকাৰ, সম মৰ্য্যাদাৰে পুৰুষ-নাৰীৰ প্ৰতি সমদৃষ্টিভাৱাপন্ন হ'লে নাৰী মুক্তি বা নাৰী স্বাধীনতাৰ বাবে বেলেগে সংগ্ৰাম কৰাৰ কোনো প্ৰয়োজন নাথাকিব। নাৰীজনিত নানান অসামাজিক ঘটনাৰ পুনৰাবৃত্তি নহ'ব। তাৰোপৰি নাৰীৰ নিজস্ব ধ্যান-ধাৰণা, স্বকীয়তা বা মতাদৰ্শক সম্মান জনাই নাৰীৰ মুল শক্তিক জনাৰ, বুজাৰ বা পৰিচিত হ'বলৈ পুৰুষ আগ্ৰহী হ'ব লাগিব। নাৰী প্ৰগতি সমাজৰ স্বাস্থ্যৰ পক্ষে উপকাৰী কথা এই গতিময়তাক স্বীকাৰ কৰি পূৰ্ণ সমৰ্থন জনোৱা পুৰুষৰ মানসিকতা থাকিব

লাগিব। সমাজৰ কু-সংস্কাৰৰ বৈষম্য, অন্ধকাৰৰ শিপা উঘালি সংস্কাৰৰ পোষকতা কৰিব পাৰিলে জাৰজ সমস্যাবোৰ নিৰাময় কৰিব পৰা যাব। এটা পৰিয়াল হৈছে সমাজৰ আয়না স্বৰূপ, ক্ষুদ্ৰ সংস্কৰণ। পৰিয়ালৰ প্ৰতিজন সদস্যই ঘৰখনৰ তিৰুতা সদস্যৰ প্ৰতিভা বিকাশৰ, বৌদ্ধিক বিকাশৰ বাবে প্ৰেৰণা যোগোৱা বাঞ্ছনীয়।

শান্তি সকলোৱে কামনা কৰে। শান্তি সেই বাটেদি আহিব যেতিয়া নাৰী আৰু পুৰুষৰ মাজত মানবীয় মূল্যবোধৰ পাৰ্থক্য নাথাকিব। নাৰী মানেই পৃথিৱীৰ আধা জনসংখ্যা। পৃথিৱীৰ আধা মানুহক নেওচি বা অবদমিত কৰি মানৱ সমাজৰ উন্নতি হ'ব নোৱাৰে। এজন সফল ব্যক্তিৰ আঁৰত সদায় একোগৰাকী নাৰীৰ হাত থাকে সেইদৰে নাৰীৰ সফলতাৰ আঁৰত পুৰুষৰ প্ৰেৰণা, সহযোগিতা থাকিব লাগিব। নাৰীয়ে তেতিয়াহ'লে সাহসেৰে, দৃঢ়তাৰে, নিৰাপত্তা, আত্মবিশ্বাসেৰে আগবাঢ়ি যাব।

নাৰী সমাজে তেওঁলোকৰ সংগ্ৰামৰ বাবে নিজক একাষৰীয়া কৰি নেৰাখি সমভাৱাপন্ন পুৰুষ সমাজকো তেওঁলোকৰ সহযোগী কৰি এক নতুন আঁচনি যুগুত কৰি এক নতুন যাত্ৰাৰ শুভাৰম্ভ কৰিলে নাৰী প্ৰগতিৰ ধ্বজা উৰি এই শতিকাতে এক নতুন যুগৰ সূচনাৰে জয়-জয়কাৰ হৈ পৰিব। ○

---

*শ্ৰীমতী বীনু হাজৰিকা এগৰাকী অধিবক্তা। কবি ও প্ৰবন্ধকাৰ। সংঘৰ নিয়মীয়া সভ্যা।*

প্ৰবন্ধ

# থিয়ছফি আৰু থিয়ছফিকেল ছছাইটি ব্ৰহ্ম-বিদ্যা আৰু ব্ৰহ্মবিদ্যা সমাজ সম্পৰ্কে

**শ্ৰীচিকণ কাকতি**

এইখন এখন দেশৰেই নহয় এখন সুবৃহৎ আন্তৰ্জাতিক অনুষ্ঠান বা সংঘ এই অনুষ্ঠানটি ইং ১৮৭৫ খ্ৰীষ্টাব্দৰ ১৭ নবেম্বৰত আমেৰিকাৰ নিউয়ৰ্কত স্থাপিত হয়। জয়জয়তে আমি কেইজনমানে এই মহান সংঘটিৰ ভাতৃৰ নাম উল্লেখ নকৰা উচিত নহ'ব বুলি ভাবিয়েই উল্লেখ কৰাৰ এক নৈতিক দায়িত্ব বুলিয়েই ধৰি লৈছো। তাৰ ভিতৰতে প্ৰথমেই আমি নাম ল'ব লাগিব ৰাজপৰিয়ালৰেই এগৰাকী স্বনামধন্য মহিলাৰ। তেখেতৰ নাম আছিল মেডাম হেলেনা পেট্ৰোভেনা ব্লাভাৎস্কি আৰু আন এগৰাকী হ'ল আমেৰিকা দেশৰ এজন সেনাপতি হেনৰি ষ্টিল অলকট। এই দুজনেই ব্ৰহ্মবিদ্যা সমাজৰ গুৰু বুলি গণ্য হ'ব।

এই ছছাইটিৰ এতিয়া মূল আৰু প্ৰধান উদ্দেশ্য সম্পৰ্কে দুআষাৰ ক'বলৈ চেষ্টা কৰা হ'ল। তলত দিয়া ঘাই আৰু মূল তিনিটা উদ্দেশ্যক লৈয়ে সমাজখন গঠন কৰা হৈছিল।

(১) জাতিধৰ্ম্ম, বৰ্ণ, সম্প্ৰদায় আৰু স্ত্ৰী-পুৰুষ নিৰ্বিশেষে মানৱ জাতিৰ ভিতৰত বিশ্বভাতৃত্বৰ সংঘ স্থাপন।

(২) বিজ্ঞান, ধৰ্ম্ম আৰু দৰ্শনৰ তুলনামূলক অধ্যয়ন।

(৩) প্ৰকৃতিৰ যিবিলাক নিয়ম এতিয়াও ৰহস্য হৈয়ে আছে আৰু মানৱৰ মাজত নিহিত হৈ থকা সুপ্ত শক্তিসমূহৰ অনুসন্ধান।

আমি এতিয়া এই থিয়ছফী শব্দটোনো ক'ৰপৰা পালো তাকে বিচাৰি চাওঁ। এই শব্দটি দুটা গ্ৰীক ভাষাৰ শব্দৰ পৰাই আহিছে। থিয়ছ শব্দটিৰ অৰ্থ হৈছে ব্ৰহ্ম, আমাৰ মাজৰ অসীম পৰমাত্মাকেই বুজোৱা হৈছে। আৰু ছফিয়া শব্দৰ দ্বাৰা বুজোৱা হৈছে পৰম বিদ্যা।

বিচাৰ কৰি চালে আমি দেখিবলৈ পাওঁ এই থিয়ছফিকেল ছছাইটিয়ে সকলো ধৰ্ম্ম, বিজ্ঞান, দৰ্শনেই কেৱল নহয়, সাধন ভজন আৰু সত্য অনুসন্ধানৰ

মাধ্যমত বৰ্ত্তমান যুগৰ বস্তুতন্ত্ৰবাদৰ অৱসান ঘটাই সাত্বিক সনাতন এই ব্ৰহ্ম বিদ্যাৰেই পূৰ্ণ বিকাশ আৰু প্ৰচলনৰ কথা জনসমাজক বুজাবৰ চেষ্টাকেই চলাইছে। বৰ্ত্তমান যুগৰ কাৰণে ই এটি অভিনৱ বা অভুতপূৰ্ব অনুষ্ঠান ৰূপে পৰিগণিত হৈছে। হিন্দু শাস্ত্ৰমতে "তদ্‌সদ্ একম্" মহামন্ত্ৰই ব্ৰহ্মকেই বুজোৱা নাই জানো? এই বিদ্যা আগৰ পৰাই প্ৰবাহমান হৈ থকা অসীম আৰু অপাৰ আনন্দদায়ক এটি পন্থা।

এই ব্ৰহ্মবিদ্যা কোনো বিশেষ ধৰ্ম্ম, পন্থ, জাতি, বৰ্ণ, দেশ কাল আদিৰ নাইবা কোনো ব্যক্তি বিশেষৰ একচেতীয়া সম্পত্তি হ'ব নোৱাৰে আৰু নহয়ো। সৰ্ব্বজ্ঞান, সৰ্ব্বদৰ্শন, সকলো বিজ্ঞান, সকলো ধৰ্ম্ম, সকলো অৱতাৰৰেই মূলতে হৈছে বিদ্যাই। আমি ধৰ্ম্মশাস্ত্ৰসমূহ অধ্যয়ন কৰিলে কি দেখিবলৈ পাওঁ? আমি দেখিবলৈ পাওঁ যে "য'ত জীৱ ত'ত শিৱ।" বিজ্ঞানীসকলেও এটি সৰ্ব্বসন্মত বাণী দি কৈছে শক্তি আৰু জড় পদাৰ্থৰ কেৱল মাত্ৰ ৰূপান্তৰ হ'লেও ঘাই বস্তু একেটাই। সেইদৰে ব্ৰহ্মবিদসকলেও কোনো পদাৰ্থ, প্ৰাণী, শক্তি আদিক হিংসা বিদ্বেষ বা অৱজ্ঞা নকৰে। দেশ-কাল আদিৰ মাধ্যমত ইয়াৰ মাত্ৰ পৰিৱৰ্ত্তন হোৱাহে দেখা যায়। আমাৰ গোটেই বিশ্বব্ৰহ্মাণ্ডখনেই জানো এক ঐশ্বৰিক শক্তিৰ বিভিন্নভাৱে বিভিন্ন ৰূপত নাই? ব্ৰহ্মজ্ঞানীসকলে সেই বিষয়লৈ অনেক ধৰণৰ প্ৰমাণ আদি দাঙি ধৰিছে। তেওঁলোকে উপলব্ধিৰ মাধ্যমত এইদৰে ঘোষণা কৰিছে যে বিশ্বব্ৰহ্মাণ্ডৰ বিশালতাৰ আদিতে হৈছে এক ঐশ শক্তিয়েই। ব্ৰহ্মই হৈছে আদিমূল। যেনে ব্ৰহ্মই কাল, স্থান, পদাৰ্থ, প্ৰাণ, শক্তি আনন্দ আদি সকলো।

বিভিন্ন ধৰ্মৰ দৰ্শন অনুসৰি এই পৰম সত্বাকেই পৰমেশ্বৰ, পৰমব্ৰহ্ম, পৰম আত্মা, আদি বিভিন্ন নামাকৰণ কৰি লৈছে। নিজ নিজ পৰ্য্যায় অনুসৰি মানৱ সমাজে, থিয়ছফিকেল সমাজৰ সভ্যবৃন্দই একেডাল ডোলেৰে বিশ্বভাতৃত্বৰ মাধ্যমত ঐশ্বৰিক শক্তিৰ কৃপাত একেডালি ডোলেৰে গাঠি ল'ব পাৰিলেই ব্ৰহ্ম অনুভূতিৰ মাধ্যমত ব্ৰহ্মজ্ঞানৰ যোগে পৰম আনন্দ লাভ কৰাৰ যোগ্যজন হ'ব পাৰিব।

• থিয়ছফিকেল ছছাইটিৰ সদস্যসকলে নিজ নিজ উত্তৰণৰ স্তৰ অনুসৰি বিশ্বভাতৃত্বৰ প্ৰেম এক ঐশ্বৰীক শক্তিৰ কৃপাতেই পৰম ব্ৰহ্মৰ পৰমপদ লাভ কৰিবলৈ যোগ্যজন হোৱাৰ উপৰিও চিৰআনন্দ লাভ কৰিব পাৰিব যে সি নিঃসন্দেহ। সংঘৰ সভ্যসকল সত্যৰেই পূজাৰী। গতিকে তেওঁলোকেই আধ্যাত্মিক বিকাশৰ দাবী কৰা স্বাভাৱিক। সাধাৰণতে সেইসকল সভ্যই নিজ নিজ বিবেক,

জ্ঞান আৰু বুদ্ধিৰ মাধ্যমত বিচাৰবিবেচনা কৰি লৈহে প্ৰকৃত অনুসন্ধানত আত্মনিবেশ কৰে। স্বাভিমান থাকিলে এই পথত অগ্ৰসৰ হোৱা কঠিন। আমি চিন্তা কৰিব লাগে বিশেষকৈ পৰমাত্মাৰ কথাহে। পৰমাত্মা যদি অসীম আৰু এটি মুক্ত সত্বাই, জীৱাত্মাও ঠিক একেদৰেই অসীম সত্বাই হ'ব যে সি এক চিৰন্তন সত্য।

সাধাৰণতে সকলো দেশৰে সকলো নীতি, কৃষ্টি, ধৰ্ম্ম আদিৰ বেলেগ বেলেগ অনুষ্ঠান আৰু বিধি-লোকাচাৰ থাকে। দেশকালৰ মাধ্যমত স্থান বিশেষে প্ৰত্যেকেই বিভিন্নভাবে তাক গঢ় দি লোৱা দেখা যায়। কিন্তু মুক্ত মানৱ জাতিয়ে জ্ঞান-বিজ্ঞানৰ গূঢ় ৰহস্য কত সোমাই থাকে তাৰ ভেদ নকৰি চেতনাহীনভাৱে একোটি জড় পদাৰ্থৰ দৰে কাম কৰি যায়। সেইশ্ৰেণীৰ লোক জড় উপাসক শ্ৰেণীৰ বুলিহে গণ্য হ'ব। মানুহৰ জ্ঞান যদি সম্পূৰ্ণ নহয়, লগতে শুদ্ধও নহয় তেনেলোকে প্ৰকৃত সত্য অন্বেষণ কৰাত কৃতকাৰ্য্য হ'ব নোৱাৰে। জন্ম-জন্মান্তৰবাদ সেইকাৰণে থিয়ছফিকেল ছছাইটিয়ে জন্মান্তৰবাদ ক্ৰমবিকাশ অনুসৰি কোন কিমান আধ্যাত্মিক দিশত আগবাঢ়ি আছে সেই সম্পৰ্কে এক দিব্যজ্ঞানৰ অবিহনে কোৱা সম্ভৱপৰ নহয় হ'বও নোৱাৰে। সেই কাৰণে থিয়ছফিকেল ছছাইটিয়ে জন্মান্তৰবাদ, কৰ্ম্মফল আদি বিষয়েও বিশ্বাস কৰে। যিসকল উত্তম শ্ৰেণীৰ পুৰুষ সেইসকল লোকে প্ৰত্যক্ষভাৱেই হওক বা পৰোক্ষভাৱে পথপ্ৰদৰ্শক হৈ শিক্ষা-দীক্ষাৰ গুৰু হিচাবে পথ দেখুৱাই দিয়ে। মনুষ্য জীৱনতেই মানুহে ব্ৰহ্মত্ব প্ৰাপ্তিৰ অধিকাৰী হ'ব পাৰে। মানৱে ক্ৰম অনুসৰি নিজ নিজ কৰ্ম্মৰ ফলেৰেই শেষত গৈ পৰমপদ লাভ কৰাৰ যোগ্যজন হ'ব পাৰে। বিজ্ঞান জগতৰ গৱেষকসকলেও ইয়াৰ প্ৰত্যক্ষ প্ৰমাণ পোৱা বুলি ঘোষণা কৰিছে। থিয়ছফিকেল ছছাইটিৰ উচ্চমাৰ্গৰ সাধনাৰত শ্ৰেণীটোৱেও প্ৰত্যক্ষভাৱে প্ৰমাণ পোৱা বুলিও ঘোষণাও কৰিছে। ছছাইটিৰ উচ্চমাৰ্গৰ শ্ৰেণীটোৱেও সিমানতেই সন্তুষ্ট হৈয়ে নাথাকি জ্ঞান-বিজ্ঞানৰ যোগেদি ইয়াৰ গুৰি কথাৰ অনুসন্ধানত আত্মনিয়োগ কৰি আছে।

তৰ্ক-বিতৰ্কসমূহ ত্যাগ কৰি নিজ ধৰ্ম্মৰ মৰ্ম্ম আৰু প্ৰকৃত তথ্য সম্পৰ্কে কোনো আঁৰ-বেৰ নাৰাখি শুদ্ধভাৱে নিজ নিজ আচৰণৰ মাধ্যমত প্ৰকৃত উপলব্ধি কৰাৰ সুযোগ লাভ কৰিব পাৰিব। থিয়ছফিকেল ছছাইটিৰ প্ৰতিজন সদস্যই বিশ্বভাতৃত্বৰ ভাৱধাৰাৰে ভাৱাপন্ন হৈ যিকোনো প্ৰকাৰে বিশ্বকল্যাণৰ অৰ্থে সহায় আৰু সহানুভূতি আৰু সেৱা কৰিবলৈ প্ৰস্তুত হৈ থকাতো শ্ৰেয়ঃ।

আমাৰ জনামতে থিয়ছফিকেল ছছাইটিৰ অন্তৰ্ভূক্ত সভ্য লাখতকৈ বেছি

হ'লেও কম নহ'ব। সভ্যসকলক দুটা ভাগত ভগাব পাৰি। (ক) সাধাৰণ সভ্য, (খ) পাৰমাৰ্থিক বিভাগৰ সভ্য। তিনিটা মূল উদ্দেশ্যৰ ওপৰত আস্থাভাজন সভ্যসকলে এই ছন্থাইটিৰ সভ্য হ'ব পাৰে। পাৰমাৰ্থিক বিভাগৰ সভ্য হ'বলৈ হ'লে কঠোৰ ভাবে সাত্বিক জীৱন ধাৰণ কৰিব লাগিব। উচ্চ মাৰ্গৰ সাধকসকলে পৃথিৱীলৈ নিজে আহি ওপৰোক্ত শ্ৰেণীৰ সাধকসকলক পথৰ সন্ধান দি যাবহি। সেই শ্ৰেণীৰ সভ্য হোৱাৰ ভাগ্যবানসকলে সেইশ্ৰেণীৰ দেৱদূতসকলৰ সাহায্যৰ উপৰিও পৃথিৱীলৈ নামি আহি পথ দেখুৱাই দিয়েহি। অন্য কি আধ্যাত্মিক ভাৱত ভাবাপন্নসকলে নিজ চকুৰে সেইসকল দেৱদূতক দৰ্শন পাব পাৰে। পাৰমাৰ্থিক বিষয়ত আগবঢ়াসকলে সত্যান্বেষী, নিৰামিষহাৰী আৰু অহিংসা আচৰণ কৰা শ্ৰেণীৰ লোক হ'ব লাগিব। সেইশ্ৰেণীৰ লোকেহে গুৰুদৰ্শনৰ ভাগ্যবান্ হ'ব। সেইসকল লোকক দেৱতাসকলে আৱশ্যকমতে শিক্ষাদীক্ষা দিবলৈও প্ৰস্তুত হৈ থাকে। যিসকল সভ্য ওপৰোক্ত বিভাগত অন্তৰ্ভুক্ত হ'বলৈ প্ৰস্তুত, তেনে শ্ৰেণীৰ ভক্তইহে ওপৰোক্ত বিষয়ত অন্তৰ্ভুক্ত হ'বলৈ যোগ্যজন হ'ব পাৰে। যিসকল ভক্তই নিৰ্মল পবিত্ৰ জীৱন যাপন কৰিব পাৰিছে, সেইসকলে সদৌ মানৱ জাতিৰ সভ্যতা আৰু পাৰমাৰ্থিক পৰিনিৰ্বাণৰ লগতে আত্মাৰ প্ৰগতিৰ পথৰ পথিক হ'বৰ যোগ্যজন হ'ব পাৰে। এখন বিৰাট সাগৰৰ মাজৰ পৰা সামান্যভাৱে থিয়ছফিকেল ছন্থাইটিৰ এক নগণ্য সভ্য হিচাবে ওপৰোক্ত কেইটিমান বিষয়ে সামান্য জ্ঞানৰ আভাস দিয়াৰ প্ৰয়াস কৰা হৈছে মাথোন। ইয়াতে যদি জ্ঞানে অজ্ঞানে কৰা ভুল-ভ্ৰান্তি হৈছে তাৰ কাৰণে থিয়ছফিকেল ছন্থাইটিৰ, সুহৃদসকলৰ ওচৰত কৰপুটে ক্ষমাপ্ৰাৰ্থনাৰে আজিলৈ সামৰিছো। ○

ওঁম শান্তি

**ব্ৰহ্মবিদ্যা সমাজৰ তিনিটা ঘোষিত উদ্দেশ্য**

প্ৰথম : জাতি, উপজাতি, ধৰ্ম, শ্ৰেণী অথবা বৰ্ণ কোনোটোৰে প্ৰভেদ নাৰাখি সকালোৰে নিৰ্বিশেষে মানবতাৰে বিশ্বভাতৃত্বত মন কেন্দ্ৰীভূত কৰা।

দ্বিতীয় : ধৰ্ম, দৰ্শন আৰু বিজ্ঞানৰ মূলতত্ব অধ্যয়নত সকলোকে উদগনি যোগোৱা, আৰু

তৃতীয় : প্ৰকৃতিৰ অপ্ৰকাশিত নিয়ম আৰু মানুহৰ সুপ্তশক্তি সম্পৰ্কে গৱেষণা কৰা।

---

*শ্ৰীচিকণ কাকতী এগৰাকী প্ৰবীণ মুক্তিযোদ্ধা। ছিলঙৰ বিশিষ্ট নাগৰিক। আধুনিক কবিতা ও প্ৰবন্ধ লিখক। ছিলং মুকুল সংঘৰ উপদেষ্টা।*

# মহাজাগতিক বৰ্ষত মানৱ সভ্যতাৰ আয়ুস

নন্দ বসুমতাৰী

বিজ্ঞানৰ হিচাব অনুসৰি বিশ্বব্ৰহ্মাণ্ডৰ বয়স প্ৰায় ১৫০০ কোটি বছৰ হ'ল। আনহাতে বিশ্বব্ৰহ্মাণ্ডৰ ধূলিকণা সদৃশ পৃথিৱীৰ বুকুত প্ৰথম মানৱৰ আৱিৰ্ভাব হৈছিল প্ৰায় ২৬ (চাব্বিচ) লাখ বছৰ পূৰ্বেহে। গতিকে এই বিশাল সময়ৰ তুলনাত মানৱ জাতিৰ আয়ুস অতি নগণ্য। এই নগণ্যতাৰ উমান পাবলৈ হ'লে আমি ড° কাৰ্ল চগানে (Carl Sagan) অভিনৱ পদ্ধতিৰে উলিয়াই থৈ যোৱা 'মহাজাগতিক কেলেণ্ডাৰত' চকু ফুৰাব লাগিব।

ড° চগানে ১৫০০ কোটি বছৰীয়া মহাজাগতিক ইতিহাসক এক বছৰলৈ সংকুচিত কৰি ইয়াক 'মহাজাগতিক বৰ্ষ' বুলি কাল্পনিক নাম দিছে। সেই অনুপাতে পৃথিৱীৰ ইতিহাসৰ প্ৰতি ১০০ কোটি বছৰ "মহাজাগতিক বৰ্ষ'ৰ ২৪ দিনৰ সমান। তেনেকৈ হিচাব কৰি গৈ থাকিলে আমি পাওঁ 'মহাজাগতিক বৰ্ষৰ এক চেকেণ্ড = পৃথিৱীৰ ৪৭৫ বছৰ।" এই সংকুচিত বৰ্ষৰ ওপৰত ভিত্তি কৰি তেখেতে বিশ্বব্ৰহ্মাণ্ডৰ ঘটনাৰাজিৰ সৈতে তিনিখন তালিকা প্ৰস্তুত কৰি উলিয়াইছে। প্ৰথম তালিকাখনত আছে প্ৰাক্ ডিচেম্বৰ, অৰ্থাৎ জানুৱাৰী মাহৰ পৰা নৱেম্বৰ মাহলৈ সংঘটিত হোৱা ঘটনাৰাজি। দ্বিতীয় তালিকাখনত আছে ডিচেম্বৰ মাহত সংঘটিত হোৱা ঘটনাৰাজি আৰু তৃতীয়খন তালিকাত আছে ৩১ ডিচেম্বৰৰ শেষ কেইঘণ্টামানত, অৰ্থাৎ, নৱবৰ্ষৰ প্ৰাকমুহূৰ্ত্তৰ ঘটনাৰাজি। তালিকাসমূহ যথাক্ৰমে তলত দিয়া হ'ল ঃ

### প্ৰাক্-ডিচেম্বৰ ঘটনাৰাজি

| | |
|---|---|
| মহানাদ বিস্ফোৰণ (Big Bang) | ১ জানুৱাৰী |
| হাতীপতি তাৰকাৰাজ্যৰ উৎপত্তি | ১ মে' |
| সৌৰজগতৰ উৎপত্তি | ৯ ছেপ্তেম্বৰ |
| পৃথিৱীৰ উৎপত্তি | ১৪ ছেপ্তেম্বৰ |
| পৃথিৱীৰ জীৱৰ প্ৰথম আৱিৰ্ভাব | ২৫ ছেপ্তেম্বৰ |

পৃথিৱীত প্ৰাচীনতম শিলাৰ সৃষ্টি .......................................... ২ অক্টোবৰ

প্ৰাচীনতম জীৱাশ্ম (বেক্টেৰীয়া আৰু সেউজ-নীল শেলুৱৈ)......... ৯ অক্টোবৰ

যৌনৰ উৎপত্তি .......................................... ১ নৱেম্বৰ

প্ৰাচীনতম সালোক-সংশ্লেষক উদ্ভিদ .......................................... ১২ নৱেম্বৰ

নিউক্লিয়াচ যুক্ত প্ৰথম জৈৱকোষৰ প্ৰাচুৰ্য্য ............................ ১৫ নৱেম্বৰ

## ডিচেম্বৰ মাহৰ ঘটনাৱাজি

| ৰবি | সোম | মঙ্গল | বুধ | বৃহস্পতি | শুক্ৰ | শনি |
|---|---|---|---|---|---|---|
| | ১ পৃথিৱীৰ ওপৰত অক্সিজেন মুক্ত বায়ুমণ্ডলৰ গঠনৰ আৰম্ভণি | ২ | ৩ | ৪ | ৫ মঙ্গলৰ বুকুত বিস্তৃতভাৱে আগ্নেয়গিৰি আৰু জলাহৰ গঠন | ৬ |
| ৭ | ৮ | ৯ | ১০ | ১১ | ১২ | ১৩ |
| ১৪ | ১৫ | ১৬ প্ৰথম কৃমি | ১৭ অমেৰুদণ্ডী প্ৰাণীৰ ৰাজত্ব | ১৮ | ১৯ প্ৰথম মৎস্য, প্ৰথম মেৰুদণ্ডী প্ৰাণী | ২০ প্ৰথম নলীযুক্ত উদ্ভিদ, ভূ-পৃষ্ঠত উদ্ভিদৰ উপনিৱেশীকৰণ |
| ২১ প্ৰথম কীট-পতংগ। স্থলত জীৱ-জন্তুৰ উপনিৱেশীকৰণ | ২২ প্ৰথম উভচৰ প্ৰাণী। প্ৰথম পাখীযুক্ত কীট-পতংগ | ২৩ প্ৰথম গছ। প্ৰথম সৰীসৃপ | ২৪ প্ৰথম ডাইন'চৰ | ২৫ | ২৬ প্ৰথম স্তন্যপায়ী | ২৭ প্ৰথম পক্ষী |
| ২৮ প্ৰথম পুষ্প ডাইন'চৰৰ বিলুপ্তি। | ২৯ প্ৰথম জলচৰ স্তন্যপায়ী (তিমি,ডলফিন) প্ৰথম বান্দৰ শ্ৰেণীৰ প্ৰাণী। | ৩০ মানৱৰ প্ৰথম পূৰ্ব্বপুৰুষ। দৈত্যাকায় স্তন্যপায়ী সকলৰ ৰাজত্ব। | ৩১ প্ৰথম মানৱ | | | |

## ৩১ ডিচেম্বৰৰ ঘটনাৰাজি

মানুহ আৰু বান্দৰ শ্ৰেণীৰ সম্ভাব্য পূৰ্ব্ব পুৰুষৰ উৎপত্তি —১:৩০ পি. এম.

প্ৰথম মানৱ — — — — — — — — —১০:৩০ পি. এম.

শিলৰ অস্ত্ৰৰ বহুল ব্যৱহাৰ — — — — — — ১১:০০ পি. এম.

পিকিং মানৱৰ দ্বাৰা অগ্নিৰ প্ৰথম ব্যৱহাৰ — — —১১:৪৬ পি. এম.

বৰফৰ যুগৰ আৰম্ভণি — — — — — — — — ১১:৫৬ পি. এম.

সমুদ্ৰগামীসকলৰ অষ্ট্ৰেলিয়াত বসতি স্থাপন — — — ১১:৫৮ পি. এম.

ইউৰোপত বিস্তাৰিতভাৱে গুহা অংকন — — — —১১:৫৯ পি. এম.

কৃষিৰ আৱিষ্কাৰ — — — — — — — —১১:৫৯:২০ পি. এম.

নব-প্ৰস্তৰ যুগ, প্ৰথম চহৰ — — — — —১১:৫৯:৩৫ পি. এম.

চুমেৰ, এবলা আৰু মিচৰত প্ৰথম ৰাজবংশ

জ্যোতিৰ্বিজ্ঞানৰ বিকাশ — — — — — — — ১১:৫৯:৫০ পি. এম.

বৰ্ণমালাৰ আৱিষ্কাৰ — — — — — — — ১১:৫৯:৫১ পি. এম.

ব্ৰঞ্জ নিষ্কাষণ, ট্ৰ'জান যুদ্ধ, কম্পাচৰ আৱিষ্কাৰ — —১১:৫৯:৫৩ পি. এম.

লৌহ নিষ্কাষণ — — — — — — — —১১:৫৯:৫৪ পি. এম.

বুদ্ধদেৱৰ, সম্ৰাট অশোকৰ জন্ম — — — — ১১:৫৯:৫৫ পি. এম.

ইউক্লিদীয় জ্যামিতি, আৰ্কিমিদীয় পদাৰ্থ বিজ্ঞান,

ট'লেমীয় জ্যোতিৰ্বিজ্ঞান, ৰোমান সাম্ৰাজ্য,

যীচুখ্ৰীষ্টৰ জন্ম — — — — — — —১১:৫৯:৫৬ পি. এম.

ভাৰতীয়সকলৰ শূন্য আৰু দশমিক পদ্ধতিৰ আৱিষ্কাৰ—১১:৫৯:৫৭ পি. এম.

ইউৰোপত ধৰ্ম্মযুদ্ধ — — — — — — ১১:৫৯:৫৮ পি. এম.

ইউৰোপত নৱজাগৰণ, পৰীক্ষামূলক বিজ্ঞানৰ জয়যাত্ৰা—১১:৫৯:৫৯ পি. এম.

বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অভূতপূৰ্ব বিকাশ সাধন,
বিশ্বায়ন সংস্কৃতি, আত্মঘাটী অস্ত্ৰৰ আৱিষ্কাৰ,
মহাকাশ যানেৰে গ্ৰহ-উপগ্ৰহৰ আৱিষ্কাৰ,
বৰ্হিজগতত বুদ্ধিমান প্ৰাণীৰ সন্ধান। ......................বৰ্ত্তমান ;
নৱবৰ্ষৰ প্ৰথম চেকেণ্ড

ওপৰোক্ত তালিকা তিনিখনৰ পৰা আমি এতিয়া বিশ্বব্ৰহ্মাণ্ড আৰু পৃথিৱীৰ মুখ্য ঘটনাৰাজিৰ প্ৰকৃত সময় আৰু ক্ৰম সহজে উলিয়াই ল'ব পাৰো। এইটো অতিশয় হতাশাজনক যে মাহাজাগতিক বৰ্ষমতে পৃথিৱীৰ উৎপত্তি মধ্য ছেপ্তেম্বৰতহে হৈছে। প্ৰথম মানৱৰ আৱিৰ্ভাৱ তাতকৈ হতাশজনক। উক্ত তালিকামতে মানৱ জাতিৰ আৰ্বিভাব হৈছে ৩১ ডিচেম্বৰৰ সন্ধিয়া ১০:৩০ বজাতহে! আৰু আমি বৰ্ত্তমান দ্বিতীয় মাহাজাগতিক বৰ্ষৰ প্ৰথম চেকেণ্ডত! আৰু সেই কেলেণ্ডাৰত মানৱ জাতিৰ বয়স এদিনো নহয়, বৰঞ্চ মাত্ৰ দেৰ ঘণ্টাহে! যদিও প্ৰকৃত হিচাবত এই বয়স প্ৰায় ২৬ লাখ বছৰ। ইমান কম বয়স যে ভাৱিলেই চক খাই উঠো। ততোধিক দুখৰ বিষয় যে এই অতি কম সময়ৰ ভিতৰতে পৃথিৱীৰ বুকুৰ পৰা আমি চিৰদিনৰ বাবে বিদায় মাগিবলৈ উঠিপৰি লাগিছো।

শিক্ষিত লোক মাত্ৰেই জানে পৰমাণু যুদ্ধ এখনৰ বিভিষীকাৰ কথা। হিৰোচিমা আৰু নাগাচাকিৰ নাগৰিকৰ বাদেও গছ-গছনি আৰু আকাশ-বতাহেও কৈ আছে এই বিভিষিকাৰ কথা। কিন্তু পৃথিৱীৰ প্ৰত্যেক উন্নত দেশেই অধিকাৰী এই পৰম শক্তিশালী অস্ত্ৰ বিধৰ। এতিয়া পৃথিৱীৰ সৰু-বৰ উন্নয়নশীল দেশসমূহেও নামি পৰিছে এইবিধ অস্ত্ৰ তৈয়াৰ কৰাৰ প্ৰতিযোগিতাত। কাৰণ সকলো দেশকে লাগে সুৰক্ষাৰ আশ্বাস আৰু আন কোনোবা দেশক লাগে দম্ভৰ জয়ঢোল বজাবলৈ। বিশ্বৰ ৰাজনৈতিক সমীকৰণৰ সামান্য হেৰফেৰ হ'লেই এইবিধ অস্ত্ৰ পৃথিৱীৰ বিভিন্ন কোণৰ পৰা সমান্তৰালভাৱে গৰ্জি উঠিব আৰু পৃথিৱীৰ জীৱজগতক অনায়াসে ধ্বংস কৰিব। কিন্তু এই কথা ভাবিবলৈ কাৰো আহৰি নাই। কিয়নো আমি দেশভক্তি আৰু স্বধৰ্মৰ বাবে আত্মবলিদান দিয়াৰ মহান মন্ত্ৰৰে দীক্ষিত।

চহৰীয়া নাগৰিক মাত্ৰেই জানে, বৰ্ধিত গাড়ী-মটৰৰ সংখ্যা আৰু জধে-মধে গঢ়ি উঠা খনিজাত শক্তিচালিত উদ্যোগসমূহেই আজিৰ বিষাক্ত প্ৰদূষণৰ কাৰণ। এই বিষাক্ত প্ৰদূষণৰ মাত্ৰা এনে পৰ্য্যায় গৈ পাইছে যে হংকং আৰু বেইজিং চহৰত বৰ্ত্তমান ধনিক শ্ৰেণীৰ নাগৰিকসকলে সন্ধিয়া ৰেষ্টোৰাঁত বহি পইচাৰ বিনিময়ত বিশুদ্ধ অক্সিজেনৰ সোৱাদ ল'বলৈ আৰম্ভ কৰিছে। কোনে ন দি ক'ব পাৰে অদূৰ ভৱিষ্যতত আমাৰ মাহেকীয়া বাজেটত অক্সিজেনৰ খৰছ নাথাকিব বুলি? এসময়ত বিত্তৱান লোকসকলেহে ব্যক্তিগত গাড়ীত উঠি ভ্ৰমণ কৰাৰ সুখ লাভ কৰিছিল। কিন্তু, এতিয়া নতুন অৰ্থনৈতিক গাঠনিৰ সহায়ত খনিজাত শক্তিচালিত দুচকীয়া বা চাৰিচকীয়া গাড়ীসমূহ মধ্যবিত্ত লোকসকলৰ বাবে সহজলভ্য হ'ব ধৰিছে। আৰু

এই সামগ্ৰীসমূহ মানুহৰ বাবে অত্যাৱশ্যকীয় বুলি স্বীকৃতি লাভ কৰিব ধৰিছে। গতিকে ব্যক্তিগত যান-বাহনৰ সংখ্যা দিনকদিনে অভাৱনীয়ভাবে বৃদ্ধি পাব লাগিছে। আনহাতে, খনিজাত শক্তিচালিত উদ্যোগ আৰু কাৰখানাসমূহেই আমাৰ সিংহভাগৰ অন্ন, বস্ত্ৰৰ সংস্থান দিওঁতা আৰু আশ্ৰয়দাতা। গতিকে, প্ৰদূষণ অনিবাৰ্য্য। একে সময়তে, মাংস, দুগ্ধজাত খাদ্য আৰু চামৰাৰ চাহিদা পূৰণৰ বাবে ঔদ্যোগিক ভিত্তিত গৰু, ভেড়া আৰু গাহৰি পাম গঢ়ি উঠিছে। যাৰ ফলত বছৰে বছৰে হাজাৰ হাজাৰ বৰ্গ কিলোমিটাৰ যুৰি কুমাৰী বনাঞ্চল ধ্বংস আৰু খোৱাৰ বাবে উপযোগী পানীৰ অভাৱ হৈ আহিব ধৰিছে। এফালে অক্সিজেন নষ্ট কৰাৰ কাৰক প্ৰদূষণ আৰু আনফালে অক্সিজেন প্ৰস্তুতকৰ্ত্তা গছ-গছনিৰ দ্ৰুত হাৰত বিলুপ্তি সাধন এই দুই বিপৰীতমুখী কাৰ্য্যই মানৱ জাতিৰ নিশ্চিত মৰণক আমন্ত্ৰণ কৰিছে।

এটি শিশু জন্ম হোৱাৰ লগে লগেই মৃত্যু হোৱাটো কোনেও নিবিচাৰে। সকলোৱে আশা কৰে শিশুটিৰ বৃদ্ধি হওক আৰু স্বাভাৱিক আয়ুস লাভ কৰি জীৱনটোক উপভোগ কৰক। জন্মিয়েই মৃত্যু হোৱা শিশুৰ দৰে দুৰ্ভগীয়া হয়তো আন কোনো হ'ব নোৱাৰে। কাৰণ তেওঁ বিশ্বব্ৰহ্মাণ্ডৰ পৰা সৃষ্টি হৈ নিজৰ লগতে বিশ্বব্ৰহ্মাণ্ডক জানিবলৈ আহিছিল। বিশ্বব্ৰহ্মাণ্ডৰ বয়সৰ তুলনাত মানৱ জাতিয়ো এক মৃত্যুমুখী শিশুৰ দৰে।

আমি নাজানো এই বিশ্বব্ৰহ্মাণ্ডৰ কোনোবা এটা কোণত মানৱ জাতিৰ দৰে বুদ্ধিমান প্ৰাণী আছে নে নাই। কিন্তু এটা কথা সুন্দৰকৈ জানো ৫০০ কোটি বছৰীয়া যন্ত্ৰণাদায়ক বিবৰ্ত্তনৰ পিছতহে আবিৰ্ভাৱ হৈছে বুদ্ধিমান মানৱ। আৰু অতি কম সময়ৰ ভিতৰতে নিজৰ ভূত-ভৱিষ্যত আৰু বিশ্বব্ৰহ্মাণ্ডৰ স্বৰূপ দিনে দিনে সুন্দৰকৈ জনাৰ জ্ঞান আয়ত্ত কৰি পেলালে। মানৱ জাতিয়ে যদি নিজকে ধ্বংস কৰাৰ পৰা এৰাই চলিব পাৰে, তেন্তে হাজাৰ হাজাৰ বছৰ পিছত আমি আজি উপভোগ কৰিবলৈ নোপোৱা কল্পনাৰো অগোচৰ অনেক সুবিধা হয়তো তেওঁলোকে উপভোগ কৰিব পাৰিব। কিন্তু বৰ্ত্তমানৰ সংকটে তেনে সম্ভাৱনা অতি ক্ষীণ বুলি ইংগিত দিছে। যদি মানৱ জাতি নিচিহ্ন হৈয়েই যায় তেন্তে এনে বুদ্ধিমান প্ৰাণী আবিৰ্ভাৱ হ'বলৈ আন কেবাশ কোটি বছৰৰ প্ৰয়োজন হ'ব নাইবা কোনো কালেই এই পৃথিৱীত মানুহৰ দৰে বুদ্ধিমান প্ৰাণী আবিৰ্ভাৱ নহ'বও পাৰে। তাৰ পিছত এই পৃথিৱীত আমি কল্পনা কৰিব নোৱাৰা কিম্ভূত-কিমাকাৰ প্ৰাণীয়ে হয়তো ৰাজত্ব কৰিব। গতিকে মানৱ জাতিয়েই এই পৃথিৱীত আৰু ৰাজত্ব কৰাটো আপুনি নিবিচাৰেনে?

অন্ততঃ মই বিচাৰো। এই পৃথিৱীত মানৱ জাতিয়েই ৰাজত্ব কৰাটো যদি সকলোৱে

কামনা কৰে তেন্তে আমি কিছুমান কথা মনত ৰাখিব লাগিব ঃ

- ৫০০ কোটি বছৰ পূৰ্ব্বে এই পৃথিৱীত কোনো জীৱ নাছিল। অতি যন্ত্ৰণাদায়ক বিবৰ্ত্তনৰ পিছতহে ৫০০ কোটি বছৰৰ পিছত এই পৃথিৱীত মানৱ জাতিৰ আবিৰ্ভাৱ হৈছে।
- যিহেতু জাতি আৰু ধৰ্ম্মৰ চিনাকীয়ে মানৱ জাতিৰ স্থিতি বিপন্ন কৰি তুলিছে গতিকে আমি জাতি আৰু ধৰ্ম্মৰ চিনাকীকে বিসৰ্জন দিওঁহক।
- যদি সঁচাকৈ বিশ্বব্ৰহ্মাণ্ড মহানাদ বিস্ফোৰণৰ যোগেদি সৃষ্টি হৈছে তেন্তে ১৫০০ কোটি বছৰ পূৰ্ব্বে আমি একেটা মাংপিণ্ডতে থুপ খাই আছিলো। অৰ্থাৎ আমাৰ উৎস একেই। গতিকে পৃথিৱীৰ মানৱ মাত্ৰেই ভাতৃত্ববোধ কৰা উচিত।

ওপৰোক্ত কথাৰ উপৰিও আৰু কিছুমান মানৱতাৰ কথা সৰ্বসাধাৰণক ঢাক-ঢোল পিটি জনাই মানৱতা সচেতন কৰিব লাগিব। তেতিয়াহে আমি মানৱ জাতিক মুমূৰ্ষ অৱস্থাৰ পৰা উদ্ধাৰ কৰি এই পৃথিৱীত বেছিদিন ৰাজত্ব কৰাত সহায় কৰিব পাৰিম। ○

---

*শ্ৰীনন্দ বসুমতাৰী উত্তৰ-পূব বিদ্যুৎ শক্তি নিগমৰ এগৰাকী অভিজন্তা। বিজ্ঞান ভিত্তিক প্ৰবন্ধ লেখাৰ ভাল চৰ্চা আছে।*

# বিচিত্ৰা

## দিপালী বৰঠাকুৰ

### চেহেৰা

সকলো সময়তে মানুহৰ বাহিৰৰ চেহেৰাৰ পৰা যে ভিতৰৰ মানুহজন চিনিব নোৱাৰি তাৰে এটা উদাহৰণ এই সৰু ঘটনাটি ঃ

মই তেতিয়া ছিলঙৰ ডন বস্কো ষ্টিফেন হলৰ ওচৰত হপ্‌কিন্‌ছন ৰোডত থাকো। জনবসতি কম কাৰণে সন্ধিয়া সময়ত ৰাষ্টাতো নিৰ্জন হৈ পৰে। কিছুদিন আগতে মই মোৰ ভাগিনটোক দাৰ্জিলিঙৰ স্কুল হোষ্টেল এখনৰ পৰা লৈ আহিছো। মই তাক হোষ্টেলৰ পৰা লৈ আহিছিলো তাৰ চেহেৰাৰ দুৰ্দশাৰ বাবে, চৌব্বিশ বছৰীয়া ল'ৰা, হোষ্টেলৰ পুষ্টিহীন খাদ্য খাই খাই অস্থি-চৰ্মসাৰ চেহেৰা। বগা ল'ৰাটোৰ চকুৰ গুৰিৰ ক'লাখিনিয়ে প্ৰথমেই দৃষ্টি আকৰ্ষণ কৰে। জোঙা নাকটো, হাড়গিলাৰ নিচিনাকৈ ওলোৱা। ওজন মাত্ৰ সাতাইশ কেজি। তাৰ দেউতাকে সেই সময়ত ভূটান গভৰ্নমেণ্টৰ লগত কাম কৰিছিল। তাত ভাৰতীয় ল'ৰা-ছোৱালী পঢ়োৱৰ সুবিধা নাই কাৰণে মাক-দেউতাকৰ তাক হোষ্টেলত থৈ পঢ়ুৱাৰ বাদে আন গত্যন্তৰ নাছিল। হাড় আৰু ছালৰ মাজত অকণো মাংসৰ চিন নথকা অকণমানি ল'ৰাটো।

সি অহাৰ কাৰণে এখন পঢ়া টেবুলৰ প্ৰয়োজন হ'ল। সি তেতিয়া ক্লাচ নাইনৰ ছাত্ৰ। পঢ়া টেবুলখন যথা সময়ত হ'ল। আমি টেবুলখন লাইটুমখ্ৰাৰ পৰা আনিবলৈ যাওঁতে প্ৰায় গধুলি হৈছিল। টেবুলখন আনিবলৈ আমাক দোকানৰ পৰা যিজন মজদুৰ ঠিক কৰি দিলে তাৰ চেহেৰাটো দেখিলেই ভয় লগা। প্ৰকাণ্ড ছয়ফুটমান ওখ মানুহটো। ডাঙৰ ডাঙৰ দাঁতকেইটা বাহিৰলৈ ওলোৱা। মস্ত মোচকোচা আৰু বিস্ফোৰিত চকুকেইটাৰ সৈতে দৃষ্টি দিলে ভয় লাগি যোৱা বিধৰ মানুহটো। সি সৰুফুটিয়া তিনিটামান ল'ৰাক এহাতেৰেই ৰাখিব পাৰিব। সেইহেন বিয়াগোম মানুহটোৰ লগত আমি যেতিয়া খোজকাঢ়ি ঘৰ পালোহি তেতিয়া ভালকৈয়ে আন্ধাৰ হৈছে। টেবুলখন নমাই থৈ দৈত্যকায় মানুহটোৱে ক'লে "বাইদেউ তুমি এইটো ৰাস্তাত থকা বুলি জানা হ'লে মই কেতিয়াও নাহিলোহেঁতেন কাৰণ এই ৰাস্তাটোৰ বহুত বদনাম আছে, সেইবাবে মোৰ বৰ ভয় লাগে।" তাৰ পিছত সি মোৰ অস্থি-চৰ্মসাৰ সাতাইশ কেজি

ওজনৰ শীৰ্ণকায় ভাগিনটোলৈ চাই ক'লে, "ভাইটি, বলাচোন তুমি মোক মেইন ৰাস্তাত থৈ আহিবাগৈ।' তাৰ কথা শুনি আমি গিৰ্জনি মাৰি হাঁহি উঠিলো আৰু বুজিলো যে মানুহৰ বাহিৰৰ চেহেৰাই ভিতৰৰ মানসিকতা সদায় নুবুজায়।০

## আমাৰ ল'ৰাৰ স্বাৱলম্বীতা

এইটো আশীৰ দশকৰ কথা। তেতিয়া আমাৰ ল'ৰাই অসমৰ বাহিৰৰ পৰা আহি শ্ৰমিকৰ কাম কৰি থকা মানুহ বা সাধাৰণ ব্যৱসায় চলাই থকা মানুহৰ পৰা ব্যৱসায় কাঢ়ি লৈ স্বাৱলম্বী হ'ব খুজিছে। যেনে ৰিক্সা চলোৱা, ষ্টেচনত মজদুৰৰ কাম কৰা, শাক-পাচলিৰ পোহাৰ দিয়া ইত্যাদি। এই ঘটনাটো তেনেকুৱা এজন অসমীয়া মজদুৰৰ লগত গুৱাহাটীৰ বাছ ষ্টেচনত ঘটিছিল।

মই ছিলঙলৈ আহিম। হাতত এটা চুট্‌কেচ লৈ পল্টন বজাৰৰ বাছ ষ্টেচনত নামিলোহি আৰু চুটকেচটো সদায় দিয়াৰ দৰে মজদুৰ এটাৰ হাতত সঁপি দিলো। লগে লগে মূৰত গামোছা মৰা ল'ৰা এটা ল'ৰি আহি তাৰ হাতৰ পৰা চুট্‌কেচটো থাপ মাৰি ল'লেহি আৰু অনাঅসমীয়া মজদুৰজনক কটু ভাষাৰে অজস্ৰ গালি বৰষিবলৈ ধৰিলে। যাৰ অৰ্থ ঃ "তহঁতে বহিৰাগতবিলাক আহি আমাৰ পেটৰ ভাতমুঠি মাৰিচহি।" যা হওঁক। নতুন মজদুৰে মোৰ চুটকেচটো বাহিৰৰ পৰা ষ্টেচনৰ ভিতৰলৈ লৈ আহিল। টিকেটৰ কাউণ্টাৰ তেতিয়াও খোলাই নাছিল বাবে মই ভাবিলো তাক মই পইছাটো দি বিদায় দিওঁ। কাৰণ ইতিমধ্যে মই লক্ষ্য কৰিছিলো সি মদ খাই টং হৈ আছে। সেয়ে মই বেগৰ পৰা টকা পাঁচটা উলিয়াই তালৈ বুলি আগবঢ়ালো। সি মোৰ হাতৰ পাঁচটকীয়া নোটখন দেখাৰ লগে লগে গৰজি উঠিল ঃ "কি, মই আপোনাক টকা ৫টাত চুটকেচ আনি দিম? আপুনি মোক ভিক্ষাৰী বুলি ভাবিছে নেকি?" মই ক'লো ঃ "চোৱা। তোমাকতো মই চুটকেচটো আনিবলৈ কোৱা নাছিলো। সিজন মজদুৰেহে অনাৰ কথা আছিল। আৰু মই সদায় পাঁচ টকাই দি আহিছো। তুমিও পাঁচ টকাই ল'ব লাগিব।" সি মোৰ কথা শুনি তৎক্ষণাত মোৰ হাতৰৰ পৰা ৫টকীয়াখন কাঢ়ি ল'লে আৰু মোক আৰু উপস্থিত সকলোকে হতভম্ব কৰি টুকুৰা টুকুৰকৈ ফালি পেলাই দিলে আৰু মুখেৰে ভোৰভোৰাই গ'ল ঃ "ইস্‌। মোক টকা পাঁচটা দিব আহিছে।" ইতিমধ্যে কাউণ্টাৰ খুলিলে। মই ল'ৰালৰিকৈ টিকট লৈ তাক আকৌ একো নিদিয়াকৈ বাছত উঠিলোহি। সি কিন্তু মোক এৰি নিদিলে, সি মোৰ পিছে পিছে আহি বাছৰ দুৱাৰমুখত ৰ'লহি আৰু মোক গালি আৰু অভিশাপ বৰষিবলৈ ধৰিলে ঃ "যা। তহঁতৰ বাছ আজি

ছিলং নাপায়গৈ।" উপায়ন্তৰ হৈ মই তাক দহটকা দিয়াত সি যেনিবা মোক মুক্তি দি গ'লগৈ। বাছৰ সকলো মানুহে স্বস্তিৰ নিশ্বাস পেলালে। মোৰ মন কিন্তু বহুত দিনলৈ সেমেকি থাকিল তাক এটা কাণতলীয়া চৰ সোধোৱাৰ ঠাইত তাৰ লগত মোৰ পোন্ধৰ টকা নষ্ট হোৱাৰ বাবে। ০

## নামগেৰ কাহিনী

নামগে বোলা ভূটানীজ ছোৱালীজনীক মই অলপ সময়ৰ কাৰণে থিম্পুৰ বজাৰত লগ পাইছিলো। থিম্পুৰ বজাৰত তাইৰ দেউতাকৰ এখন দোকান আছিল। কাপোৰ, জোতা, বেগ আদি সদায় ব্যৱহৃত বস্তুৰ দোকান। থিম্পুৰ কাপোৰ-কানিৰ বজাৰখন বৰ ঘন বসতিপূৰ্ণ, শাৰী শাৰী থেপাথেপি কাঠৰ গুমতিৰ নিচিনা দোকানবোৰ, দোকানৰ পাছফালেই দোকানদাৰসকলৰ বাসগৃহ। সন্মুখৰ কমটো তেওঁলোকে দোকান হিচাবে ব্যৱহাৰ কৰে। থিম্পুৰ সৰু সৰু গুমতিৰ নিচিনা দোকানবোৰত অজস্ৰ মনোলোভা বিদেশী বস্তুৰে থাহ খাই আছে। সেয়ে আমি থিম্পুলৈ গ'লে বজাৰ কৰো বা নকৰো বজাৰখন এবাৰ ঘূৰিপকি চাও। আটক ধুনীয়া বিদেশী পণ্যবোৰ দেখিলে ভাল লাগে। এইবাৰো থিম্পুলৈ যাওঁতে বজাৰলৈ গৈছিলো আৰু এটা বেগ বিচাৰি বিচাৰি নামগেইঁতৰ দোকানত সোমাইছিলোগৈ। নামগে দোকানতে আছিল। আমাৰ বাইদেউ থিম্পু স্কুলৰ শিক্ষয়িত্ৰী আৰু নামগে সেইখন স্কুলৰ ছাত্ৰী। নামগেই সেইবাৰ মেট্ৰিক দিব। বাইদেৱে তাইৰ পঢ়া-শুনাৰ খবৰ ল'লে। তাই ক'লে তাইৰ পঢ়া-শুনা ভালেই হৈছে। তাই দোকান বন্ধ হোৱাৰ পিছত বহু ৰাতিলৈকে পঢ়া-শুনা কৰে আৰু ৰাতিপুৱা বোলে দেৰিকৈ উঠে। ৰাতিপুৱা তাইৰ বোলে ইমান গভীৰ টোপনি হয় তাইক কোনোবাই ডাঙি লৈ গ'লেও তাই গম নাপায়। বাইদেৱে তাইক মেট্ৰিকৰ পিছত কলৈ যাব সুধিলে। তাই বৰ আনন্দেৰে ক'লে মুচৌৰিত তাইৰ কাৰণে চিট থিক কৰা আছে। তাই হায়াৰছেকেণ্ডাৰী তাতেই পঢ়িব। ভূটানৰ ল'ৰাছোৱালীবোৰে মেট্ৰিকৰ পিছত প্ৰায়বোৰেই দাৰ্জিলিং, মুচৌৰি বা ছিলঙলৈ পঢ়িবলৈ আহে। আজিকালি ছিলঙৰ ৰাজনৈতিক পৰিৱেশৰ বাবে তেওঁলোক ছিলঙলৈ বৰকৈ নাহে। বাইদেউৰ লগত নামগেই কথা পাতি থাকোতে মই তাইৰ পৰা চকু ঘূৰাব পৰা নাই। গালৰ পৰা গোলাপী আভা বিচ্ছুৰণ কৰি থকা কলা ফ্ৰেমৰ চশমা পিন্ধা সাইলাখ পৰীৰ নিচিনা ছোৱালীজনী। পৰী আমি দেখা নাই কিন্তু পৰীৰ চেহেৰা ইয়াতকৈনো কিমান ধুনীয়া হ'ব পাৰে মই মনতে চিন্তা কৰিলো। বাইদেউৰ লগত নামগেৰ কথাবাৰ্ত্তা শেষ হোৱাৰ

পিছত তাইৰ দোকানৰ পৰা, মই আজিও লৈ ফুৰোৱা বেগটো কিনি নামগেক পৰীক্ষাৰ কাৰণে শুভেচ্ছা জনাই দোকানৰ পৰা ওলাই আহিলো।

আমাৰ বাইদেউহঁতৰ ঘৰটো থিম্পু বজাৰৰ ওপৰত। তাহাঁতৰ ঘৰৰ পৰা বজাৰখন দেখা পোৱা যায়। সেইদিনাই পুৱতি নিশা তলৰ বজাৰৰ পৰা এটা হুলস্থূলৰ শব্দ ভাঁহি আহিল আৰু বজাৰৰ ফালৰ পৰা ঘন ধোঁৱাৰ কুণ্ডলী আৰু জুইৰ আভা দেখিবলৈ পোৱা গ'ল। সেইদিনা থিম্পু বজাৰত এইটো শতিকাৰ সকলোতকৈ ভয়ঙ্কৰ অগ্নিকাণ্ডত পতিত হ'ল আৰু চাওঁতে চাওঁতে সমগ্ৰ বজাৰ জুইৰ কৰাল গ্ৰাসত পৰিল আৰু বজাৰৰ বেচিভাগ দোকানঘৰ জ্বলি ভস্মীভূত হৈ গ'ল। থিম্পুত অনবৰত বলি থকা সোঁ-সোঁ বতাহে এই জুইৰ বিস্তাৰত সহায় কৰি দিলে। পিছত জানিব পৰা গৈছিল বুখাৰিৰ (এবিধ ভূটীয়া মানুহে ঠাণ্ডাকালি ব্যৱহাৰ কৰা চুলা) চিমনিৰ পৰাই এই সৰ্ব্বনাশী জুইৰ আৰম্ভ হৈছিল। আৰু নামগে? গভীৰ নিদ্ৰাত শুই থকা নামগেক আৰু কোনেও কেতিয়াও দেখা নাপালে।○

## প্ৰহেলিকা

আমাৰ বাইদেউ-ভিনদেউ ভূটানত বহুত দিন আছিল। সেইবাবে আমাৰ কেইবাবাৰো ভূটানখন ঘুৰি-পকি চোৱাৰ সৌভাগ্য হৈছিল। ভূটান দেশখন প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰপুৰ। হিমালয়ৰ পাদদেশত থকা এখন শান্ত-সৌম্য স্বাধীন ৰাষ্ট্ৰ য'ত ৰজাৰ শাসন চলে। ভূটানৰ প্ৰধান ধৰ্ম্ম বৌদ্ধ। ভগৱান তথাগতৰ শিষ্যবৃন্দই ভূটানত বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ সমৰ্থ হৈছিল, সেয়ে বৌদ্ধ ধৰ্ম্মৰ বহুতো পুৰণা স্মৃতিচিহ্ন এতিয়াও আছে। প্ৰথম বৌদ্ধ ভিক্ষু যি দক্ষিণৰ পৰা দুৰ্গম পৰ্ব্বতৰাজী পাৰ হৈ ভূটান পাইছিলহি তেওঁৰ নাম আছিল ভিক্ষু পদ্মনাভ। তেওঁৰ লগত আহিছিল আৰু কেইজনমান বৌদ্ধ ভিক্ষু। তেওঁলোকে প্ৰচাৰ কৰা বৌদ্ধ ধৰ্ম্মৰ নাম আছিল তান্ত্ৰিক বৌদ্ধ ধৰ্ম্ম। আমি অৱশ্যে এই পন্থাৰ কথা সবিশেষ নাজানো। কাৰণ তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মৰ ওপৰত ৰহস্যৰ এখন পাতল পৰ্দ্দা আছে। তেওঁলোক আহি প্ৰথমে বুমথাং বোলা ঠাই এখনত কেইটামান বৌদ্ধ গুম্ফা (Gumpha) মানে Budhist Monastery সাজিছিল। সেই গুম্ফাকেইটা চাবলৈ যোৱাৰ সৌভাগ্যও আমাৰ হৈছিল।

বুমঠাং ঠাইখনেই এখন চাবলগীয়া ঠাই। ৰাজধানী থিম্পুৰ পৰা নামি আহি থিম্পু নদীৰ পাৰে পাৰে ঠেক নয়ণাভিৰাম উপত্যকা বুমথাং লোকালয়। শাৰী শাৰী দেবদাৰু গছৰ মাজে মাজে কাঠৰ ভূটীয়া আৰ্হিৰ ঘৰবোৰ দেখিলে চকু

জুৰ পৰি যায়। ভূটীয়া মানুহৰ ঘৰবোৰ বৰ ধুনীয়া। ঘৰৰ বেৰত তেওঁলোকে ৰঙীণ ফুলডানি বা ড্ৰেগনৰ নক্সা আঁকে, সেইবোৰ আঁতৰৰ পৰাই জিলিকি থাকে। ভূটানৰ ৰজা কেতিয়াবা থিম্পুৰ পৰা বুমঠাঙলৈ অৱসৰ বিনোদনৰ বাবে নামি আহে। তেওঁৰ পাহাৰৰ টিলাৰ ওপৰত এটা আটক ধুনীয়া কাঠৰ প্ৰাসাদ আছে। ওপৰত ফট্‌ফটীয়া নীলা আকাশ। তলত সেউজীয়া মখমলৰ নিচিনা ঘাঁহৰ কোমল দলিচা, মাজত থিম্পু নদীৰ সৰ্পিল গতি। দেবদাৰুৰ ওপৰত বৰফৰ জিলমিলনি আৰু দূৰত তুষাৰাবৃত পৰ্ব্বত শৃঙ্গ। এই সকলোবোৰ মিলি বুমঠাঙৰ সৌন্দৰ্য্য স্বৰ্গীয়। ভূস্বৰ্গ বোধকৰো এনেকুৱা ঠাইবোৰকে কয়।

আমি চাবলৈ যোৱা বৌদ্ধ গুম্ফাকেইটা লোকালয়ৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰমান নিলগত। ৰাস্তা বিশেষ নাই। যাওঁতে বাটত কেইবাটাও পাহাৰীয়া জুৰি পাৰ হৈ যাব লাগে। ঠাণ্ডাকালি কাৰণে জুৰিবোৰ শুকাই আছে আৰু তাৰ ওপৰেদি আমাৰ জীপ গুম্ফালৈ বুলি গৈ আছে। বহু দূৰৰ পৰাই গুম্ফাকেইটা দৃশ্যমান হয়। পাহাৰৰ পটভূমিত পৰস্পৰৰ পৰা অলপ দূৰে দূৰে পাঁচটা নাতি বৃহৎ গুম্ফা। জীপৰ পৰা নামি আমি পাঁচটা প্ৰাণী মানে মা, মোৰ বাইদেউ, টংসা বুলি ঠাই এখনত আচম্বিতে লগ পোৱা আমাৰ কলেজৰ তিবেতান (Tibetan) ছাত্ৰী এগৰাকী, যি আমাৰ এই যাত্ৰাৰ পথ প্ৰদৰ্শক, মই আৰু জীপৰ ড্ৰাইভাৰে সকলোতকৈ জয়াল যেন লগা গুম্ফাৰ গুপুৰমত (বাটচ'ৰা) ভৰি দিলোগৈ। তেতিয়া দিনৰ এঘাৰটামান বাজিছে। আমি গুপুৰুমত ভৰি দিয়াৰ লগে লগে গুম্ফাৰ ভিতৰৰ পৰা ডবা আৰু ঘণ্টাৰ সুস্পষ্ট ধ্বনি ভাঁহি অহা আমি আটায়ে শুনিবলৈ পালো। আমি ভাবিলো বোধকৰো পূজা-অৰ্চ্চনা শেষ হ'ল, সেইবাবেই এই ঘণ্টাধ্বনি। আমি গুপুৰম পাৰ হৈ সোঁ সোঁ বতাহৰ শব্দৰ মাজত চিৰি বগাই গুম্ফাৰ ভিতৰত সোমালোগৈ। ভাবিলো আমি ভিতৰত বৌদ্ধ লামাক লগ পাম। কিন্তু ভিতৰত সেমাই আমি কাকো নেদেখিলো আৰু তাত যে কেতিয়াবা পূজা-অৰ্চ্চনা হয় তাৰো একো লক্ষণ দেখা নাপালো। পিছত আমি শুনিবলৈ পাইছিলো তাৰ আশে-পাশে কেইবা কিলোমিটাৰ জুৰি কোনো জনবসতি নাই। এই ঘটনা আমাৰ জীৱনত সদায় প্ৰহেলিকা হৈ ৰ'ব।○

---

*শ্ৰীমতী দিপালী বৰঠাকুৰ ছিলঙৰ চেণ্ট মেৰীজ ছোৱালী মহাবিদ্যালয়ৰ পদাৰ্থ বিজ্ঞানৰ মুৰব্বী অধ্যাপিকা। আধুনিক কবিতাৰ ভাল চৰ্চা আছে।*

# যোজোনা-ফকৰাত বুৰঞ্জীৰ খোজ

অতুল চন্দ্ৰ বৰুৱা

বোলে—কথাতেই কটা যায়, কথাতেই বঁটা পায়। —আকৌ বোলে—মানুহ মৰে কৈ, পখি মৰে বৈ। —এইদৰে আমাৰ গঞা সমাজত বুজন লোকসকলে কথাই কথাই যোজোনা-ফকৰা দি নিজৰ বক্তব্য যুক্তিৰে শুৱলাকৈ দাঙি ধৰিছিল। তাকে কয়—কথাত কথা ওলায় ভাত বাঢ়োতে হাথা (হেতা) ওলায়। সেয়ে কথা-বতৰাৰ লগত যোজোনা-ফকৰাৰ সম্পৰ্কৰ ইঙ্গিত দিয়ে।

এনেকুৱা সচৰাচৰ ব্যৱহাৰত থকা মাত-কথাৰ যোজোনা কিছুমানত সাঁচত মৰাৰ দৰে দূৰ অতীতৰ বুৰঞ্জীৰ ঘটনা কিছুমান সোমাই থকাৰ উমান পোৱা যায় ঃ তাৰে দুই-এটা ইয়াত উল্লেখ কৰিব খুজিছো। পোনতে কওঁ —

১। বৰাৰ ঘৰত তৰাৰ গাঁঠি
বৰানো থাকিব কেই ৰাতি।

—ইয়াত আহোম ৰজাৰ দিনৰ শাসনৰ বান্ধোনৰ আভাস পোৱা যায়। কুৰিজন পাইক বা কাঁড়ীৰ শাসনৰ দায়িত্বত থকা বিষয়াজনকে বোলা হৈছিল — বৰা। তেনেকৈ এহেজাৰ পাইকৰ ওপৰৰ বিষয়াজনেই আছিল — হাজৰিকা। এই বিষয়াসকলে সাধাৰণ প্ৰজাসকলৰ ওপৰত প্ৰভুত্ব চলাইছিল। তেনে দায়িত্বত থকা বৰাসকলে অঞ্চলে অঞ্চলে গৈ শাসন কাৰ্য্য কেনে চলিছে চাই ফুৰিছিল। তেনেকৈ অলপ কেইদিনমান এঠাইত ছাউনি কৰি থাকি উঠি গৈ অইন এঠাইত খোপনি পোটে। গতিকে বৰা ডাঙৰীয়াই মাত্ৰ কেইৰাতিমান থকা ঘৰটো তৰাৰ আঁহেৰে গাঁঠি দিলেই চলে। তাৰে ইঙ্গিত দি অস্থায়ী কাৰ্য্যৰ অস্থায়ী ব্যৱস্থা বুলি ফকৰা মাতি কোৱা হয় — বোলে, বৰাৰ ঘৰত তৰাৰ গাঁঠি, বৰানো থাকি কেইৰাতি — বুলি।

২। নপতা ফুকন

—এওঁ আকৌ কেনে ধৰণৰ ফুকন? তাহানি মোৱামৰীয়া বিদ্ৰোহৰ সময়ত ৰজাৰ শাসন ঢিলা হোৱাত দেশখন অৰাজকৰ দৰে হৈ পৰিছিল। যাৰে যি খুচি তাকে কৰিছিল। তাৰে সুযোগ লৈ কোনো কোনো লোকে চুবুৰীয়ে চুবুৰীয়ে মূৰ তুলি উঠি নিজকে ফুকন বোলাই প্ৰভুত্ব চলাই খাইছিল। পিছত দেশত শান্তি স্থাপন হোৱাত, অপায়-অমঙ্গলবোৰ শাম কটাত এই পাবত গজা ফুকনসকলক

ৰাইজে নপতা ফুকন বুলিবলৈ ধৰিলে। সেয়েহে আজিকালিও চলতি কথাত নিজে দায়িত্ব লৈ অধিকাৰ নথকাতো ক্ষমতা চলোৱা মানুহক নপতা ফুকন বুলি বিদ্ৰূপ কৰা হয়। নপতা ফুকন নো কোন আৰু কেনেকৈ নো তেওঁৰ জন্ম হৈছিল আমি তাৰ জানো উহ লওঁ?

৩। হয় (নাই) ৰঙামাটি, নহয় (নাই) গুৱাহাটী।

—কোনো এটা বিবদমান বিষয়ৰ নিষ্পত্তি কৰিবলৈ এইদৰে কোৱা হয় যদিও কথাষাৰৰ শিপা কিন্তু আছে শৰাইঘাটৰ ৰণৰ লগতহে। শৰাইঘাটৰ ৰণত সেনাপতি লাচিত বৰফুকনে বুকুত বল বান্ধিবলৈ এইদৰে জোৰ দি কৈছিল — হয় ৰঙামাটি, নহয় গুৱাহাটী। অৰ্থাৎ এইবাৰৰ যুঁজত মোগল সেনাপতি মানসিংহক খেদি নি হয় ময়ে ৰঙামাটিলৈকে দেশ লম, নতুবা ৰামসিংহয়ে মোক খেদি গুৱাহাটী ল'ব ঃ দুটাৰ এটা খাটাং কৰিহে এৰিম। বীৰদৰ্পপূৰ্ণ এই কথা আজিও—গড়গঁয়া কটাৰীৰ ডাবেও কটা—বোলাৰ দৰে ব্যৱহাৰত চলি আছে।

৪। ৰহাৰ ৰহদৈ টিপামৰ ভাদৈ, শল'গুৰীৰ আঘোণী বাই
তিনিও তিনিওৰে ডিঙিত ধৰি কান্দে, সমন্ধৰ একোডাল নাই।

—ল'ৰা ৰজাই ধৰি নি ঘূণীয়া কৰিব বিচৰা গদাধৰ কোঁৱৰে তেতিয়া দিহিঙে-দিপাঙে অনাই-বনাই ফুৰিছিল ঃ ছদ্মবেশ ধৰি লুকাই চুৰকৈ ফুৰি নিজক বচাই ৰখাই আছিল তাৰ উদ্দেশ্য। সুন্দৰ-সুঠাম চেহেৰাৰ জাকত জিলিকা লোক গদাধৰক কিন্তু তেতিয়া দেখিলেই চিনিব পৰা গৈছিল। এদিন এখন বজাৰত ৰজাৰ চোৰাংচোৱাই পিয়া-পি দি তেওঁক বিচাৰি ফুৰিছিল! ধৰা পৰে পৰে—এনে অৱস্থাত তিনিজনী পোহাৰীয়ে তেওঁক লুকাই ৰাখিবৰ কাৰণে এই নাটকখন কৰিছিল। অৰ্থাৎ সিহঁত তিনিও হুৱাদুৱাকৈ কান্দোন জুৰি কৈছিল—সিহঁতৰ তিনিওৰে গিৰীহঁতজন হঠাৎ পৰিল আৰু মৰিল; সিহঁত অনাথিনী হ'ল। সিহঁতে তেওঁৰ মৰা-শটো তেনেকৈ তাতে কাপোৰ জাপি ঢাকি ৰাখিছে।

এইদৰে কোৱাত ৰজাঘৰীয়া কোনো লোকে তাত সন্দেহ নকৰিলে আৰু তাৰ পৰা সিহঁত গুচি গ'ল। আচলতে পোহাৰী কেইজনীৰ কাৰো লগত কাৰো একো সম্পৰ্ক বা সম্বন্ধ নাছিল; গদাধৰ কোঁৱৰক তেওঁলোকে চিনি পাইছিল আৰু মৰম-ভক্তি কৰিছিল ইমানেই। কাৰো লগত কাৰো একো সম্পৰ্ক বা স্বাৰ্থ নথকাকৈ মিছাতে বেজাৰ দেখুৱাই হুলস্থুল লগোৱা কাৰ্য্যত এনেকৈ কোৱা হয়।

সেই একেটা কথাকে আৰু এটা যোজনা দি এইদৰে কোৱা হয়; বোলে—

ঔটো পৰি কপৌটো মৰিল
বগে নিৰামুহি খায়;
সখিয়তী চৰায়ে ছমাহলৈ বিনালে
সম্বন্ধৰ একোডাল নাই।

৫। 'লগুণৰ গুৰি লেকাই চেতিয়া'

—এইষাৰ বচনো কোনো এক কাৰ্য্যত কৃত্ৰিমালি বা অপ্ৰাচীনতাক উপহাস কৰিবলৈ ব্যৱহাৰ কৰা হয়। তাৰ গুৰি কথাটো এনেকুৱা— এসময়ত কোচ ৰজা নৰনাৰায়ণৰ ভ্ৰাতৃ মহাবীৰ চিলাৰায়ে পূব দিশৰ পৰা ৰাজ্য বিস্তাৰ কৰি আহি থকা প্ৰবল পৰাক্ৰমী আহোমসকলক আগ ভেটি ধৰি খেদি নিছিল। তেতিয়া আহোম ৰজাই ভাবিলে —বলে নোৱাৰা কাম বোলে চলেৰেহে কৰিব লাগে। কথাতে কৈছে —সন্ধিৰ বাহ বুদ্ধিৰে কাটিবা। —সেইদেখি মন্ত্ৰীৰ পৰামৰ্শ লৈ আহোম সেনাপতিয়ে এটা বুধি কৰিলে ঃ কাঁৰী পাইকৰ পৰা সাতোটা শকত-আৱত নৰম-কুলীয়া মানুহ বাছি আনি সিহঁতৰ উদং গাৰ ওপৰত ফোঁট-লগুণ পিন্ধাই প্ৰত্যেককে নোদোকা দমৰা গৰু একোটাত তুলি দি আহোম সৈন্যৰ আগত সকলোৱে দেখাকৈ ৰণলৈ পঠিয়াই দিছিল। তাকে দেখি হিন্দু কোচ সৈন্যই ইহঁতক বধিলে গো-বধ, ব্ৰহ্মবধ দুয়োটা মহাপাপ একেলগে কৰা হ'ব বুলি ধৰি লৈ যুঁজ নকৰি পৃষ্ঠভঙ্গ দিছিল। তাতে ৰণ নকৰাকৈয়ে ৰণ জয় কৰাৰ সৌভাগ্য ঘটিছিল আহোমসকলৰ।

পিছে এই লগুণ পিন্ধা ৰণুৱা সাতজনৰ নো কি গতি হ'ল? ৰজা-ৰাইজে বিচাৰ কৰি সিহঁতৰ সতি-সন্ততিয়ে যাতে বামুণ হৈ আচল বামুণৰ জাতি মাৰিব নোৱাৰে তাৰ কাৰণে তেওঁলোকৰ নাতি-পুতিৰ নামৰ শেষত 'আল' শব্দ এটা সাঙুৰি দিয়াৰ ব্যৱস্থা কৰিলে। লেকাই চেতিয়া বোলা মানুহজনেই আছিল গৰুত উঠি ৰণলৈ যোৱা বীৰসকলৰ প্ৰথমজন লোক। গতিকে কথাষাৰ ব্যৱহাৰ হয় কোনো এটা কাৰ্য্যৰ অপ্ৰাচীনতা বা কৃত্ৰিমালিৰ কথালৈ আঙুলিয়াই নিন্দা কৰিবলৈ ঃ অৰ্থাৎ আল্-লগা বামুণটো হ'বৰ নো কিমান দিন হ'ল? সি দেখোন বুৰঞ্জীয়ে কোৱা সৌ সিদিনাৰ কথ'। ○

•

---

*অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুল চন্দ্ৰ বৰুৱাদেৱ ছিলং মুকুল সংঘৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল। ছিলঙত থকা সময়ত এই সাহিত্য অনুষ্ঠানটোৰ বিশেষ ভাৱে গুৰি ধৰিছিল।*

# কা ব্লেইৰ কামনা

ভূপেন্দ্ৰ কুমাৰ দাস

অসম বুৰঞ্জীত পঢ়িছিলো যে স্বৰ্গৰাজ ইন্দ্ৰই তেওঁৰ দুই নাতিয়েক খুনলুং আৰু খুনলাইক যথাক্ৰমে পৃথিৱীৰ ৰজা আৰু যুৱৰাজ পাতি তেওঁলোকৰ হাতত চোমদেও দেৱতাৰ মূৰ্তি, হেংদাং নামৰ সকলো শক্তিৰ আধাৰ দা এখন, দুটা ঢাক আৰু কাইচেংমু নামৰ দুযোৰা কুকুৰা দি সোণৰ জখলাৰে পৃথিৱীলৈ পঠিয়াইছিল। তেওঁলোকেই পুণ্যভূমি অসমত স্থাপন কৰিছিল আহোম ৰাজত্বৰ সিংহ-দুৱাৰ। তেওঁলোক স্বৰ্গৰাজ ইন্দ্ৰৰ বংশধৰ আছিল বাবেই আহোম স্বৰ্গদেউসকল ইন্দ্ৰবংশী ৰজা বুলি খ্যাত হৈছিল। ইন্দ্ৰবংশী সৰ্ব্বপ্ৰথম আহোম স্বৰ্গদেউৰে পুণ্যভূমি অসমলৈ সোণৰ জখলাৰে নামি অহাৰ দৰেই খাছী পাহাৰৰ প্ৰথম বাসিন্দা 'হেনুইট্ৰেপ' পৰিয়ালটোৱে হেনো ছপেটবনেং শৃঙ্গ আৰু স্বৰ্গৰ মাজত থকা সোণৰ জখলাৰে পৃথিৱীলৈ নামি আহিছিল। হেনুইট্ৰেপ পৰিয়ালৰ দুই যমজ ভাতৃ কিলাং আৰু চিমপেৰ যথাসময়ত যথাক্ৰমে ৰজা আৰু যুৱৰাজ হিচাবে বৰ্ত্তমানৰ খাছী পাহাৰ জিলাত ৰাজত্ব কৰিছিল।

এয়া খাছী পৰিয়ালৰ উৎপত্তি সম্পৰ্কে থকা খাছী জন-জীৱনৰ এটি মনোৰম জনশ্ৰুতি। এই জনশ্ৰুতিৰ সাক্ষ্য বহন কৰি এতিয়াও বৈ আছে যেন সোণেৰে গঢ়োৱা, আটক ধুনীয়া দৃশ্যৰে ভৰপূৰ ছপেটবনেং শৃঙ্গ আৰু দুখন কেৱল শিলেৰেই তৈয়াৰী সৰু সৰু পাহাৰ কিলাং আৰু চিমপেৰ। এই দেশৰ প্ৰতিটো পাহাৰ, প্ৰতিটো শিল আৰু প্ৰতিখন নদীয়ে কাহিনী কয়। কাহিনী কয় ছিলং পিকৰ সেউজী বনলতাই। মনোৰম জনগাঁথা লিখা আছে উইলিয়াম নদীৰ পানীত। লাম ময়লং চিয়েমৰ কথা লিখা আছে নিতৌ বৰ্ষা নমা চেৰাপুঞ্জীৰ সজল দুচকুত। চুমেৰ শৃঙ্গই বিখ্যাত চুমেৰ পৰিয়ালৰ ইতিবৃত্ত কয়। সেইদৰে জয়ন্তীয়া পাহাৰৰ লম আয়োকাৰ সিংহ নামৰ পুৰণি দিনৰ এজন প্ৰখ্যাত চিয়েমৰ স্মৃতিৰেই গঢ়ি উঠিছে বৰ্ত্তমানৰ লুম আয়োকৰ। পুৰণি দিনৰ কাহিনী লুকাই আছে কাৰণে এইবোৰ পাহাৰ, নদী আৰু ঠাই এতিয়া কিম্বদন্তীৰ সমল হৈছে। মানুহে পাহাৰ বা নদীৰ সৃষ্টিক লৈ কাহিনী কৰি ভাল পায়। হয়তোবা সেইবাবেই কাহিনীৰ সৃষ্টি হৈছে এইবোৰৰ মাজত। মই অৰুণৰ প্ৰথম কিৰণত উদ্ভাষিত অৰুণাচল প্ৰদেশৰ পাহাৰৰাজীৰ টিঙত, মিজোৰামৰ শুষ্ক জুৰিৰ বুকুত,

নাগালেণ্ডৰ ভগ্নাৱশেষত আৰু অসমৰ গাওঁ-ভূঁইৰ মাজত জনশ্ৰুতিৰ পম খেদি গৈ দেখিছো ঃ পৰ্বত-ভৈয়ামৰ সকলোবোৰ মানুহেই কিহবাক আশ্ৰয় কৰি পুৰণি দিনৰ কাহিনী কৈ বা শুনাই ভাপ পায়। এনে কাহিনীৰ সাক্ষী হয় কোনোবাখন পাহাৰ। আলি-পদুলি আৰু ভগ্নাৱশেষবোৰ হয় নিলিখা বুৰঞ্জীৰ সমল। এইবোৰৰ মাজতেই মানুহে বিগত দিনৰ হাঁহি-কান্দোন, সুখ-দুখ বিচাৰি পায়। এয়াই কিম্বদন্তী। এয়াই সৰ্ব্বসাধাৰণ জনগণৰ মন-সাচিপাতত লিখা থকা অসাধাৰণ জনশ্ৰুতি।

এনে এক জনশ্ৰুতৰি কথা ক'বলৈ গৈ মনত কৰিছো অসম বুৰঞ্জীৰ পহিলা অধ্যায়। মনত পৰিছে খুনলুং আৰু খুনলাইৰ কথা। সোণৰ জখলাৰে পৃথিৱীলৈ নামি আহি পুণ্যভূমি অসমত ৰাজত্ব কৰাৰ কথা। মেঘালয়ৰ খাছী জনসাধাৰণেও অসমীয়া মানুহৰ দৰেই বিশ্বাস কৰে যে তেওঁলোকৰ প্ৰথম খাছী হেনুইট্ৰেপ পৰিয়লাটোৱে স্বৰ্গ আৰু ছপেটবনেং শৃঙ্গৰ মাজত থকা সোণৰ জখলাৰে নামি আহি খাছী পাহাৰত প্ৰথম খাছী ৰাজ্য স্থাপনৰ সূত্ৰপাত কৰিছিল। হয়তো জনবিশ্বাস একেই। কিন্তু কাহিনী বেলেগ।

আৰু সেই কাহিনীৰেই আৰম্ভণি এয়া ঃ

ভগৱান উ নংথেউৱে এদিন স্বৰ্গৰ দেৱী, মহিমাময়ী মাতৃ ক ব্লেই চিনচাক মাতি আনি কলে,

ঃ স্বৰ্গৰ তলৰ সেই পাহাৰবোৰত এতিয়ালৈ কোনো মানুহকেই বসবাস কৰিবলৈ পঠোৱা হোৱা নাই। মই মোৰ নাতি, যমজ ভাতৃদ্বয় কিলাং আৰু চিমপেৰক তালৈ পঠাবলৈ মনস্থ কৰিছোহঁক।

ঃ উ-নংথুউৱে উত্তম কথাকেই চিন্তা কৰিছে, কা ব্লেই চিনচাই ক'লে, — পৰ্ব্বত-ভৈয়াম সকালোতে মানুহৰ বসতি হ'লেহে আপোনাৰ সৃষ্টিৰ সাৰ্থকতা হ'ব।

ঃ ঠিকেই কৈছা, ভগৱান উ নংথেউৱে আনন্দ মনেৰে ক'লে। তেওঁ কিলাং আৰু চিমপেৰক মাতি আনি হাতত অস্ত্ৰ-শস্ত্ৰ আৰু ধনু-কাড় ইত্যাদি অৰ্পণ কৰি ক'লে—

ঃ বোপাহঁত! তোমালোকে সেই সেউজীয়া পাহাৰৰাজিৰ মাজত মানুহ হিচাবে বসবাস কৰাগৈ। তোমালোকৰ লগত পাঁচজনী সুন্দৰী দেৱী নাৰীৰ ৰূপত পঠিওৱা হ'ব। মোৰ ওপৰত বিশ্বাস ৰাখি পাহাৰত মানুহৰ বসতি বিস্তাৰ কৰিবলৈ যত্নপৰ হ'বা। কিন্তু মনত ৰাখিবা, তোমালোকে যিদিনাই মানবত্ব

হেৰুৱাই পেলাবা, সিদিনাই বিষাক্ত তীৰৰ আঘাতত মৃত্যু বৰণ কৰি যমৰ নগৰত বাস কৰিব লাগিব।

কিলাং আৰু চিমপেৰে ভগৱানক প্ৰণাম কৰিলে। তেওঁৰ আদেশ শিৰোধাৰ্য্য কৰি দুয়ো সোণৰ জখলাৰে পৃথিৱীলৈ নামি আহিল। এনেদৰে 'হেনুইট্ৰেপ' (সাতজনীয়া) পৰিয়লাটোৰে খাছী পাহাৰত আশ্ৰয় লৈ পৃথিৱীত মানুহ হিচাপে বসবাস কৰিবলৈ ধৰিলে।

দিনবোৰ গৈ থাকে। পাহাৰৰ ফলমূল আৰু জীৱজন্তুৰ মাংস খাই কিলাং আৰু চিমপেৰে শৰীৰত আশুৰিক শক্তি লাভ কৰিলে। দুয়ো বনৰীয়া হাতী, বাঘ আৰু সিংহৰ লগত যুঁজ-বাগৰ কৰি সময় কটাবলৈ ধৰিলে। হেনুইট্ৰেপ পৰিয়ালৰ নাৰীকেইজনীয়ে কিলাং আৰু চিমপেৰৰ সঙ্গম কাৰ্য্যত অতিস্থ হৈ পলাই ফুৰিবলগীয়া হ'ল। পাহাৰৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ অহা স্বৰ্গৰ দেবীউৰ্ব্বশীসকলে দুই যমজ ভাতৃৰ কামনাৰ বলি হ'বলগীয়া হ'ল। কা ব্লেই চিনচাই স্বৰ্গৰ দেবীসকলৰ মুখত দিন-দুপৰতে কিলাং আৰু চিমপেৰৰ নাৰী ধৰ্ষণৰ কথা শুনি ক্ৰোধান্বিত হ'ল। তেওঁ বুজিলে যে কিলাং আৰু চিমপেৰে পৃথিৱীত মানুহ হিচাবে বসবাস কৰিবলৈ গৈ দেবত্ব হেৰুৱাই পেলাইছে। পাহাৰত পোহৰ বিলাবলৈ কা ব্লেই চিনচাই বাৰণ কৰিলে পুত্ৰ সূৰ্যক। অন্ধকাৰত পচি মৰক মানুহ নামধাৰী পশু দুটাই। কথা অনুযায়ী কাম। পাহাৰলৈ নামি আহিল অন্ধকাৰ। কেৱল ৰাতিৰ অন্ধকাৰ। ক'তো একো দেখা নাযায়। ৰাতি আৰু ৰাতি। জীৱ-জন্তুবোৰে ভয়ত পেঁপুৱা লাগিল। সিহঁতে অন্ধকাৰত খাদ্য বিচাৰি নাপাই ভোকত কলমলাবলৈ ধৰিলে। ৰাতিৰ শেষ নাই দেখি কিলাং আৰু চিমপেৰে পাহাৰৰ গুহাত শুই পৰিল। সিহঁতে কুম্ভকৰ্ণৰ দৰে টোপনিত লালকাল হৈ পৰিল। কিন্তু এনেকৈ সদাই অন্ধকাৰত কটাব নোৱাৰি। বনৰীয়া জীৱ-জন্তুবোৰে অন্ধাকাৰৰ অবসান ঘটাবলৈ উপায় চিন্তা কৰিবলৈ ধৰিলে। উপায় ওলাল। পাহাৰৰ টিঙত বহি ইউ চিয়াৰ নামৰ কুকুৰা এটিয়ে পাহাৰত পোহৰ বিলাবলৈ সূৰ্য দেৱতাক কাতৰ মিনতি জনাব। যদি তাৰ প্ৰাৰ্থনাত সূৰ্য দেৱতা সদয় হৈ পাহাৰত উদয় নহয়, তেন্তে সি চিঞৰি চিঞৰি প্ৰাণ বিসৰ্জন দিব। কথামতে কাম। পাহাৰৰ ওখ টিঙত বহি ইউ চিয়াৰে সূৰ্য দেৱতাক প্ৰাৰ্থনা জনালে। কুক্‌ৰি কু ধ্বনিৰে ৰাতিৰ পাহাৰ প্ৰতিধ্বনিত হ'ল। সময় গৈ থাকিল। কিন্তু আকাশত সূৰ্য নোলায়। ইউ চিয়াৰৰ ইননি-বিননিত গছৰ পাত সৰিল। আকাশে নিয়ৰ কণাৰে তাইৰ লগত চকুপানী টুকিলে।

ৰতাহে সৰল পাতত মুখ গুজি উচুপিলে। সময় আৰু আগবাঢ়িল। অৱশেষত কুকুৰাৰ কণ্ঠধ্বনি ম্লান হ'ল। আহাৰ-বিহাৰ ত্যাগ কৰি সূৰ্য দেৱতাক পোহৰ বিলোৱাৰ বাবে প্ৰাৰ্থনা জনোৱা ইউ চিয়াৰে মৃত্যুৰ ক্ষণ গণিবলৈ ধৰিলে। পাহাৰ টিঙত ঢলি পৰি সি মৃত্যু যন্ত্ৰণাত চৎফটাবলৈ ধৰিলে।

সূৰ্য দেৱতাৰ অন্তৰ কুমলিল। তেওঁৰ পৰম ভক্ত মৃত্যুমুখী কুকুৰাটোৰে যন্ত্ৰণাত চৎফটাই থকা দেখি বৰ দয়া উপজিল সূৰ্য্য দেৱতাৰ। তত্ৰাচ তেওঁ পাহৰত উদয় হোৱাৰ অনুমতি বিচাৰি মাতৃ কা ব্লেই চিনচাৰ ওচৰ চাপিল।

ঃ মোক অনুমতি দিয়া মাতৃ। ইউ চিয়াৰৰ এনে শোকাবহ মৃত্যু মই কদাপি সহ্য কৰিব নোৱাৰিম।

ঃ তথাস্তু!

পুত্ৰৰ অনুৰোধ পেলাব নোৱাৰি মাতৃ কা ব্লেই চিনচাই অনুমতি প্ৰদান কৰিলে।

ঃ কুক্ৰি কু।.............

মৃত্যুক আকোৱালি লোৱাৰ আগমুহূৰ্ত্তত আকৌ এবাৰ সূৰ্য দেৱতাক মাতিবলৈ চেষ্টা কৰিলে ইউ চিয়াৰে। এইবাৰ এই চেষ্টা বিফল নহ'ল তাৰ। সূৰ্য দেৱতা পাহাৰত উদয় হ'ল। সূৰ্যৰ পোহৰত পাহাৰ আৰু বননিলৈ নতুন জীৱন আহিল। চৰাই-চিৰিকতিয়ে নতুন দিনৰ গান গাবলৈ আৰম্ভ কৰিলে।

সোণালী দিনৰ ৰেঙনি দেখি পশুসবে নিজৰ কণ্ঠত বিভিন্ন স্বৰৰ ৰাৱ তুলি বননি মুখৰ কৰি তুলিলে।

ৰাতিৰ অৱসান ঘটাই পাহাৰলৈ দিনৰ পোহৰ ইউ চিয়াৰ নামৰ কুকুৰা এটিৰ যত্নত আহিছিল বাবে আজিও খাছী মানুহে কুকুৰা চৰাইক মানুহৰ পৰম সুহৃদ বুলি গণ্য কৰে। তেওঁলোকে ভাবে যে কুকুৰা চৰাই সত্যৰ প্ৰতীক। সেয়ে তেওঁলোকৰ প্ৰতিটো ধৰ্ম্মীয় অনুষ্ঠানত কুকুৰা চৰাইক আগত ৰাখে। অনুষ্ঠানৰ শেষত কুকুৰাৰ মাংসৰে ৰাইজক ভোজভাত খুওৱা হয়।

এই কথা এতিয়া থাওক। আহক, আমি আকৌ আমাৰ কাহিনীৰ মাজলৈ যাওঁ। কা ব্লেইৰ মনোকামনাৰ কথা এতিয়াও ক'বলৈ বাকী আছে। এই কথা নুশুনিলে খাছী পাহাৰ কিয় মাতৃপ্ৰধান দেশ বুলি পৰিগণিত হ'ল, বুজিব নোৱাৰিব। পাহাৰত সূৰ্য্য উদয় হোৱা কথাৰ দৰেই এই কথা সত্য। নহ'লে খাছী ৰাইজে তাহানি দিনৰ পৰাই স্ত্ৰীজাতিক ইমান মৰ্য্যদা, ইমান সন্মান প্ৰদান কৰি নাহিলেহেঁতেন। আজিও মাতৃ জাতি তেওঁলোকৰ বাবে পৰম পূজনীয়া।

কিন্তু এই কাহিনীৰ অন্তৰালত লুকাই আছে পৰম ঘৃণনীয় কথা। মানুহৰ পাপৰ কথা। মানুহ মানুহেই। মানুহ দেৱতা হ'ব নোৱাৰিলেও দানব হ'ব পাৰে। আমাৰ এই কাহিনীৰ নায়ক যমজ ভাতৃদ্বয় কিলাং আৰু চিমপেৰ সূৰ্যৰ ৰশ্মিৰ উত্তাপ পাই টোপনিৰ পৰা সাৰ পাই উঠিল। সদ্যজাগ্ৰত দুই ভাতৃ বৰ ক্ষুধাৰ্ত হ'ল। আহাৰ বিচাৰি সিহঁতে অৰণ্যত তোলপাৰ লগালে। হৰিণৰ মাংসৰে উদৰ পূৰ্ণ কৰি অৰণ্যৰ মাজত সিহঁত দুয়ো নিৰ্বিবাদে বিচৰণ কৰিবলৈ ধৰিলে। কিলাং আৰু চামপেৰৰ অৰণ্যৰ মাজত আকৌ অত্যাচাৰ আৰম্ভ হোৱা দেখি পশু-পক্ষীসকল ভয়ত কম্পমান হ'ল। সিহঁতে স্বৰ্গৰ দেবী চিনচাক এই মানুহৰূপী দৈত্যৰ পৰা ৰক্ষা কৰিবলৈ প্ৰাৰ্থনা জনালে।

এইবাৰ দেবী মানবী ৰূপত অৰণ্যত আবিৰ্ভাব হ'ল। মাতৃ কা ব্ৰেই চিনচাই সুন্দৰী গাভৰু এজনী হৈ কিলাং আৰু চিমপেৰৰ কাষত থিয় হ'ল। সুন্দৰ নাৰী অযাচিতে সিহঁতৰ কাষলৈ অহা দেখি দুয়োৰে মন চমকৃত হ'ল। নাৰীৰ ৰূপে কামনাৰ জুই জ্বলালে কিলং আৰু চিমপেৰৰ অন্তৰত। দুয়ো গাভৰুৰ সঙ্গ পাবলৈ ব্যাকুল হৈ পৰিল। সিহঁতে তেওঁৰ ওচৰত প্ৰেমভিক্ষা মাগিলে।

মাতৃ চিনচাই কামুক দুই ভাতৃৰ অৱস্থা দেখি খঙত জ্বলি উঠিল। কিন্তু তেওঁ মনৰ খং মনতে ঢাকি ৰাখি সিহঁতক ধ্বংস কৰিবলৈ বুদ্ধি পাঙিলে। কামনাৰ জ্বালাত উত্ৰাৱল দুই ভাতৃক উদ্দেশি তেওঁ ক'লে—

ঃ তোমালোকৰ যিজন বেছি বীৰ, তাকহে মই সঙ্গী হিচাবে বিচাৰো। কোৱা, তোমালোকৰ কোন ডাঙৰ বীৰ?

ঃ মই............ মই....... কিলাং আৰু চিমপেৰ দুয়ো একেলগে চিঞৰি উঠিল।

ঃ প্ৰমাণ কৰি দেখুৱাব পাৰিবা? চিনচাই প্ৰশ্ন কৰিলে।

ঃ কেলেই নোৱাৰিম।

ঃ তেনেহ'লে যুদ্ধ কৰা।

ৰূপৱতী নাৰীক কামনাৰ সঙ্গী হিচাবে পোৱাৰ ব্যাকুল কামনাত দুই ভাতৃৰ মাজত যুঁজ আৰম্ভ হ'ল। যুঁজত কোনেও নাহাৰে, কোনেও নিজিকে। অৱশেষত সিহঁতৰ মৃত্যুবান, ভগৱান কা নংথেউ প্ৰদত্ত বিষাক্ত তীৰ দুয়ো দুয়োৰো গালৈ নিক্ষেপ কৰিলে। দুয়ো একে সময়তে যন্ত্ৰণাত ঢলি পৰিল। দুয়োৰে মৃত্যু হ'ল। কিন্তু মাতৃ চিনচাই সিহঁতৰ কুকীৰ্তিৰ কাহিনী জীয়াই ৰখাৰ উদ্দেশ্যে মৃত দেহ দুটি পাহাৰলৈ ৰূপান্তৰিত কৰিলে। সৌৱা খাছী পাহাৰ জিলাত কিলাং আৰু

চিমপেৰ পাহাৰে অতীতৰ এনে কাহিনী বুকুত লৈ নতশিৰে ঠিয় হৈ আছে।

কিলাং আৰু চিমপেৰৰ কাহিনী শেষ হ'ল। কিন্তু কাহিনীৰ শেষত উপসংহাৰ থাকে। আৰু সেই উপসংহাৰেই এয়া। মাতৃ কা ব্লেই চিনচাই কিলাং আৰু চিমপেৰৰ মৃত্যুৰ পিছত পাহাৰত মানুহৰ বংশবৃদ্ধিৰ বাবে ভগৱান ইউ নংথেউৰ অনুমতি লৈ কেইজনমান পুৰুষ আৰু কেইজনীমান নাৰীৰ সৃষ্টি কৰিলে। তেওঁ মৰ্ত্ত্যৰ পৰা স্বৰ্গলৈ যোৱাৰ আগমুহূৰ্ত্তত এই নৰ-নাৰীবোৰলৈ চাই ক'লে—

ঃ তোমালোকে সদায় ভগৱান ইউ নংথেউৰ ওপৰত বিশ্বাস ৰাখি চলিবা। নাৰী জাতিৰ স্থান সদায় ওপৰত ৰাখিবা। তেওঁলোকক মান-সন্মান কৰিবা। কিলাং আৰু চিমপেৰৰ লেখীয়া মানুহক ঘৃণাৰ চকুৰে চাবা। ভগৱান ইউ নংথেউৱে তোমালোকক দয়া কৰিব।

এয়াই মাতৃ কা ব্লেই চিনচাৰ কামনা। তেওঁ এই কামনাৰে ছপেটবনেং শৃঙ্গ আৰু স্বৰ্গৰ মাজত থকা সোণৰ জখলা বগাই স্বৰ্গলৈ গ'ল। কিন্তু এই জখলাখন ৰখাৰ প্ৰয়োজনবোধ নকৰিলে মাতৃ চিনচাই। স্বৰ্গ আৰু মৰ্ত্ত্যৰ মাজত প্ৰভেদ থকা উচিত। তেওঁ ভগৱান ইউ নংথেউৰ অনুমতি লৈ ভগৱানৰ সোণৰ জখলা ভাঙি পেলালে।

মাতৃ কা ব্লেইৰ কামনা কিন্তু সাৰ্থক হৈছে। মাতৃৰ নিৰ্দেশ পালন কৰি চলিছে খাছীসকলে। তেওঁলোকৰ দেশখন মাতৃপ্ৰধান দেশ। তেওঁলোকে নাৰী জাতিক বৰ আদৰ আৰু সন্মান কৰে। আনকি পৰিয়ালৰ সা-সম্পত্তিৰ ভাগ আটাইতকৈ সৰু ছোৱালীজনীয়ে পায়। খাছী মানুহবোৰ বৰ ধৰ্মভীৰু আৰু সৰল। আজিকালি তেওঁলোকৰ উপাস্য দেৱতা ইউ নংথেউ দেৱতাক প্ৰাৰ্থনা কৰে নে নকৰে নাজানো কিন্তু প্ৰভু যীচুৰ অনুগামী প্ৰতিটো খাছী পৰিয়ালে গীৰ্জালৈ যায়। ভগৱান যীচুক প্ৰাৰ্থনা কৰে। দেশৰ, দহৰ মঙ্গলৰ বাবে সমস্বৰে যীচুক মিনতি জনায়।

আজিও তেওঁলোকে অসমীয়াক বৰ আপোন বুলি ভাবে। তেওঁলোকৰ ৰাজ্যত আন কোনোবা 'উৎখাৰ' হ'লেও অসমীয়াসকল 'উৎখাৰ' নহয়। খুবলেই।○

---

*শ্ৰীভূপেন্দ্ৰ কুমাৰ দাস এগৰাকী প্ৰতিষ্ঠিত গল্প ও কিম্বদন্তি লিখক। ভাৰতীয় কৃষি গৱেষণা পৰিষদৰ সহকাৰী প্ৰশাসনিক বিষয়া।*

# সমাজ ব্যৱস্থাত নাৰীৰ ভূমিকা

## মীৰা বেজবৰা

ভাৰতবৰ্ষৰ প্ৰচীন গ্ৰন্থৰাজিত বহুতো পতিব্ৰতা আৰু বিদুষী নাৰীৰ কথা উল্লেখ আছে। সিবিলাকে স্বামীকেই জীৱনসৰ্ব্বস্ব বুলি জ্ঞান কৰিছিল আৰু দেৱতা বুলি মান্য কৰিছিল। স্বামীৰ কাৰণে সকলো দুখ-যন্ত্ৰণা ভোগ কৰিও মনত শান্তি লভিছিল। আধুনিক কালৰ গ্ৰন্থসমূহতো মীৰাবাঈৰ দৰে ভক্তিমতী আৰু তেজস্বিনী নাৰীৰ কথা পোৱা যয়। সৌ সিদিনাৰ অসমৰ সতী জয়মতীৰ কথা কোনে নাজানে? তেওঁলোকে স্বামীক ভাল পাইছিল আৰু ভক্তি কৰিছিল। তেওঁলোকৰ মনোবল, দৃঢ়তা আৰু আধ্যাত্মিক শক্তিৰ পৰিচয় পাই স্বামীয়েও শ্ৰদ্ধা কৰিবলৈ বাধ্য হৈছিল।

নাৰী জীৱনৰ কৰ্ত্তব্যলৈ লক্ষ্য কৰি মহামানৱ মহাত্মা গান্ধীয়ে কৈছিল যে পুৰুষসকলে নাৰীক অবলা বুলি ভবা উচিত নহয়। দৈহিক গঠনত পুৰুষতকৈ বেলেগ হ'লেও নাৰী হৈছে শক্তিৰ আধাৰ।

গান্ধীজীৰ দৃষ্টিত নাৰী-পুৰুষৰ কোনো ভেদাভেদ নাই। দেশৰ মঙ্গলৰ অৰ্থে নাৰীয়ে গুৰুত্বপূৰ্ণ ভূমিকা ল'ব পাৰে। নাৰী হৈছে ত্যাগৰ প্ৰতিমূৰ্ত্তি আৰু মঙ্গলময়ী। ত্যাগৰ মহিমামণ্ডিত নাৰী জীৱনৰ সাৰ্থকতা হ'ল প্ৰেম আৰু স্নেহৰ দীক্ষাৰে নিজৰ জীৱনক চলাই নিয়াত। তথাপি নাৰীৰ প্ৰথম আৰু প্ৰধান কৰ্ত্তব্য হ'ল মাতৃত্বৰ কৰ্ত্তব্য। নিজৰ ল'ৰা-ছোৱালীকেইটিক ডাঙৰ কৰি সুস্থ নাগৰিক কৰি গঢ়ি তোলাৰ দায়িত্ব হৈছে মাতৃ গৰাকীৰ। দ্বিতীয়তে স্বামীৰ প্ৰতিও তেওঁলোকৰ দায়িত্ব গধুৰ। স্বামী সেৱা নাৰী জীৱনৰ এক ডাঙৰ ব্ৰত। অৱশ্যে পতিসেৱাই এইটো নুবুজায় যে মদপী, লম্পট, অনাচাৰী স্বামীৰ যিকোনো অনৈতিক কথাকে পত্নীয়ে নিৰ্ব্বিবাদে মূৰ পাতি ল'ব লাগিব। তেনে স্থলত স্বামীক সৎ পথলৈ আনিবলৈ চেষ্টা কৰাটো পত্নীৰ কৰ্ত্তব্য আৰু যদি আপ্ৰাণ চেষ্টা কৰাৰ পিছতো স্বামীক সৎ পথলৈ আনিব নোৱাৰে তেন্তে স্ত্ৰীয়ে সেই স্বামীক ত্যাগ কৰাটোও কোনো দোষণীয় কাম নহয় বুলি গান্ধীজীয়ে মত প্ৰকাশ কৰিছিল। মুঠতে নাৰীসকলক তলত পেলাই থৈ কোনো জাতিয়েই বিশ্বৰ দৰবাৰত যোগ্য আসন গ্ৰহণ কৰিব নোৱাৰে বুলি গান্ধীজীয়েও দোহাৰিছিল।

**এই সন্দৰ্ভত এগৰাকী ধৰ্মপ্ৰাণা পতিব্ৰতা নাৰীৰ কথা উল্লেখ কৰিছো :**

দৈৱকীনন্দন ৰায় আছিল বঙ্গৰ নবাবৰ ফৌজদাৰ, বৰ চহকী সম্প্ৰদায়ৰ লোক। কিন্তু ধৰ্মৰ বিষয়ে তেওঁ একোকেই নাজানিছিল। বিলাসিতা কৰিয়েই

দিন নিয়াইছিল। লোকক দেখুৱাই বহুত টকা-পইচা খৰছ কৰি মহা আড়ম্বৰেৰে পূজা-পাতল পাতি মানুহক দেখুৱাইছিল। মুঠতে তেওঁৰ ভণ্ডামিৰ অন্ত নাছিল। এই দাম্ভিক মানুহজনৰ প্ৰথমা পত্নীৰ মৃত্যুৰ পিছত তেওঁ এগৰাকী ধৰ্মপ্ৰাণা, বুদ্ধিমতী নাৰীৰ লগত দ্বিতীয় বিবাহ কৰিছিল। তেওঁৰ শাস্ত্ৰজ্ঞানো যথেষ্ট আছিল। স্বামীৰ কোনো কামতে তেওঁ সন্তুষ্ট হ'ব পৰা নাছিল। স্বামীৰ ব্যৱহাৰত মৰ্ম্মাহত হৈ তেওঁ অদৃষ্টকে ধিয়াই দিন অতিবাহিত কৰিব লগা হৈছিল। এইগৰাকী বৈষ্ণৱপ্ৰাণা নাৰীয়ে সাম্প্ৰতিক কালৰ কিছু সংখ্যক নাৰীৰ দৰেই অশেষ যন্ত্ৰণা ভোগ কৰিব লগা হৈছিল। ভগৱানক লাভ কৰাই জীৱনৰ লক্ষ্য হোৱা বাবে তেওঁ আত্মহত্যাও কৰিব পৰা নাছিল।

শেষত সেই গৃহৰ অন্ন-জল গ্ৰহণ নকৰাটোকে থিক কৰিলে। শাহুৱেক আৰু ননন্দেকে ভালেই পালে। ভাবিলে মৰে যদি এইদৰেই মৰক। পিছে "ৰাখে হৰি মাৰে কোনে?" ভগৱানে ভক্তক সদায় ৰক্ষা কৰে। ওচৰচুবুৰীয়া মৰমিয়াল মহিলাসকলে ফল-মূল, শাক-পাচলী, দাইল-চাউল আদি যেয়ে যি পাৰে দিয়াত এবেলা ৰান্ধি খায় আৰু এবেলা অনাহাৰে থাকে। কিন্তু নানাভাবে চেষ্টা কৰিও স্বামীৰ চৰিত্ৰৰ কোনো পৰিৱৰ্ত্তন ঘটাব নোৱাৰিলে। বিনিময়ত নানা কটু কথাহে শুনিবলগা হ'ল। এনে সময়ত এটা শোকাবহ ঘটনা ঘটিল। তেওঁলোকৰ একমাত্ৰ পুত্ৰ সন্তানটি কালে হৰি নিলে। তেতিয়া স্বামী-স্ত্ৰী দুয়ো শোকত ভাগি পৰিল। ধৈৰ্য্যশীলা ভক্তিমতী নাৰী গৰাকীয়ে স্বামীক শান্ত্বনা দিবলৈ এটা পথ বিচাৰি পালে। স্বামীক বুজাবলৈ ধৰিলে যে একমাত্ৰ ভগৱত প্ৰেমেহে মানুহৰ মনত শান্তি দিব পাৰে। দৈৱকীনন্দনৰ মন ঘুৰিল। শোকাতুৰ দৈৱকীনন্দনে ভগৱানৰ ওচৰত শিৰ নত কৰিলে।

শাস্ত্ৰজ্ঞান সম্পন্না পত্নীয়ে স্বামীক ঈশ্বৰ চিন্তা কৰিবলৈ শিকালে আৰু ক'লে যে ভগৱানৰ চৰণত হৃদয় অৰ্পণ কৰা তেতিয়া তোমাৰ মনৰ দুখ আঁতৰিব। "মই হৰিক আশ্ৰয় কৰিয়ে শান্তি আৰু আনন্দ লাভ কৰিছো।" দৈৱকীনন্দনৰ মনৰ অদ্ভুত পৰিৱৰ্ত্তন হ'ল। সৰ্ব্বান্তকৰণেৰে সভক্তিৰে শ্ৰীহৰিক চিন্তা কৰি শান্তি লাভ কৰিলে। তেওঁলোকৰ উন্নত ধৰ্ম্মজীৱন দৰ্শন কৰি শত শত লোক ধন্য হ'ল। এইসকলৰ ভিতৰত অসমৰে সতী জয়মতী, বীৰাঙ্গণা কনকলতা, মূলাগাভৰুৰ নাম কোনে নাজানে। ঝান্সিৰ ৰাণী লক্ষ্মী বাইও আছিল এক সাহসী যোদ্ধা মহিলা। সেইসকলৰ নাম বুৰঞ্জীৰ পাতত সোণালী আখৰেৰে আজিও জিলিকি আছে। ○

---

*শ্ৰীমতী মীৰা বেজবৰা এগৰাকী অৱসৰপ্ৰাপ্ত শিক্ষয়িত্ৰী। সাহিত্য চৰ্চাত ৰাপ আছে।*

প্ৰবন্ধ

# উত্তৰ-পূব ভাৰতৰ নিবনুৱা সমস্যা আৰু সমাধান—এটি সমীক্ষা

অতুল চন্দ্ৰ শৰ্মা

ইতিহাসৰ পাত মেলিলে দেখা যায় যে মানৱ সভ্যতাৰ বিকাশৰ গুৰিতে উদ্যোগ। দেশ বিকাশৰ অন্য এটা নাম ঔদ্যোগিকৰণ। ভালদৰে মন কৰিলে দেখা যায় যে যিবিলাক দেশত বিভিন্ন ধৰণৰ উদ্যোগ গঢ়ি উঠিছে তাতেই আৰ্থিক বিকাশ ঘটিছে, এক কথাত ক'বলৈ গলে সম্পদসমূহৰ সফল প্ৰয়োগ বা প্ৰকৃত ভাৱে ঔদ্যোগিকৰণ হ'লেহে দেশৰ উন্নতি সম্ভৱ হয়। দুৰ্ভাগ্যই কওঁক বা অভিশাপেই কওঁক সকলো দেশতে সমানে সমানে সকলো ধৰণৰ সম্পদ পোৱা নাযায় আৰু সেয়ে প্ৰতিখন দেশ সমানে বিকাশ হোৱাটোও সম্ভৱ নহয়। কিন্তু সেইবুলিয়েই তেনে দেশৰ আটাইবোৰৰে উন্নতি নোহোৱাকৈ থকা নাই। উদাহৰণ স্বৰূপে জাপানৰ পিনে মন কৰিলে বুজিব পাৰি যে তেওঁলোকৰ তাত লাগতিয়াল সকলোবিধৰ সম্পদ নাই যদিও তেওঁলোকে হাত সাবতি বহি থকা নাই; অন্য দেশৰ পৰা দৰকাৰী কেঁচা সামগ্ৰী কিনি নি আৱশ্যকীয় যন্ত্ৰপাতি বা দৈনন্দিন জীৱনত ব্যৱহৃত বয়বস্তু উৎপাদন কৰি বিশ্বৰ বজাৰ উভৈনদী কৰি দিছে। তাতোকৈ মজাৰ কথা যিবিলাক দেশৰ পৰা কেঁচা সামগ্ৰী আমদানি কৰিছিল সেইবিলাক দেশতে আকৌ বস্তুবোৰ বিক্ৰী কৰিছে। অৰ্থাৎ মাছৰ তেলেৰে মাছ ভাজি আছে। আনফালে কিছুমান দেশত কেঁচা সামগ্ৰীৰ অফুৰন্ত ভাণ্ডাৰ থাকিলেও উপযুক্ত প্ৰযুক্তি বিদ্যাৰ অভাৱত বা অন্য কিছুমান কাৰণত আশানুৰূপ ঔদ্যোগিক বিকাশ হোৱা নাই। ফলত কিছুমান বিকাশশীল দেশৰ তুলনাত আন বহুতো দেশ পিছ পৰি ৰ'ল। আকৌ সেই দেশৰ ভিতৰেৰে অন্য কিছুমান প্ৰান্তৰ তুলনাত বহু পিছ পৰা অঞ্চল পাছ পৰা হৈয়ে ৰ'ল। দিন আগবাঢ়ি যোৱাৰ লগে লগে প্ৰগতিৰ গতিও সেই অনুপাতে আগবাঢ়ি গৈ আছে; ফলত দুইটাৰ মাজৰ ব্যৱধানো সিমানে বাঢ়ি গৈ আছে। ভাৰতবৰ্ষ তেনেকুৱা পিছ পৰা অঞ্চল বিলাকৰ ভিতৰেৰে এখন। ইয়াত প্ৰায় সকলো ধৰণৰ প্ৰাকৃতিক সম্পদ প্ৰচুৰ পৰিমাণে পোৱা যায় যদিও বিকাশৰ ক্ষেত্ৰত ই এতিয়াও পিছপৰা। কাৰণ এতিয়াও ইয়াত প্ৰকৃত ঔদ্যোগিক বিকাশ হোৱা নাই। তাতোকৈ পিছ পৰা ইয়াৰে এটা অঞ্চল— উত্তৰ-পূব ভাৰত। ই একেবাৰে

উত্তৰ-পূব প্ৰান্তত আৰু ভৌগলিক দিশৰ পৰাও ই এটা চুকত অৱস্থিত। সেয়ে হ'লেও ই অঞ্চলটোৰ বিকাশত কিবা বাধা প্ৰদান কৰিছে বা অঞ্চলটো পিছ পৰি থকাৰ ইয়েই মূল কাৰণ বুলি আমি নাভাবো। কাৰণ যিয়েই নহওক, স্বাধীনতাৰ ইমান দিন পিছতো বিশেষভাৱে উল্লেখ কৰিবলগীয়া উদ্যোগ স্থাপন কৰা দূৰৰ কথা তাৰ কাৰণে আৱশ্যকীয় কাঠামো basic infrastructure facility খিনিয়ে আজিলৈ ভালদৰে হৈ উঠা নাই। ইয়াৰ ফলত বিদেশী কোম্পানীৰ কথা বাদেই আমাৰ দেশীয় কোম্পানীসমূহেও ইয়াত উদ্যোগ স্থাপন কৰিবলৈ আহিবলৈ মন নকৰে। Infrastructure বুলি ক'লেই প্ৰথমে ৰাস্তা-ঘাটৰ কথা আহে। ৰাষ্ট্ৰীয় পথকেইটাৰ বাহিৰে ভিতৰুৱা পথসমূহৰ অৱস্থা ইমানেই শোচনীয় যে অতি গধুৰ নালাগে, গধুৰ যন্ত্ৰপাতি কঢ়িয়াবলৈ, বিশেষকৈ ইয়াৰ বেছিভাগ দলং-কা্লভাৰ্ট আদি অনুপযোগী হৈ ৰ'ল। তাৰ কাৰণে দায়ী কোন? ইয়াত এক দুস্কৃতিকাৰী মহলে অসম তথা সমগ্ৰ উত্তৰ-পূব অঞ্চলটোৰ বিৰুদ্ধে কাম কৰি আছে। উল্লেখ কৰিব পাৰি যে যেতিয়াই ইয়াত কিবা উদ্যোগ স্থাপনৰ প্ৰস্তাৱ উঠে তেতিয়াই ইয়াক এক সংবেদনশীল এলেকা বুলি আখ্যা দিয়ে আৰু সেইপাত অস্ত্ৰৰ সুযোগ লৈ উপনিবেশীৰ দৰে ইয়াৰ সম্পদৰাজি মৌৰে মৌ শোহাৰ দৰে শুহি নি আছে। আৰু এইদৰে অঞ্চলটোৰ বিৰোধী গোটটোৱে অহৰহ ষড়যন্ত্ৰ কৰি ইয়াৰ বিকাশত বাধা প্ৰদান কৰি আহিছে।

নক'লেও হ'ব যে এই উত্তৰ-পূব অঞ্চলটো খনিজ সম্পদেৰে ভৰপূৰ। কম-বেছি পৰিমাণে হ'লেও ইয়াত কেইবাবিধ খনিজ সম্পদ (Rocks and Minerals) আছে। তাৰে ভিতৰত লেখত ল'বলগীয়া হৈছে অসমৰ খাৰুৱা তেল (Crude oil) আৰু কয়লা, মেঘালয়ৰ চূণশিল (Limestone), কয়লা, চীনামাটি (China clay/Kashim) আৰু clay উল্লেখযোগ্য। তাৰোপৰি অৰুণাচল প্ৰদেশ আৰু নাগালেণ্ডতো কিছুপৰিমাণে কয়লা আৰু চূণশিল পোৱা গৈছে। দুখৰ কথা স্বাধীনতাৰ পঞ্চাশ বছৰ পিছতো, বিশেষকৈ এই আধুনিক বৈজ্ঞানিক যুগত বাস কৰিও কেনেকৈ এই অঞ্চলটো ইমান পিছপৰা হৈ থাকিল, কিহৰ অভাৱত? ভাবিলে দুখ লাগে। সেয়েহে ড° ভূপেন হাজৰিকাই তেখেতৰ গানৰ সুৰেৰে 'সকলো থাকিও একো নথকাৰ দেশ' বুলি কৈ গৈছে। আন কিছুমান গানৰ মাজেৰে তেখেতে এই অঞ্চলৰ (তেতিয়াৰ অসম) জনসাধাৰণৰ সুপ্ত চেতনাক জগাবলৈ প্ৰয়াস কৰি আহিছে আৰু এই দীৰ্ঘ দিন ধৰি চলি অহা অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ আহ্বান জনাইছিল। তেখেতৰ প্ৰয়াস কিমান দূৰ সফল হ'ল নাজানো। এটা কথা ঠিক যে ইমানখিনিৰ পিছতো এই অঞ্চলৰ

লোক, বিশেষকৈ অসমৰ (বৰ্ত্তমানৰ অসম) জনসাধাৰণ এতিয়াও ঘোৰ টোপনিত; তাৰ ভিতৰৰ দুই এজনৰ চকু মেল খালেও, সম্পূৰ্ণ ভাবে টোপনিৰ জালৰ পৰা মুক্ত হ'ব পৰা নাই। উদাহৰণ স্বৰূপে কেইটামান কথা উনুকিয়াব বিচাৰিছো— তাৰে এটা হ'ল অসমৰ খাৰুৱা তেল। যদিও আমি মিছাতে গৌৰব কৰিব বিচাৰো যে, এচিয়া মহাদেশৰ প্ৰথম তেল শোধনাগাৰটো অসমৰ ডিগবৈত অনুষ্ঠিত। সেইখিনিতে সান্ত্বনা লভাৰ বাহিৰে আমি পাইছো কি? চাকৰি? নাই, মুষ্টিমেয় কেইজনমানৰ বাহিৰে তাৰ বেছিভাগ কৰ্মচাৰী অসমৰ বাহিৰৰ। ১৮৮৯ চনৰ ১৯ অক্টোবৰত এক নং খাদ (Well No. 1)ৰ পৰা খাৰুৱা তেলৰ উৎপাদন আৰম্ভ হৈছিল আৰু সেই তেলৰ ওপৰত ভিত্তি কৰিয়ে ডিগবৈ তেল শোধনাগাৰ (Digboi Oil Refinery)ৰ স্থাপন হৈছিল। তাৰ পিছত এটা-দুটাকৈ কেইবাটাও খাৰুৱা তেলৰ ভাণ্ডাৰ আৱিষ্কাৰ হৈছিল। অসমৰ এই খাৰুৱা তেলৰ উৎপাদন ভাৰতবৰ্ষৰ মুঠ উৎপাদনৰ সত্তৰ ভাগ। তথাপি বহু আন্দোলনৰ মূৰত নুনমাটিত এটা পুতলা সদৃশ শোধানাগাৰ স্থাপন কৰিলে যদিও ইয়াৰ অতিৰিক্ত খাৰুৱা তেলখিনি বিহাৰৰ বাৰাউনিলৈ লৈ গ'ল। ইয়াৰ পিছত আকৌ নতুন তেলৰ সন্ধান ওলাল, উৎপাদনো বাঢ়িল, কিন্তু অনেক প্ৰতিবাদৰ মূৰত বঙ্গাইগাঁৱত এটা মজলীয়া ধৰণৰ শোধনাগাৰ (Bongaigaon Refinery Petro-Chemical Ltd.)ৰ স্থাপন কৰিলে যদিও, শুনিলে আচৰিত হ'ব যে অসমৰ আটাইকেইটা শোধনাগাৰৰ (নতুনকৈ হৈ উঠা নুমলীগড় শোধনাগাৰকে ধৰি) শোধন ক্ষমতা মুঠ উৎপাদনৰ আধাতকৈ কম। আটাইতকৈ মন কৰিবলগীয়া কথা এই যে, বঙ্গাইগাওঁ শোধনাগাৰত উৎপন্ন হোৱা অন্যতম Bye-product–'Neptha', যাৰ পৰা পঞ্চাশ বিধতকৈও অধিক বস্তু প্ৰস্তুত কৰিব পাৰি, তথাপি তাৰ একো শোধনৰ ব্যৱস্থা নকৰি মহাৰাষ্ট্ৰলৈ পঠাই আছে। মহাৰাষ্ট্ৰ চৰকাৰে তাৰ ওপৰত সৰু-সুৰা কেইবাটাও উদ্যোগ বহুৱাই হাজাৰ হাজাৰ লোকৰ জীৱিকাৰ উপায় উলিয়াই দিছে। দেশৰ প্ৰয়োজনীয় বত্ৰিশ শতাংশ তেল বৰ্ত্তমান অসমতেই যোগান ধৰিছে, বাকী আৰব সাগৰীয় দেশসমূহৰ পৰা আমদানি কৰিব লাগে।

এইখিনিতে এটা কথা উল্লেখ কৰিব পাৰি যে ইংৰাজসকল ভাৰতলৈ অহাৰ বহু বছৰ পিছত, অসম যেতিয়াই তেওঁলোকৰ অধীনলৈ আহিল, লগে লগে ৰাজ্যৰ চুকে-কোণে অৰ্থাৎ পাহৰে-পৰ্ব্বতে খনিজ সম্পদ বিচাৰি ফুৰোতে হঠাৎ ডিগবৈৰ ওচৰৰ হাবিত এটা খাৰুৱা তেলৰ উৎস চকুত পৰিছিল আৰু তাতেই ডিগবৈ শোধনাগাৰৰ জন্ম। ভাবিলে বেয়া লাগে যে ইংৰাজসকলে

স্থাপন কৰি থৈ যোৱা শোধনাগাৰটোৱে অসমত ঔদ্যোগিকৰণৰ প্ৰক্ৰীয়া আৰম্ভ হৈছিল যদিও, এঘাৰ দশকৰ পিছতো এই দিশত একো উল্লেখনীয় প্ৰগতি হোৱা নাই। ইয়াৰ কাৰণ যিয়েই নহওক লাগে। এটা কথা স্পষ্ট যে, ইংৰাজসকল যোৱাৰ পিছত, অসমীয়া মানুহৰ আতিথ্যপৰায়ণতাৰ সুযোগ লৈ লগতে অসমৰ অদূৰদৰ্শী, আত্মকেন্দ্ৰীক ৰাজনীতিবিদসকলৰ দুৰ্ব্বলতাৰ কাৰণে অসম-বিৰোধী চক্ৰই গা-কৰি উঠিবলৈ সুযোগ পালে।

১৯৭২ চনৰ 'অসম ভাষা আন্দোলন' অসম ইতিহাসত এক অভিশাপ হিচাবে ৰৈ থাকিব। অসমীয়া ভাষাক চৰকাৰী ভাষা কৰিম বুলি প্ৰস্তাব লোৱা বিজ্ঞাপনখন জাৰি কৰিয়ে অসমে নিজৰ হাতৰ কুঠাৰ নিজৰ ভৰিত মাৰি পঠিয়ালে; কাৰণ ক্ষন্তেকৰ ভিতৰতে সকলো দিশতে ইয়াৰ প্ৰতিবাদ উঠিল আৰু পাৰেমানে ইয়াৰ বিৰোধিতা কৰিলে। সদায়ে সুবিধা চাই থকা অসমীয়া ভাষা বিৰোধী গোটটোৰ উচতনিত পৰ্ব্বতীয়া জন-জাতি ভাইসকলে অসমৰ পৰা ফালৰি কাটি অহাৰ দাবী জনাই আন্দোলন আৰম্ভ কৰিলে। সেয়াই 'অসম ভাষা আন্দোলন'ৰ সূত্ৰপাত। তাতেই স্বৰ্গীয় সূৰ্য বৰাকে আদি কৰি কেইবাজনো ছহীদ হ'ল। হিতে বিপৰীত হ'ল, অসম খণ্ড-বিখণ্ড হ'ল। এটা সাধাৰণ ভুলৰ ফলস্বৰূপে, নতুনকৈ মণিপুৰ, মেঘালয়, অৰুণাচল প্ৰদেশ, নাগালেণ্ড, মিজোৰাম আদি সাতখন ৰাজ্যৰ সৃষ্টি হ'ল। এতিয়াহে সকলোৱে উপলব্ধি কৰিব পাৰিছে যে ভাৰত চৰকাৰৰ আঁৰত থাকি অসম বিৰোধী গোটটোৱে, মাজেসময়ে মূৰ দাঙিব খোজা অসমীয়া জাতিটোক দুৰ্ব্বল কৰাৰ অভিপ্ৰায়ে, অৰ্থাৎ কলিতে মোহাৰি পেলোৱাৰ উদ্দেশ্যে, এই বিভাজন ঘটোৱালে।

নামত দেখুৱাবলৈ, বা উপায় নোপোৱাত দুটামান মজলীয়া ধৰণৰ উদ্যোগ বহুৱাবলগীয়া হৈছিল যদিও ইয়াৰ সৰহখিনি সুযোগ-সুবিধা বেলেগে ল'লে। বান্দৰে কল খাই বাকলিটো দলিয়াই দিয়াৰ দৰে কেইটামান চতুৰ্থ আৰু তৃতীয় শ্ৰেণীৰ বাহিৰে সৰহভাগ উচ্চপদৰ চাকৰিত অনাঅসমীয়া লোকে নিযুক্তি পালে। অকল সেয়েই নহয়, অসমতে থকা চৰকাৰী অনুষ্ঠানসমূহ, যেনে— ৰেল বিভাগ, জীৱন বীমা, ডাক, পৰিবহন, ৰাষ্ট্ৰীয় বেঙ্ক ইত্যাদিতো থলুৱা লোকৰ নিযুক্তি আঙুলিৰ মূৰত লেখিব পৰা। এইবিলাক বিভাগৰ মূখ্য কাৰ্য্যালয়সমূহ হয় কলিকতাত নহয় নতুন দিল্লীত। চাকৰিত নিয়োগৰ কাৰণে বিজ্ঞাপনসমূহ অসমৰ স্থানীয় কাগজ-পত্ৰত নোলায় অকল ৰাষ্ট্ৰীয় কাগজ-পত্ৰতহে ওলোৱা দেখা যায়। কোনোবাই কিবা উপায়েৰে গম পাই আবেদন কৰিলেও সাক্ষাৎকাৰৰ আমন্ত্ৰণ পত্ৰ সময়ত আহি নাপায় আৰু কেতিয়াবা

ভুলক্ৰমে এইখিনি আহি পালেও বিশেষ গোটৰ লোকৰ হাতত পৰিলে হয়তো তাতেই লুপ্ত হয় নহয় সাক্ষাৎকাৰ হৈ যোৱাৰ পিছত পোৱাকৈ বিতৰণৰ ব্যৱস্থা কৰে। এনকুৱাকৈ প্ৰায়বোৰ ক্ষেত্ৰতে সকলো সময়তে ঠগ খাই অহা অসমীয়া সমাজে সকলো কথা গম পাইও একো কৰিব নোৱাৰা পৰিস্থিতিৰ সন্মুখীন হৈ আহিছে আৰু শেষত অনেকবাৰ প্ৰতিবাদ জনোৱা স্বত্বেও চৰকাৰৰ ফালৰ পৰা কোনো ধৰণৰ সঁহাৰি নাপাই চৰকাৰৰ বিৰুদ্ধে আন্দোলন চলাবলৈ বাধ্য হ'ল। তাকে দেখি আগৰে পৰা হতাশাত ভুগি থকা ছাত্ৰ সমাজেও অতিষ্ঠ হৈ আন্দোলনত জপিয়াই পৰিল। নক'লেও হ'ব যে এই আন্দোলনটো গঢ় লৈ উঠিছিল সদৌ অসমবাসীৰ পূৰ্ণ সমৰ্থন আৰু সহযোগত। এই আন্দোলনৰ মুখ্য উদ্দেশ্য আছিল বিদেশী বহিস্কাৰ কৰা; কিন্তু এইদৰে ছয় বছৰবো অধিক কাল আন্দোলন চলাই যোৱাৰ মূল কাৰণ হ'ল— অন্ধকাৰ ভৱিষ্যতৰ চিন্তা, উমি উমি জ্বলি থকা ঘৃণাৰ জুইকুৰা বাঢ়ি আহি ভয়াবহ ৰূপ ধাৰণ কৰা পৰিস্থিতি, ৰাইজৰ অটুত মনোবল আৰু সহায়-সহযোগ। সম্পূৰ্ণ গণতান্ত্ৰিক ভাবে, একেৰাহে ছয় বছৰ ধৰি আন্দোলন চলাই অসমে বিশ্বৰ আগত এক ইতিহাস ৰচিলে হয়, কিন্তু অন্তত কি পালে? মাথো হতাশা আৰু হতাশা। ইমানতো চৰকাৰৰ গা নলৰিল, ফলত আন্দোলনকাৰীৰ কিছুমানে অসমত এখন 'স্বাধীন অসম' গঢ়াৰ উদ্দেশ্যে ভাৰত চৰকাৰৰ বিৰুদ্ধে অস্ত্ৰ হাতত তুলি ল'লে, আৰু ঘৰবাৰী এৰি জংঘলত আশ্ৰয় ল'লে। ইয়াতে সংযুক্ত অসম মুক্তি বাহিনী (ULFA–United Liberation Front of Assam)ৰ জন্ম হ'ল। আৰু তাৰ পিছত এফালে উগ্ৰপন্থীৰ সন্ত্ৰাস আৰু আনফালে উগ্ৰপন্থী দমনত ৰাষ্ট্ৰসন্ত্ৰাস দুয়োটাতে অসমৰ ৰাইজে জীয়াতু ভুগিলে।

চৰকাৰৰ এই অনৈতিক নাতি ষড়যন্ত্ৰী মহলৰ সুবিধাবাদী ভূমিকাসমূহৰ কথা ক'বলৈ গ'লে কৈ অন্ত কৰিব নোৱাৰি। উল্লেখ কৰিব পাৰি যে ইংৰাজসকলে পাতি থৈ যোৱা চাহ বাগিচাকেইখনৰ উপৰিও নতুনকৈ সম্প্ৰসাৰণ হোৱা বাগিছা বিলাকৰ পৰা উৎপাদিত চাহৰ পৰিমাণ ভাৰতবৰ্ষৰ মুঠ উৎপাদনৰ ৬৫ ভাগ চাহ অসমত উৎপাদন হয় যদিও চাহসন্থাৰ মুখ্য কাৰ্য্যালয় কলিকতাত অৱস্থিত। তাৰ ফলত চাহপাত বিক্ৰীৰ পৰা পাবলগীয়া ৰাজহখিনি অসমৰ সলনি পশ্চিমবঙ্গ চৰকাৰে ভোগ কৰি আছে। মাথো সৌ-সিদিনা গুৱাহাটীত এটা চাহপাত বিক্ৰী কেন্দ্ৰ (Tea Auction Centre) পাতি কিছুপৰিমাণৰ চাহপাত ইয়াৰ জৰিয়তে বিক্ৰী কৰাৰ দিহা কৰা হৈছে। তথাপিও দেখা যায় যে এইদৰে গুৱাহাটী চাহ বিক্ৰী কেন্দ্ৰত চাহপাত বিক্ৰী কৰি পোৱা ৰাজহখিনি কলিকতাৰ চাহ কেন্দ্ৰত

বিক্ৰী কৰি পোৱা ধনৰ তুলনাত অতি নগণ্য। ইয়াৰ মুখ্য কাৰ্য্যালয়টো ইয়ালৈ অহা হ'লে চাহপাত বিক্ৰী কৰি এটা বুজন পৰিমাণৰ ধন ৰাহি কৰিব পৰা গ'লহেঁতেন, লগতে কিছুমান স্থানীয় লোকৰ নিযুক্তিও হ'লহেঁতেন।

দ্বিতীয়তে, ৰেলবিভাগৰ পাকচক্ৰৰ বিষয়ে ক'ব পাৰি। ঐতিহাসিক অসম আন্দোলনৰ বহু আগৰে পৰা, ৰঙিয়াত এটা উপচক্ৰ (Railway sub-division) স্থাপনৰ দাবী সময়ে সময়ে উত্থাপিত হৈ আহিছে যদিও আজিলৈ তাৰ মেৰপাক ভাঙিব পৰা নাই। কিবা নহয় কিবা এটা অজুহাত দেখুৱাই ইয়াৰ নিৰ্মাণ কাৰ্য্য পিছুৱাই আছে। উল্লেখ কৰিব পাৰি যে অসমত থকা ৰেল শাখাটো এতিয়াও কাতিহাৰপুৰ জংচনৰ অধীনত, অৰ্থাৎ এই অঞ্চলটোৰ আটাইবোৰ ষ্টেচনৰ পৰা বয়-বস্তু উঠা-নমা কৰাৰ মাচুলখিনি পশ্চিমবঙ্গ চৰকাৰলৈ গৈ আছে। ৰঙিয়াত sub-divisionটো হৈ উঠিলে ইয়াৰ কিছু অংশ অসমেও পাব আৰু পশ্চিমবঙ্গ চৰকাৰৰ ভাগ অলপ হ'লেও কমি যাব। সেয়ে অগত্যা ইয়াত sub-divisionটো দিব লগা হ'লেও কোনটো ষ্টেচনলৈ ইয়াৰ অধীনত আহিব সেই লৈ বাদানুবাদ চলি আছে। যিহেতু নিউ বঙ্গাইগাওঁ ষ্টেচনত এই অঞ্চলৰ ভিতৰত আটাইতকৈ বেছি বয়-বস্তু (পেট্ৰোলিয়াম সামগ্ৰিকে ধৰি) উঠা-নমা হয় সেয়ে পশ্চিমবঙ্গ চৰকাৰে ইয়াক এৰিব খোজা নাই আৰু ইয়াক ৰাখিবৰ কাৰণে পাৰ্য্যমানে চেষ্টা চলাই আছে।

ইয়াৰ পাছতে উল্লেখ কৰিব পাৰি অসমৰ অন্যতম খনিজ সম্পদ খাৰুৱা তেল, যাৰ ওপৰত ভিত্তি কৰি বাৰাউনি শোধনাগাৰকে ধৰি অসমৰ আটাইকেইটা তেল শোধনাগাৰ (সৰুকৈ হ'লেও) স্থাপিত হৈছে। বিশেষ মন কৰিবলগীয়া এই যে— অসম আন্দোলনৰ সময়ত দুই-এদিনৰ কাৰণে হ'লেও, অসমৰ পৰা বাৰাউনিলৈ যোৱা তেলৰ পাইপলাইন বন্ধ থাকোতে চৰকাৰী বিজ্ঞপ্তিত কোৱা মনত আছে যে— বন্ধৰ ফলত প্ৰতিদিনে দুশ কোটিকৈ টকাৰ হানি হৈছিল। ইয়াৰ পৰাই অনুমান কৰিব পাৰি কিমান পৰিমাণৰ খাৰুৱা তেল অসমৰ পৰা ওলাই গৈ আছে। তাৰ বিনিময়ত অসমে পাইছে কি? নিযুক্তিৰ নামত শূণ্য আৰু ৰাজহৰ ক্ষেত্ৰতো তেনেকুৱাই—খাৰুৱা তেলখিনিৰ ওপৰত নামমাত্ৰ এটা ৰয়েল্টি পাই আছে আৰু নিবনুৱা সমস্যা সমাধাণৰ ক্ষেত্ৰত, যিটো সমস্যাৰ কাৰণে অসমে ইমান দিন ভুগি আছে অসমৰ অকণমানো লাভ নহ'ল। আটাইতকৈ দুখৰ কথা, খাৰুৱা তেল উৎপাদন কৰা অনুষ্ঠান দুটা ONGC আৰু Oil India Ltd.ৰ মুখ্য কাৰ্য্যাল য় দুটাও অসমৰ বাহিৰত— এটা Dehra Dunত আৰু আনটো New Delhiত। যেতিয়াই অসমত থকা ইয়াৰ

কাৰ্য্যালয়ত খালি ঠাই ওলায় প্ৰথমে মুখ্য কাৰ্য্যালয়ৰ পৰা অৰ্হতাসম্পন্ন লোক আনি বহুৱাই দিয়ে। পিছত মুখ্য কাৰ্য্যালয়ত উৎপন্ন হোৱা খালি ঠাইকেইটা (Localy) তাৰেই পুৰাই লয়।

বেঙ্ক, জীৱনবীমা বা ডাক-পৰিবহন বিভাগৰ কথা তেনেই সুকীয়া। এই অঞ্চলত থকা অফিচবোৰত খালি ঠাই পুৰাবলৈ হ'লে দৰকাৰী বিজ্ঞাপনসমূহ প্ৰথমতে কলিকতা বা দিল্লীৰ কাকতত ওলায়। ফলত ইয়াৰ মানুহে গমকে নাপায়। কেতিয়াবা গম পালেও ইণ্টাৰভিউ কল পাওঁতে বহু পলম হৈ যায়। এনে ধৰণৰ চল-চাতুৰি প্ৰায়েই চলি থাকে। সদায়ে এই ধৰণৰ কাহিনী গম পাই থাকিলে বা কাগজে-পত্ৰে দেখি থাকিলে যিকোনো মানুহেই খণ্ডত উত্তেজিত হোৱাটো স্বাভাৱিক আৰু মাক-বাপেকৰ পৰা শুনি শুনি ল'ৰা-ছোৱালীলেয়েও এদিন বিদ্ৰোহী হৈ উঠে। এইদৰে সমাজৰ সকলো শ্ৰেণীৰ মাজত বিদ্ৰোহৰ ভাৱনা জাগি উঠি চৰমসীমাত উপনিত হ'লেই এক জন-আন্দোলনৰ সৃষ্টি হয়।

সেয়ে হ'লেও, বিদ্ৰোহৰ উৎপত্তিৰ কাৰণ যিয়েই নহওঁক লাগে, যিকোনো চিন্তাশীল ব্যক্তিয়ে উগ্ৰপন্থীৰ কাৰ্য্যকলাপত সমৰ্থন দিব নোৱাৰে, কাৰণ সকলো মানুহে সুখ-শান্তিৰে বাছি থাকিব বিচাৰে। কিন্তু এটা কথা ঠিক যে শান্তি এনেয়ে নাহে। ইয়াক পাবলৈ হ'লে চৰকাৰ আৰু ৰাইজৰ সহযোগ লাগে লগতে উমৈহতীয়া প্ৰচেষ্টাৰ একান্তই প্ৰয়োজন। এইখিনিতে এটা কথা আঙুলিয়াব পাৰি যে এই অঞ্চলটোত, বিশেষকৈ অসম আৰু মেঘালয়ত থকা প্ৰাকৃতিক সম্পদসমূহ উপযুক্তভাৱে সম্পূৰ্ণৰূপে প্ৰয়োগ কৰিব পাৰিলে সমগ্ৰ অঞ্চলটোৱে আৰ্থিক উন্নতিৰ পথত আগবাঢ়িব পাৰিব। ইয়াৰে এটা সম্পদ হ'ল, মেঘালয়ত থকা চূণশিলৰ বিশাল ভাণ্ডাৰ। চৰকাৰে মন কৰিলে এই চূণশিলৰ ওপৰত এটা নহয়, দুটা নহয়, দহোটা Mega Cement Plant বহুৱাব পাৰে। চিমেণ্টৰ কাৰণে দৰকাৰী Limestone and clay মেঘালয়ত প্ৰায় এশ বছৰ ধৰি চলিব পৰাকৈ মজুত আছে। অসমৰ দিনতে নিৰ্মিত Meomluh-Cherra Cement Plant Ltd.ৰ উপৰিও অলপতে Dudhnoiত এটা আৰু Sutgnaৰ ওচৰত আন এটা সৰু চিমেণ্ট প্ৰকল্পৰ উৎপাদন ইতিমধ্যে আৰম্ভ হৈছে।

অসমৰ বোকাজান চিমেণ্ট প্ৰকল্প আৰু গৰমপানীত থকা সৰু চিমেণ্ট প্ৰকল্পৰ উপৰি নাগালেণ্ডতো এটা সৰু চিমেণ্ট প্ৰকল্পৰ কাম চলি আছে। তথাপি এই আটাইকেইটা সৰু চিমেণ্ট প্ৰকল্পৰ উৎপাদন লগ লগালেও ই এই অঞ্চলৰ মুঠ চাহিদাৰ দহ শতাংশতকৈ বেছি পুৰণ কৰিব নোৱাৰে। নতুনকৈ আৰু দুটা বা তিনিটা Mega Cement Plant এই অঞ্চলটোত বহুৱালেহে

ইয়াৰ চাহিদাখিনি পূৰণ কৰিব পাৰিব। শুনি সুখী হ'ব যে প্ৰস্তাবিত বৰ্ণিহাত ৰেল লাইন প্ৰকল্প আৰু ৰঙজেঙ-ধূপধৰা ৰেললাইন প্ৰকল্প দুটা হৈ উঠিলে মেঘালয়লৈ খোৱা বস্তু যোগানত আৰু মেঘালয়ৰ পৰা কেঁচা সামগ্ৰী বা অন্য উৎপাদিত সামগ্ৰী (Granite slab cutting and polishing Industryটো large scaleত আৰম্ভ হ'লে) ইয়াৰ পৰা বাহিৰলৈ পঠোৱাত বিশেষ সুবিধা হ'ব। তাতোকৈ সুখৰ কথা এই যে ইয়াৰ দ্বাৰা বহু লোকৰ জীৱিকা নিৰ্বাহ হোৱাৰ উপৰিও গোটেই অঞ্চলটোৱে আৰ্থিক উন্নতি হ'ব আৰু তেতিয়াই ইয়াত শান্তি বিৰাজ কৰিব বুলি আশা কৰিব পাৰি।

ইয়াৰ উপৰি বন্ধ হৈ পৰি থকা Mendipatharৰ Ceramic Industry, জাগীৰোডৰ Spun Mill, ডেৰগাঁৱৰ চেনিকল আৰু যোগীঘোপাৰ অশোক পেপাৰ মিলটো পুনৰ্জীৱীত কৰিব পাৰিলে, অন্য নহ'লেও এইবিলাক কাৰখানাত চাকৰি হেৰুওৱা লোকসকলৰ পুনৰসংস্থাপন হ'ব আৰু তেওঁলোকৰ পৰিয়ালবৰ্গই পেটৰ ভোকত মৰাৰ পৰা বাচিব।

শেষত এই অঞ্চলটোৰ আটাইতকৈ ডাঙৰ সম্পদ, ইয়াৰ অভূতপূৰ্ব জল সম্পদৰাশী, যাক সম্পূৰ্ণৰূপে নহ'লেও, তাৰ আধাও কামত লগাব পাৰিলে অকল উত্তৰ-পূব অঞ্চলেই নহয়, সমগ্ৰ ভাৰতবৰ্ষখনকে পোহৰাই পেলাব পৰা যাব। ইয়াৰ বিনিময়ত সংশ্লিষ্ট ৰাজ্য কেইখনেই নহয়, পৰোক্ষভাৱে হ'লেও গোটেই অঞ্চলটোৱে লাভবান হ'ব।

মুঠতে এইটো স্বীকাৰ নকৰি নোৱাৰি যে যদি চৰকাৰে একান্তই এই অঞ্চলটোৰ উন্নতি তথা শান্তি ঘুৰি অহাতো বিচাৰে তেনেহ'লে ওপৰত উদ্ধৃত কৰা প্ৰকল্পকেইটাৰ বাহিৰেও আৰু কিছুমান উদ্যোগ হাতত ল'ব লাগিব। ইয়াৰ দ্বাৰাই নিবনুৱা সমস্যাটো (সম্পূৰ্ণৰূপে নহ'লেও) কিছু পৰিমাণে সমাধান কৰাত সহায় হ'ব। তাৰোপৰি ডাঙৰ উদ্যোগৰ লগত জড়িত Support base Industries and down-line Industry সমূহৰ জৰিয়তে অঞ্চলটোৰ নিবনুৱা যুৱকসকলে নিজে নিজেই জীৱিকা উলিয়াবলৈ সক্ষম হ'ব। এইদৰে প্ৰায়বোৰ লোকৰ নিয়োগৰ ব্যৱস্থা হ'লেহে সমাজৰ আৰ্থিক অৱস্থা উন্নত হ'ব, অন্যথাই অঞ্চলটোৰ দুখীয়া ৰাইজ দুখীয়া হৈয়ে ৰ'ব আৰু উগ্ৰপন্থীৰ সমস্যাটোও সমাধান হোৱা দূৰৰ কথা, ই বেয়াৰ পৰা অধিক বেয়ালৈ অগ্ৰসৰ হোৱাৰ সম্ভাৱনাই অধিক। ○

---

*শ্ৰীমতী মিনতি শৰ্ম্মা এগৰাকী অধিবক্তা। সমাজকৰ্ম্মী। সাহিত্যৰ প্ৰতি শ্ৰদ্ধা আছে।*

# গ্ৰাহক সুৰক্ষা আইন
# গ্ৰাহক আৰু চৰকাৰৰ কৰ্ত্তব্য আৰু দায়বদ্ধতা

মিনতি শৰ্ম্মা

গ্ৰাহক সুৰক্ষা আইনখন গ্ৰাহক ৰাইজৰ সুৰক্ষাৰ কাৰণে অতি গুৰুত্বপূৰ্ণ পদক্ষেপ। আজি সৰ্ব্ব ভাৰতত এই আইনৰ অধীনত 'ডিষ্ট্ৰিক্ত ফ'ৰাম' (District Forum), 'ষ্টেট কমিচন' (State Commission) আৰু নতুন দিল্লীত 'নেচনেল কমিচিন' (National Commission) গঠিত হৈছে।

উপভোক্তা 'ফ'ৰাম' সমূহৰ 'আৰ্থিক একতিয়াৰ' (Pecuniary jurisdiction) বেলেগ বেলেগ, যেনে এজন গ্ৰাহকে এপইছাৰ পৰা পাঁচ লাখ টকাৰ ভিতৰত গোচৰ থাকিলে 'ডিষ্ট্ৰিক্ত ফ'ৰাম' (District Forum)ত গোচৰ দখিল কৰিব পাৰে আৰু পাঁচলাখৰ পৰা বিশ লাখ মূল্যৰ গোচৰ তৰিবলৈ হ'লে 'ষ্টেট কমিচন' (State Commission)ৰ ওচৰ চাপিব লাগে। বিশ লাখৰ ওপৰৰ যি কোনো দাবীৰ গোচৰ তৰিবলৈ হ'লে 'নেচনেল কমিচন' (National Commission)ত তৰিব লাগে। 'ষ্টেট কমিচন' (State Commission) আৰু 'নেচনেল কমিচন' (National Commission)ত এপিলৰ আবেদন কৰিবও পাৰে যদিহে ডিষ্ট্ৰিক্ত (District) বা ষ্টেট ফ'ৰাম (State Commission)ৰ ৰায়ৰ দ্বাৰা সংগতভাৱে ন্যায় পোৱা নাই বুলি ভাৱে।

সৰ্বসাধাৰণ ৰাইজে প্ৰতি খোজতে ক'লা বেপাৰীৰ উপদ্ৰৱত নিম্ন মানদণ্ডৰ বস্তু বৰ্দ্ধিত দামত কিনিবলগা হয়, আৰু ভেজাল বস্তু খাই বিভিন্ন বেমাৰৰ উপৰিও মৃত্যুৰ মুখত পৰা দেখা যায়। এনেবোৰ সমস্যাৰ সহজ সমাধান বিচাৰি ৰাইজে অতদিনে হাবাথুৰি খাই ফুৰিছিল। যিহেতু প্ৰচলিত আইন আৰু আদালতসমূহৰ ব্যয়বহুল আৰু অন্ত নোহোৱা লেহেম গতিৰ সন্মুখীন হোৱাৰ সাহস বা আৰ্থিক প্ৰস্তুতি সাধাৰণ ৰাইজৰ নাথাকে; ফলস্বৰূপে ৰাইজে একশ্ৰেণীৰ সংগঠিত শোষক বেপাৰীৰ স্বেচ্ছাচাৰীতাৰ বলি হৈ দিন কটাই আহিছে। বৰ্ত্তমানে গ্ৰাহক সুৰক্ষা আইনৰ অধীনত উপৰোক্ত ফৰামসমূহত এখন সহজ ভাষাৰে লিখা আবেদনেৰে এজন গ্ৰাহকে কোনো মাচুল নোহোৱাকৈ নিজেই এটা গোচৰ তৰিব পাৰে। সেয়েহে এই আইনক ৰাইজৰ আইন বুলি ক'ব পাৰি। গ্ৰাহকসকলে এই আইনৰ সহায়ত দোষীক শাস্তি বিহাই বজাৰৰ মানদণ্ড উচ্চ কৰিব পাৰে। ইয়াকে কৰিবলৈ গ্ৰাহকসকলে আইনখনৰ কথাসমূহ ভালদৰে আয়ত্ব কৰিবলৈ বিক্ৰেতা বা ব্যৱসায়ীসকলৰ দোষ

বা অৱহেলাৰ বাবে হোৱা গ্ৰাহকৰ ক্ষয়-ক্ষতিসমূহ নিৰ্ম্মূল কৰাৰ উপৰিও এখন নিকা বজাৰ পাবৰ বাবে আবেদন জনাই প্ৰয়োজন সাপেক্ষে ক্ষতিৰ দাবী কৰিব পাৰে।

'ডিষ্ট্ৰিক্ত ফ'ৰামে' এখন আবেদন পোৱাৰ লগে লগে বিপক্ষক কাৰণ দৰ্শাবলৈ দিয়ে। আবেদনখন যদিহে কোনো ভেজাল বস্তুৰ ওপৰত হয়, তেনেহ'লে ফ'ৰামে, গ্ৰাহকে আগবঢ়োৱা ভেজাল বস্তুৰ নমুনা গৱেষণাগাৰলৈ পৰীক্ষাৰ বাবে পঠায় আৰু পৰীক্ষাৰ ফলাফলত যদি অভিযোগ প্ৰমাণিত হয় তেতিয়া বিপক্ষক দোষী সাব্যস্ত কৰি অতি কম সময়ৰ ভিতৰতে নিম্নলিখিত প্ৰতিকাৰসমূহ গ্ৰাহকক দিব পাৰে এই আইনৰ ধাৰা ১৪ৰ অধীনত।

১) বস্তুৰ দোষসমূহ সম্পূৰ্ণৰূপে আঁতৰাই তাৰ মানদণ্ড উন্নত কৰাৰ আদেশ।

২) বিক্ৰেতাৰ দ্বাৰা গ্ৰাহকক উচ্চ মানদণ্ডৰ বস্তু বদলি কৰি দিয়াৰ আদেশ।

৩) গ্ৰাহকে বিচাৰিলে মূল্য ঘূৰাই দিয়াৰ আদেশ।

৪) বিক্ৰেতাৰ দোষ বা অৱহেলাৰ বাবে হোৱা ক্ষয়-ক্ষতিৰ প্ৰকৃত ক্ষতিপূৰণ দিয়াৰ আদেশ।

৫) টেলিফোন, বিদ্যুৎ বিভাগ, পৌৰনিগম, বেঙ্ক, ডাকঘৰ, ৰেল বিভাগ ইত্যাদি জাতীয় সেৱাৰ ক্ষেত্ৰত তেওঁলোকৰ অক্ষমতা বা ক্ৰুটিপূৰ্ণ সেৱা শোধন কৰাৰ আদেশ।

৬) অসৎ ব্যৱসায় বন্ধ কৰাৰ লগতে ভৱিষ্যতে ইয়াৰ পুনৰাবৃতি নকৰিবলৈ আদেশ।

৭), ৮) গ্ৰাহকৰ অন্যায় বা অনিষ্ট হ'ব পৰা বয়-বস্তু বিক্ৰী নকৰাৰ আৰু তেনে বস্তু সম্পূৰ্ণৰূপে নিৰ্ম্মূল কৰাৰ আদেশ।

উপৰোক্ত কথাখিনিৰ পৰা বুজা যায় যে গ্ৰাহকসকলে ভোগ কৰি থকা সমস্যাসমূহৰ সমাধানৰ অৰ্থে বিভিন্ন নিৰাময়ৰ উপায় আইনখনৰ অধীনত গ্ৰাহকে সহজে পাব পাৰে, 'ফ'ৰাম'ৰ সহজ আৰু সৰল নিয়মাৱলীৰ মাজেৰে।

সেয়েহে আইন ব্যৱস্থাৰ ইতিহাসত এই আইনখনক এক বিশিষ্ট পদক্ষেপ বুলিব পাৰি। কিন্তু এই আইনখনৰ সফলতা সম্পূৰ্ণ নিৰ্ভৰ কৰিছে গ্ৰাহকৰ সজাগতা আৰু আইনৰ ধাৰাসমূহ ভালদৰে আয়ত্ব কৰি লৈ বৰ্ত্তমান চলি থকা ওপৰোক্ত ব্যভিচাৰসমূহৰ বিপক্ষে সৎ সাহসেৰে যুঁজ দিব পৰা ক্ষমতাৰ ওপৰত।

• ব্যৱসায়ী আৰু বিক্ৰেতাসকলেও এই আইনৰ গুৰুত্ব আৰু তেওঁলোকৰ কাৰ্য্যৰ ওপৰত হ'বলগীয়া প্ৰতিফলনৰ বিষয়ে গাইগুটীয়া আৰু সমূহীয়াভাৱে স্বাক্ষৰিত কৰোৱাৰ দায়িত্ব চৰকাৰৰ তৰফৰ পৰা লোৱা উচিত। সমাজসেৱী সংগঠনসমূহে এই ক্ষেত্ৰত ৰাইজক যথেষ্ট সহায় কৰিব পাৰে। যদিহে তেওঁলোকে নিজৰ সংগঠনটোক 'কম্পেনি' (Company) আইনৰ অধীনত গ্ৰাহক সুৰক্ষা সমিতি

(Consumer Association) নামেৰে পঞ্জীভূত কৰি লয় আৰু ৰাইজৰ হৈ অনুষ্ঠানৰ নামেৰে বজাৰৰ দূষিত বস্তুৰ চৰা দাম, টেলিফোন, পৌৰ নিগম, বিদ্যুৎ বিভাগ, ৰেল বিভাগ আদিৰ দোষপূৰ্ণ বা অৱহেলিত সেৱাৰ বিপক্ষেও আবেদন 'ফ'ৰামত গোচৰ দি ৰাইজক বজাৰৰ আৰু বিভিন্ন সেৱাসমূহৰ দ্বাৰা কৰি থকা শোষণ বা অন্যায়ৰ প্ৰতিকাৰ কৰাব পাৰে।

ভাৰতৰ বিভিন্ন ৰাজ্যত ৰাইজে এই আইনৰ অধীনত ফ'ৰামসমূহৰ জৰিয়তে অন্যায়ৰ বিৰুদ্ধে যুঁজ কৰি বহুতো সকাহ লৈছে। দুখৰ বিষয় এই যে আমাৰ উত্তৰ-পূব ভাৰতৰ ৰাইজে এতিয়াও আশা কৰা অনুযায়ী এই আইনৰ সা-সুবিধাবিলাক ল'বলৈ শিকা নাই। ইয়াৰবাবে আমি ঘাইকৈ চৰকাৰকেই দোষী সাব্যস্ত কৰিব পাৰো। এখন আইন প্ৰণয়ন কৰি দিলেই চৰকাৰৰ দায়িত্ব শেষ হৈ নাযায়। আইনখনক সৰলিকৰণৰ মাজেৰে ৰাইজক সহজভাৱে আইনৰ উদ্দেশ্য বুজাই দি তাৰ সা-সুবিধা বিলাক ল'বলৈ সৰ্ব্বসাধাৰণ ৰাইজক অৱগত কৰোৱাৰ দায়িত্বও চৰকাৰৰেই। এই ক্ষেত্ৰত চৰকাৰৰ বিফলতাৰ বাবেই এই আইনৰ অধীনত সা-সুবিধাবোৰ ল'ব পৰা নাই।

আন আন ৰাজ্যত ফ'ৰামসমূহে দি থকা ৰায় দুটামানৰ উদাহৰণৰ মাজেৰে সেই ৰাজ্যসমূহৰ গ্ৰাহকে লোৱা সুবিধাবোৰৰ দুই এটা চানেকি ৰাইজৰ জ্ঞাতাৰ্থে আগবঢ়ালো— জীৱন বীমাৰ আঁচনিখন পৰিকল্পনা কৰা হৈছিল মানুহক এটা আৰ্থিক সুৰক্ষাৰ ভৱিষ্যত দিয়াৰ উদ্দেশ্যে। কিন্তু, বহুতো ক্ষেত্ৰত দেখা গৈছে যে জীৱন বীমা কৰোঁতাৰ অকাল মৃত্যুৰ ক্ষেত্ৰত তেওঁৰ উত্তৰাধিকাৰী বা বিধৱা পত্নী আৰু সন্তান আদিক দিবলগীয়া জীৱন বীমাৰ টকা বীমা নিগমে সময় বিশেষে কিছুমান কাৰিকৰী বা যুক্তিহীন কাৰণত দিবলৈ অস্বীকাৰ কৰি দুখীয়া উত্তৰাধিকাৰী বা বিধৱা গৰাকীৰ সৈতে সন্তানসকলক বিভিন্ন ধৰণে হাৰাশাস্তি কৰে। এনে হাৰাশাস্তিৰ বলি হৈ বহুতো মানুহে জীৱন বীমাৰ পাওনাৰ পৰা বঞ্চিত হৈ আহিছে। তেনেবোৰ দুখীয়া লোকে অতদিনে আইনৰ কাষ চাপিব পৰা নাছিল, ইয়াৰ ব্যয়বহুলতা আৰু লানি নিছিগা কোৰ্ট-কাছাৰীৰ গোচৰৰ বাবে। বৰ্ত্তমানে এই 'ফ'ৰাম'সমূহে হাজাৰ হাজাৰ তেনে উপেক্ষিত লোকক জীৱনবীমাৰ টকা জীৱন বীমা নিগমক দিবলৈ বাধ্য কৰাইছে। এনে এটা গোচৰত 'গুজৰাট'ত জীৱন বীমা কৰাৰ ন মাহৰ ভিতৰতে বীমাকাৰীৰ মৃত্যু হোৱা বাবে বীমা নিগমে ব্যক্তিজনৰ বেমাৰৰ বিষয়ে বীমা নিগমক লুকুৱাই জীৱন বীমা কৰাৰ আৰোপ আনি বীমাৰ টকা বিধৱা পত্নীক দিবলৈ অস্বীকাৰ কৰাত বিধৱা পত্নীয়ে 'ফ'ৰাম'ত আবেদন দাখিল কৰে। গুজৰাটৰ 'ষ্টেট কমিচ্নে' তেওঁৰ আবেদন মঞ্জুৰ কৰি বীমাৰ সম্পূৰ্ণ পইছা, ওঠৰ শতাংশ সুত আৰু গোচৰৰ খৰছসহ আদায় দিবলৈ আদেশ দিয়ে। জীৱন বীমা নিগমে এই ৰায়ৰ বিৰুদ্ধে

'নেচনেল কমিচন'ত এপিল কৰে, কিন্তু 'নেচনেল কমিচনে' এই এপিল নাকচ কৰি বিধবা গৰাকীক ইমান বছৰে হাৰাশাস্তি কৰাৰ বাবদ তলৰ ফ'ৰামে দিয়া ৰায়ৰ ওপৰত আৰু বিশ হাজাৰ টকা বঢ়াইহে দিলে। 'নেচনেল কমিচনে' যুক্তি দৰ্শালে যে বিধবা গৰাকী আৰু তেওঁৰ সন্তানসকলক বীমা নিগমে ইমান বছৰে কৰা হাৰাশাস্তিক কোনো নিয়মেৰে জুখিব নোৱাৰি। সেয়েহে 'ষ্টেট কমিচনে' দিয়া ৰায়ৰ সাপেক্ষে ৰায় দি উপৰোৱাকৈ আৰু বিশ হাজাৰ টকাৰ ক্ষতি পূৰণ বঢ়াই দিলে। (Reported the CPR, 1992, Vol-I Page 227)

একে ধৰণেৰে গ্ৰাহক ৰাইজে ডাক বিভাগৰ হাতত বহুতো লটি-ঘটি হৈ আহিছে। যাৰ বিষয়ে কৈ অন্ত পেলাব নোৱাৰি। অন্ধ্ৰ প্ৰদেশৰ 'ষ্টেট কমিচনে' দিয়া এটা ৰায়ত আবেদন কৰোঁতাক ক্ষতিপূৰণ আদায় দি 'ফ'ৰামে' মত পোষণ কৰিছে যে ডাক বিভাগৰ কৰ্মচাৰীৰ কৰ্মৰ প্ৰতি অৱহেলাৰ বাবে ভুল ঠিকনাত ডাক দিয়াৰ ফলত যদি কাৰোবাৰ লোকচান বা ক্ষতি কৰে, তেনে ক্ষেত্ৰত সেই অসাৱধানতাক 'অক্ষমনীয় অৱহেলা' বুলিব পাৰি। তাৰ বাবে ডাক বিভাগে ক্ষতি-পূৰণ দিয়াৰ যোগ্য। এনে ধৰণৰ ক্ষতিপূৰণ আন বহুতো চৰকাৰী, বেচৰকাৰী কোৰিয়াৰ চাৰ্ভিচ ইত্যাদি বিভাগৰ বিপক্ষে আবেদনকাৰী সকলক বিভিন্ন ধৰণে 'ফ'ৰাম' সমূহে ক্ষতিপূৰণ দি আছে আন ৰাজ্যসমূহত। অসমত কিন্তু সাধাৰণ ৰাইজে এনেবোৰ কথাত 'ফ'ৰাম'ৰ ওচৰ চপাৰ কথা চিন্তা কৰিবলৈ তেনেকৈ শিকা নাই। ফলস্বৰূপে আমি অন্যায়-অনিয়মৰ চিকাৰ হৈ আহিছো, নিজৰ হাততে তাৰ প্ৰতিকাৰৰ উপায় থকা স্বত্বেও।

মটৰ দুৰ্ঘটনাত মৃত্যু হোৱা বা আঘাতপ্ৰাপ্ত হোৱাৰ বাবে ক্ষতিপূৰণ বিচাৰি এই 'ফ'ৰাম'সমূহলৈকে যাব পাৰি য'ত কোনো খৰছ নোহোৱাকৈ অতি কম সময়ৰ ভিতৰতে ক্ষতিপূৰণ পাবলৈ আবেদনকাৰী সক্ষম হয়। বীমা নিগমসমূহৰ বিপক্ষেও যিকোনো ক্ষতিপূৰণৰ বাবে সময় নষ্ট নকৰি গ্ৰাহকে 'ফ'ৰাম'ৰ কাষ চাপিব পাৰে। ৰেডিঅ', টেলিভিশ্যন, কাপোৰ ধোৱা মেছিন, আন যিকোনো বস্তু, নিজৰ ব্যৱহাৰৰ বাবে কিনা গাড়ী, চাইকেল, মটৰ পাম্প ইত্যাদি কিনাৰ পিছত যদিহে তাত কিবা দোষ-ত্ৰুটি ওলায় আৰু বিক্ৰেতাই গোচৰৰ সহাৰি নিদিলে, 'ফ'ৰাম'ত আবেদগন জনালে তেনে দোষপূৰ্ণ বস্তুসমূহ বদলি কৰি দিবলৈ আদেশ দিয়ে। লগতে ক্ষয়ক্ষতি থাকিলে ক্ষতিপূৰণ দিবলৈও আদেশ দিয়ে।

এনে বিষয়ত নিষ্পত্তি হোৱা কেইটামান কেচৰ উদাহৰণ তলত দিয়া হ'ল।

(CPG-1994, VOL-II, Page 312; CPG-1994, VOL-II, Page 326; CPR-1995, VOL-II, Page 329)

টেলিফোন বিভাগক লৈ ৰাইজৰ এশ-এবুৰি সমস্যা। মোকৰ্দ্দমা কৰি সকমস্যা বঢ়োৱাৰ ভয়তে গ্ৰাহকে কাছাৰীলৈ নোযোৱাৰ সুবিধা লৈ অতদিনে এই বিভাগে

গ্ৰাহকক পানীত হাঁহ নচৰা অৱস্থা কৰি আহিছে। বৰ্তমানে এই বিভাগৰ স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে শ-শ আবেদন 'ফ'ৰাম'ৰ আগত দাখিল হ'ব ধৰিছে। আৰু 'ফ'ৰাম'সমূহে মানৱতাৰ দৃষ্টিভঙ্গীৰে গ্ৰাহকসকলক সকাহ দিছে। এনে এটা কেচত, কেচৰ ৰায় মতে গ্ৰাহকক কোনো আগতীয়া জাননী নিদিয়াকৈ টেলিফোনৰ লাইন কাটি দিয়াৰ অধীকাৰ এই বিভাগৰ নাই আৰু তেনে কৰাৰ অপৰাধত গুজৰাটৰ 'ষ্টেট কমিচনে' পাঁচহাজাৰ টকালৈকে ক্ষতিপূৰণ দিয়া দেখা গৈছে (CPR-1995, VOL-II, Page-441)।

বেঙ্কসমূহকো বিভিন্ন জিলাত 'ফ'ৰামে' অনিয়ম আৰু অৱহেলিত সেৱাৰ বাবে ক্ষতিপূৰণ দিয়াই আহিছে (CPR-1995, VOL-II, Page-305, Page-567)।

এনে ধৰণেৰে বিদ্যুৎ বিভাগৰ অৱহেলাৰ বিপক্ষে কৰা আবেদনত বিভিন্ন ৰাজ্যত গ্ৰাহকক ক্ষতিপূৰণ দি থকা দেখা গৈছে। ৰাজস্থান 'ষ্টেট কমিচনে' এজন মিল মালিকৰ বিদ্যুৎ মেচিন জ্বলি যোৱাৰ পিছত বিদ্যুৎ বিভাগে মেচিন পুনৰ স্থাপন কৰোঁতে এমাহ আঠাইশ দিন সময় লৈ মিলৰ আৰ্থিক ক্ষতি সাধন কৰাৰ উপৰিও সেই সময়ছোৱাৰ ভিতৰতো নিম্নহাৰৰ বিল আদায় কৰি থকাতো অযুক্তিকৰ আৰু ইয়াক 'Unfair trade Practice' বুলি আখ্যা দিছে আৰু দুই হাজাৰ টকালৈকে ক্ষতিপূৰণৰ আদেশ দিছে (CPR-1992, VOL-II, Page-381)। এনে ধৰণৰ আন এটা গোচৰ বিদ্যুৎ বিভাগৰ বিপক্ষে চিকিৎসক এজনে দিল্লী "ষ্টেট কমিচন'ৰ ওচৰত দাখিল কৰি বিদ্যুৎ বিভাগৰ পৰা ক্ষতিপূৰণ পাবলৈ সক্ষম হয় (CPR-1995, VOL-II, Page-618)।

চিকিৎসকসকল আৰু নাৰ্চিংহ'ম বিলাক ইতিমধ্যে গ্ৰাহক সুৰক্ষা আইনৰ ভিতৰত সুমুৱাই লোৱা হৈছে আৰু এই শ্ৰেণীৰ হাতত অন্যায় ভাবে হাৰাশাস্তি হোৱা বহুতো ৰোগী বা মৃত্যু হোৱা ৰোগীৰ পৰিয়ালে 'ফ'ৰাম'ৰ দ্বাৰা ক্ষতিপূৰণ আদায় কৰি আছে। পিছে চৰকাৰী চিকিৎসক, চিকিৎসালয় আৰু বিনামূলীয়াকৈ লোৱা চিকিৎসাৰ দ্বাৰা কাৰোবাৰ অন্যায় ভাবে ক্ষতি হ'লে তাৰ ক্ষতিপূৰণ 'ফ'ৰামে' দিব নোৱাৰে। সেয়েহে ফিজ দি চিকিৎসা সেৱা লওঁতে ৰোগীয়ে চিকিৎসকৰ পৰা ফিজৰ ৰছিদ লোৱা উচিত।

এইখিনিতে গ্ৰাহকৰ মনত বাৰে বাৰে খুন্দিয়াই থকা এটা প্ৰশ্ন হ'ল যে অধিবক্তা বা উকীলসকল কিয় এই আইনৰ ভিতৰত পৰা নাই? ইয়াৰ উত্তৰত জানিবা পৰা যায় যে উকীলৰ অসদাচৰণ বা কু-পৰিচালনা (Misconduct)ৰ বাবে গোচৰ দাখিল কৰিবলৈ হ'লে 'ষ্টেট বাৰ কাউন্সিল' (State Bar Council) আৰু 'বাৰ কাউন্সিল অব ইণ্ডিয়া' (Bar Council of India)ৰ অধীনত 'ডিচিপ্লিনাৰী কমিটি' (Disciplinary Committee)ত গোচৰ দাখিল কৰিলে সেই কমিটিয়ে শুনানীলৈ

দোষী সাব্যস্ত হোৱা উকিলৰ ওপৰত শাস্তিমূলক ব্যৱস্থা লোৱাৰ নিয়ম আছে। কেৱল গোচৰ দাখিল কৰোতে মানিবলগীয়া নিয়মাৱলী কমিটিৰ অফিচত শুধি-পুচি লৈ দাখিল কৰা উচিত।

সেয়েহে গ্ৰাহক ৰাইজে মনত ৰাখিব লাগিব যে এতিয়া আৰু ব্যৱসায়ীসকল আৰু ওপৰত উল্লেখিত সেৱা দিওঁতা কৰ্তৃপক্ষসমূহ গ্ৰাহক বা উপভোক্তাৰ ওপৰত ৰজা হৈ থকাৰ দিন গ'ল। লগতে গ্ৰাহক হিচাবে ৰাইজে ইয়াকো মনত ৰাখিব লাগিব যে নিম্ন মানদণ্ডৰ বস্তুকে ধৰি গ্ৰাহকৰ চাহিদাৰ গোটেই বজাৰখনক নিকা কৰি তোলাৰ দায়িত্ব এতিয়া চৰকাৰৰেই নহয়। চৰকাৰক গালি-শপনি পাৰি নিজে হাত সাৱতি বহি থাকি গ্ৰাহকে নিজকে নিৰ্দোষী বুলি প্ৰমাণ কৰিব নোৱাৰে।

গ্ৰাহক ৰাইজে গ্ৰাহক সুৰক্ষা আইনৰ সহায় ল'বৰ বাবে বজাৰত বস্তু কিনিবলৈ যাওঁতে কিছুমান সতৰ্কতা অৱলম্বন কৰিব লাগিব। তাৰ ভিতৰত বিশেষ কিছুমান ল'বলগীয়া সাৱধানতা হ'ল ঃ

১) প্ৰত্যেকে বস্তু কিনি তাৰ ৰচিদ (Receipt) লোৱা।

২) ৰচিদ (Receipt) খনত বস্তুৰ নাম, দাম আৰু পৰিমাণ স্পষ্টকৈ লিখাই লোৱা।

৩) ৰচিদ (Receipt)খনত দোকান বা ব্যৱসায়ীৰ প্ৰকৃত নাম, ঠিকনা, অনুজ্ঞা পত্ৰ (Licence)ৰ পঞ্জীয়ন নং ছপা থকা বাঞ্ছনীয়।

৪) বস্তুৰ প্ৰকৃত দাম আৰু স্থানীয় কৰ (Local tax) ৰচিদৰ পৃথক শিতানত দেখুৱাবলৈ দাবী কৰা উচিত।

৫) বস্তু বা ঔষধ আদি কিনোতে ভালকৈ নাম-ঠিকনা পঢ়ি চাই বিশেষকৈ ঔষধ আদি লোৱাৰ সময়ত তাৰ উকলি যোৱা সময় (Expiry Date)টো নিৰীক্ষণ কৰি লোৱা উচিত।

৬) ওজনৰ ক্ষেত্ৰত হেৰ-ফেৰৰ সন্দেহ থাকিলে পাল্লাখন তৎক্ষণাত পৰীক্ষা কৰি লোৱা উচিত।

৭) 'ISI' আৰু 'Ag Mark' নিৰীক্ষণ কৰি বস্তু কিনা উচিত।

এই 'ফ'ৰাম' সমূহত গ্ৰাহক ৰাইজে ওচৰ চাপিব পৰাকৈ চৰকাৰৰ ফালৰ পৰাও বহুতো কাম কৰিব লগা আছে। প্ৰথম স্থানতে গাঁৱে-ভূঁঞে আইনখনৰ উপযোগিতা আৰু সা-সুবিধাৰ বিষয়ে সম্পূৰ্ণৰূপে ৰাইজক জ্ঞাত কৰা আৰু দ্বিতীয়তে চৰকাৰৰ বিভিন্ন সংশ্লিষ্ট বিভাগসমূহ, প্ৰতিনিধি আৰু কৰ্তৃপক্ষক সতৰ্ক কৰাই তেওঁলোকক ব্যৱসায়ীসকলৰ ওপৰত চোকা নজৰ ৰখাৰ ব্যৱস্থা কৰিব লাগে, যাতে তেওঁলোকে বস্তু ওজনৰ ক্ষেত্ৰত শুদ্ধ জোখ-মাখ ব্যৱহাৰ কৰে। সকলো ধৰণৰ সৰু-ডাঙৰ ব্যৱসায়ীক ৰচিদ (Receipt) দিয়াৰ বাধ্যতামূলক ব্যৱস্থা কৰাব লাগে। দোকানসমূহে বিক্ৰী কৰা বস্তুৰ দামৰ তালিকা আঁৰি থোৱাৰ ব্যৱস্থা কৰাব

লাগে আৰু সংশ্লিষ্ট বিভাগসমূহে সঘনাই পৰিদৰ্শন কৰাৰ অভ্যাস কৰিব লাগে।

মাছ, মাংস, গাখীৰৰ বেপাৰীক উপভোক্তা সুৰক্ষা আইনৰ অধীনলৈ অনাৰ বাবে ল'বলগীয়া ব্যৱস্থাসমূহ চৰকাৰে অনতিপলমে লোৱা উচিত, যাতে এই শ্ৰেণীৰ ব্যৱসায়ীসকলে কৰা অন্যায় অবিচাৰসমূহ ৰাইজে প্ৰমাণসহ উপভোক্তা আইনৰ অধীনত 'ফ'ৰাম'ৰ ৰায়ৰ মাজেৰে শুধৰাই লৈ বিশিষ্ট মানদণ্ডৰ বস্তু পাবলৈ সক্ষম হয়।

আইনখনৰ ধাৰা ১৩ [Section (c), (d)]ৰ অধীনত গ্ৰাহকে ভেজাল বস্তুৰ বিপক্ষে 'ফ'ৰাম'ত আবেদন কৰোতে বস্তুৰ নমুনা দিওঁতে সেই নমুনা পৰীক্ষাগাৰত প্ৰমাণৰ কাৰণে পঠিয়াবলৈ গ্ৰাহকে নিজেই খৰচ বহন কৰিব লাগে। ফলস্বৰূপে দুখীয়া ৰাইজে এই সুবিধা লোৱাৰ প্ৰতি উৎসাহী নহয়। সেয়েহে চৰকাৰে ৰাইজৰ মঙ্গলাৰ্থে আৰু ক'লা-বেপাৰীক নিৰ্মুল কৰিবৰ বাবে পৰীক্ষাগাৰৰ খৰছটো চৰকাৰী খৰছ হিচাবে বহন কৰা উচিত। যিহেতু এনেবোৰ কেচত 'ফ'ৰাম'ৰ একোটা ৰায়ে (Judgement) সমূহ উপভোক্তা ৰাইজৰ কল্যাণ সাধন কৰিব পাৰে। এই 'ফ'ৰাম'ৰ একো একোটা গোচৰক সেয়েহে জনতাৰ স্বাৰ্থৰ মোকৰ্দ্দমা (Public Interest Litigation)ৰ শাৰীত স্থান দিব পাৰি।

গ্ৰাহক সুৰক্ষা আইনখনত কিছু ক্ৰটি থকাৰ বাবে ৰাইজে ইয়াৰ পৰা পূৰ্ণ সুবিধাসমূহ পোৱাত কিছু বাধাৰ সন্মুখীন হৈছে। আইনখনে বিচৰামতে এই অফিচৰ সকলো কৰ্মচাৰীক সুদক্ষ বুলিব নোৱাৰি। আনহাতে আইনখনৰ বিধিমতে 'ফ'ৰাম'ৰ তিনিগৰাকী সদস্যৰ ভিতৰত দুগৰাকীয়েই আইনৰ জ্ঞান নথকা সদস্য হ'ব লগা হেতুকে গোচৰসমূহ খৰতকীয়াকৈ পৰিচালনা কৰাত বাধাৰ সৃষ্টি কৰিছে। সেয়েহে আইনখন অনতিপলমে শোধন (Amendment) কৰা উচিত।

সৰ্ব্বশেষত আকৌ দোহাৰো যে চৰকাৰী, বে-চৰকাৰী বিভাগ বিলাকৰ পৰা পইচাৰ বিনিময়ত পাবলগা সকলো ধৰণৰ সেৱা আৰু বেপাৰীৰ দুৰ্নীতি, ভেজাল বস্তু আদিৰ পৰা হাত সাৰিবলৈ ৰাইজে উপভোক্তা আইনৰ সহায় লৈ আৰু তাৰ দ্বাৰা দুৰ্নীতিমুক্ত বজাৰ আৰু চৰকাৰী, বে-চৰকৰী, সেৱাসমূহক লৈ এখন নিকা সমাজত শান্তিৰে বাস কৰিবলৈ চেষ্টা কৰাটো প্ৰত্যেকজন নাগৰিকৰ কৰ্ত্তব্য। ○

---

*শ্ৰীমতী মিনতি শৰ্ম্মা এগৰাকী অধিবক্তা। সমাজকৰ্ম্মী। সাহিত্যৰ প্ৰতি শ্ৰদ্ধা আছে।*

প্ৰবন্ধ

# ঔষধৰ অপব্যৱহাৰ আৰু আৰ্থসামাজিক অৱক্ষয়

মূল ইংৰাজী : ডাঃ বিপিন কুমাৰ বৰগোঁহাই

ভাবানুবাদ : ড° কনক চন্দ্ৰ বৰুৱা

ঘৰ এটা ৰৈ থাকিবলৈ চাৰিটা খুটাৰ প্ৰয়োজন হোৱাৰ নিচিনাকৈ ব্যক্তি এজনৰ স্বাস্থ্য ৰক্ষাৰ বাবেও শাৰিৰিক, মানসিক, সামজিক আৰু আধ্যাত্মিক এইকেইটা স্তম্ভ অক্ষুণ্ণ থকাটো নিতান্তই প্ৰয়োজনীয়। বেক্টেৰিয়া, ভাইৰাচ, ভেকুৰ (Fungus) নাইবা পৰজীৱি প্ৰাণী আদিৰ আক্ৰমণৰ ফলত এজন ব্যক্তি যি দৰে ৰুগ্ন হৈ পৰিব পাৰে সেইদৰেই দুষিত বায়ুপানী নাইবা অপথ্য গ্ৰহণ কৰিও এজন ব্যক্তিৰ স্বাস্থ্য হানি হ'ব পাৰে। অত্যাধিক সুৰাপান, ৰাগীয়াল বস্তু নাইবা নিচাযুক্ত ঔষধ (Drug) আদি সেৱন কৰাৰ ফলত এজন ব্যক্তিৰ শাৰিৰিক, মানসিক, সামাজিক আৰু নৈতিক স্খলন হৈ তেওঁৰ সমগ্ৰ স্বাস্থ্য ব্যৱস্থাই বিঘ্নিত হৈ পৰিব পাৰে।

অসুস্থ হৈ পৰা ব্যক্তি এজনৰ স্বাস্থ্য ঘুৰাই আনিবলৈ বিভিন্ন প্ৰকাৰৰ ঔষধৰ প্ৰয়োগ কৰা হয়। আনহাতেদি মানসিক ভাবে বিকাৰগ্ৰস্ত হৈ পৰা লোক এজনক আৰোগ্য কৰিবলৈ ঔষধৰ বাহিৰেও সু-পৰামৰ্শ (Counselling) আদি ব্যৱস্থাও গ্ৰহণ কৰিবলগীয়া হয়। কোনো চিকিৎসকে ঔষধৰ ব্যৱস্থাপত্ৰ লিখিবৰ সময়ত ইংৰাজীত ডাঙৰকৈ 'R' আখৰটো লিখা নিশ্চয় মন কৰিছে। ইয়াৰ যোগেদি ডাক্তৰে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায় "হে প্ৰভূ! মোৰ বিশ্বাসেৰে যি ঔষধ দিছো সি যেন ৰোগীক আৰোগ্য কৰে।" এই মহান প্ৰাৰ্থনাৰ যোগেদি ব্যৱস্থাপনা দিয়া ঔষধো কোনো সময়ত অহিতকাৰী হ'ব পাৰে। আনহাতেদি আজিকালি চাৰিওফালে বিভিন্ন ধৰণৰ ঔষধৰ বিজ্ঞাপন, ফাৰ্ম্মাচীত নানা ধৰণৰ ঔষধৰ পয়োভৰ আৰু উপযুক্ত ব্যৱস্থাপনা নোহোৱাকৈ জধে-মধে ব্যৱহাৰ কৰা ঔষধে ক্ষণিকভাৱে ৰোগমুক্তি দিলেও মানুহৰ স্বাস্থ্যৰ প্ৰভূত ক্ষতিসাধন কৰিছে। ক্ষণিক ভাবে ৰোগৰ পৰা উপশম পাবলৈ বজাৰৰ পৰা ঘনে ঘনে ঔষধ কিনি আনি খোৱাৰ ফলত এজন ব্যক্তি তেনে ঔষধৰ প্ৰতি আসক্ত (Addict) হৈ পৰিব পাৰে। বিশ্বস্বাস্থ্য সংস্থাই (WHO) সেয়ে ঔষধ আসক্ত ব্যক্তি এজনৰ সংজ্ঞা দিবলৈ গৈ কৈছে— "এজন ব্যক্তিৰ যেতিয়া কোনো এক ঔষধৰ প্ৰতি নিয়ন্ত্ৰণহীন স্পৃহা জাগে নাইবা ইয়াক সেৱন নকৰিলে তেওঁৰ শৰীৰ-মন

বিদ্ৰোহী হৈ উঠে এনে অৱস্থাকে ঔষধ আসক্তি (Drug Addiction) বুলি কোৱা হয়।” চিকিৎসকৰ উপযুক্ত ব্যৱস্থাপনা সাপেক্ষে খোৱা ঔষধে যিদৰে ৰোগ নিৰাময় কৰে সেইদৰে অপৰিমিতভাৱে নাইবা অসৎ উদ্দেশ্যৰে বজাৰৰ পৰা নিজে কিনি খোৱা ঔষধে শীঘ্ৰেই স্বাস্থ্য হানিৰ বাট মুকলি কৰে। আজিকালি বিষ নিৰাময় কৰিবলৈ খোৱা (Analgesic) আৰু কাহ ভাল হ'বলৈ খোৱা ঔষধ অধিক মাত্ৰাত বজাৰৰ পৰা কিনি খাই নিচাসক্ত হোৱা বহুতো যুৱক দেখিবলৈ পোৱা যায়। প্ৰখ্যাত সমাজ সেৱিকা বীণা মেননে সেয়ে কৈছে “নিচাশক্তি (Drug Addiction) এটা দৈত্য যিটোৱে মানুহৰ আধ্যাত্মিক চালিকা শক্তি ধ্বংস কৰি মানুহক অপ্ৰকৃতিস্থ কৰি তেওঁৰ মাজৰ দৈত্যটোক জগাই তোলে।” ইয়াৰ বাহিৰেও বজাৰত সহজলভ্য বিলাসী সামগ্ৰী, বিভিন্ন ৰাসায়নিক দ্ৰব্য, পাৰফিউম, হোটেল-ৰেষ্টোৰাৰ বিলাসী খাদ্য আদিয়ে সমাজক সৰল আধ্যাত্মিক জীৱনৰ পৰা ক্ৰমাগতভাৱে আঁতৰাই আনিছে। এনেধৰণৰ বিলাসী জীৱনে মানুহক ন ন নিচাৰ প্ৰতি, নাইবা নিচাযুক্ত দ্ৰব্য আদিৰ প্ৰতি প্ৰলোভিত কৰে। এইদৰে চাবলৈ গ'লে নিচাযুক্ত ঔষধ সেৱনকাৰী বুলি কেৱল কোনো এক শ্ৰেণীৰ ব্যক্তিক চিনাক্তকৰণ কৰাতকৈ এই বিলাসী সামগ্ৰী প্ৰস্তুতকাৰী, বিপণনকাৰী আৰু ব্যৱহাৰকাৰী সকলোৱে মিলি বৰ্ত্তমান সময়ত এক ঔষধ সংস্কৃতি গঢ়ি তোলা বুলিহে ক'ব লাগিব। ষাঠীৰ দশকত আমেৰিকাত গঢ়ি উঠা হিপ্পি সংস্কৃতি এনে অপসংস্কৃতিৰ ফল।

ঔষধ প্ৰস্তুতি আৰু অপব্যৱহাৰৰ কথা ক'বলৈ যাওতে এটা কথা পাহৰিব নালাগিব যে প্ৰকৃতিৰ বুকুতে ব্যক্তি আৰু ঔষধ দুয়োটাই অতীজৰে পৰা নিহিত হৈ আছিল বা আজিও আছে। তাৰে কিছুমান ৰোগ নিৰাময়ৰ আহিলা হিচাবে মানুহে ব্যৱহাৰ কৰে। আনহাতে কিছুমানে ইয়াৰে অপব্যৱহাৰ কৰি ইয়াক নিচাযুক্ত দ্ৰব্য হিচাবে ব্যৱহাৰ কৰিবলৈ লৈছে। উদাহৰণ স্বৰূপে আমাৰ সকলোৰে চিনাকী ভাঙ গছজোপাৰ কথাই ধৰিব পাৰি। শাক বা ঔষধ হিচাবে অতীজৰে পৰা মানুহে ইয়াক ব্যৱহাৰ কৰি আহিছে। সাধু-সন্ন্যাসীসকলে আকৌ ইয়াক ভগৱান শিৱৰ প্ৰসাদ বুলি গ্ৰহণ কৰে। আমাৰ সন্ন্যাসী দেৱতা শিৱৰ হাততো আমি ভাঙৰ চিলিম তুলি দি শিৱৰাত্ৰি পালন কৰো। আনহাতে ইয়াৰ নিচাযুক্ত গুণ জানিব পৰাৰ পৰা দেশে-বিদেশে ইয়াৰ চাহিদা ইমানকৈ বৃদ্ধি পালে যে বাহিৰৰ বজাৰত এক কিলো ফুল আৰু গুটিযুক্ত ভাঙ এক লাখ টকাত বিক্ৰী হয়। বৈজ্ঞানিকভাৱে ইয়াৰ পৰা টেট্ৰাহাইড্ৰ কানাবিনল (Tetrahydro Canabinol) নামৰ ঔষধ নিস্পেষণ কৰি বিশ্ববজাৰত বিক্ৰী কৰে। পাকিস্থান

আৰু আফগানিস্থান আদি দেশৰ পৰা প্ৰচুৰ ভাঙ (Canabis Sativa) বিদেশলৈ ৰপ্তানি হয়। সেইদৰেই দক্ষিণ আমেৰিকাৰ মেক্সিকো অঞ্চলত পোৱা কোকা (Cocca) গছৰ পাতৰ পৰা প্ৰস্তুত কৰা কোকেইন নামৰ এক উত্তেজনা বৃদ্ধিকাৰী ঔষধে বিশ্বৰ বজাৰ তোলপাৰ লগাই আছে। ভাঙৰ পৰা প্ৰস্তুত কৰা হাচিচ মৰিজুৱানা আদি স্নায়ুতান্ত্ৰিক ঔষধ (Hallucinogens) আনহাতেদি কোকেইনৰ যৌন উত্তেজক হিচাবে খ্যাতি আছে।

পপি ফুলৰ আঠাৰ পৰা আফিং তৈয়াৰ কৰাৰ পদ্ধতি ভাৰত আৰু চীন দেশতে প্ৰথমে প্ৰচলিত হৈছিল। অপিয়াম (Opium) বা কানিৰ মুখ্য পদাৰ্থ হ'ল মৰফিন। মৰফিন (Morphine)ৰ ঔষধি গুণ প্ৰচুৰ। ইয়াক বিষ নিৰাময়কাৰী বা সংজ্ঞাহীনকাৰী ঔষধ হিচাবেও ব্যৱহাৰ কৰিব পাৰি। বেছিকৈ সেৱন কৰিলে ই মানুহক্ অতি সোনকালে আসক্ত কৰি তোলে। অসমীয়া মানুহে কানি ৰবিহে অসমত কৰা ক্ষতিৰ কথা কেতিয়াও নাপাহৰে। কিন্তু এই Morphineক এচিটাইলেচন (Acytylation) কৰি ইয়াৰ পৰা হেৰোইন (Heroin) নামৰ যি ঔষধ প্ৰস্তুত কৰি উলিওৱা হৈছে সিহে বিশ্বত সন্ত্ৰাসৰ সৃষ্টি কৰিছে। হেৰোইনক স্মেক, ব্ৰাউন চুগাৰ, পেণ্টপেণ, ডিমৰেল আদি বিভিন্ন নামেৰে বজাৰত পোৱা যায়। আমেৰিকাৰ ৰিঅ গ্ৰেণ্ডে (Riogrande) উপত্যকাত Mescal button নামৰ এবিধ কেকটাচৰ পৰা মেচকালিন বা পিঅয়েট (Peyote) নামৰ আন এবিধ নিচাযুক্ত দ্ৰব্য প্ৰস্তুত কৰা হয়। যিবিধক অল্ডাচ হাক্সলীয়ে স্বৰ্গীয় বাতৰি (Divine Messanger) হিচাবে অভিহিত কৰিছিল। চাইলচাইডিন (Psilocydin) নামৰ আন এবিধ উত্তেজনা সৃষ্টিকাৰী দ্ৰব্য প্ৰস্তুত কৰা হয় এক পবিত্ৰ কাঠফুলাৰ পৰা। এইদৰে প্ৰাকৃতিক উৎসৰ পৰা তৈয়াৰ হোৱা নিচাযুক্ত দ্ৰব্যসমূহৰ বাহিৰেও ৰাসায়নিক ভাবেও আন বহুতো নিচাযুক্ত ঔষধ প্ৰস্তুত কৰা হয়।

বাৰবিউটুৰেট (Barbiturates) শ্ৰেণীৰ নিদ্ৰা উদ্ৰেককাৰী ঔষধ আৰু তাহানি হিপ্পীসকলৰ মাজত বিশেষভাৱে জনপ্ৰিয় হৈ উঠা এল. এচ. ডি. (Lysergic Acid diethylamine), ফেন্সিক্লিডিন (Phenciclidine) আদিৰ নাম এই ক্ষেত্ৰত উল্লেখযোগ্য। প্ৰথমতে এই দ্ৰব্যসমূহ কোনো কোনো বিশেষ বেমাৰৰ চিকিৎসাৰ বাবেই আবিষ্কৃত বা ব্যৱহৃত হৈছিল যদিও, এই ঔষধসমূহৰ মানুহৰ মগজুৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পৰা গুণৰ (Psycoactive properties) বাবে এইবোৰক অনিয়ন্ত্ৰিত ভাবে ব্যৱহাৰ কৰিবলৈ লোৱা দেখা গৈছে যিটো সমাজৰ বাবে বিশেষতঃ যুৱ সমাজৰ বাবে অভিশাপ স্বৰূপ হৈ

পৰিছে।

নিচাযুক্ত দ্ৰব্যসমূহৰ গুণাগুণ হিচাবে এইবোৰক প্ৰশমনকাৰী ঔষধ (Narcotic), মায়াসৃষ্টিকাৰী (Hallocinogens), উত্তেজনা সৃষ্টিকাৰী (Stimulent) আদি কেইবা প্ৰকাৰে ভাগ কৰা হয়। উদাহৰণ স্বৰূপে হেৰোইন, কোকেইন আদি প্ৰশমনকাৰী ঔষধ আনহাতেদি এমফিটেমাইন (Amphetamine) বিলাক উত্তেজনাকাৰী ঔষধ। এইবোৰ ঔষধে মানুহক জাগ্ৰত ৰাখি সঞ্চিত শক্তি ভাণ্ডাৰৰ পৰা শক্তি আহৰণ কৰি সাধাৰণতে কৰিব নোৱাৰা কামো কৰিব পৰা কৰে। খেলাধুলাৰ প্ৰতিযোগীসকলে সততে এনে ধৰণৰ ঔষধৰ অপব্যৱহাৰ কৰা দেখা যায়। যিবিধ ঔষধেই ব্যৱহাৰ নকৰক কিয় এনেবোৰ ঔষধৰ ব্যৱহাৰৰ পৰা অতি কম দিনৰ ভিতৰতে ব্যক্তি এজন নিচাসক্ত ব্যক্তিলৈ (Drug addict) ৰূপান্তৰিত হোৱা দেখা যায়। আৰু এনেকৈ নিচাসক্ত হোৱা ব্যক্তিসকলে ইচ্ছা কৰিলেও এই বদঅভ্যাস ত্যাগ কৰিব নোৱাৰা হয়। একোজন ব্যঁক্তি কেনেকৈ নিচাসক্ত ব্যক্তিলৈ ৰূপান্তৰ হয় তাৰ এটি আভাষ তলত দিয়া হৈছে।

১) নিচা-আসক্তিৰ প্ৰথম পৰ্য্যায় ঃ
(১) ভাল পোৱা ঔষধবিধ বেচিকৈ খাবলৈ বিচাৰে।
(২) এই বিষয়ৰ আলোচনা শুনিবলৈ মন নকৰে।
(৩) স্মৃতিশক্তি হ্ৰাস পায়।
(৪) ঔষধ খাবৰ বাবে সদায় সময় ঠিক কৰি থয়।
(৫) গোপনে এই ঔষধ সংৰক্ষণ কৰে আৰু আনলৈ সৰবৰাহ কৰে।

২) নিচা-আসক্তিৰ দ্বিতীয় পৰ্য্যায় ঃ
(১) অনিয়ন্ত্ৰিত ভাবে ঔষধ ল'বলৈ ধৰে।
(২) স্বাভাৱিক আচাৰ-ব্যৱহাৰৰ পৰিৱৰ্ত্তন হয়।
(৩) ঔষধ লাগে বুলি দাবী কৰে।
(৪) কামৰ প্ৰতি সদায় অজুহাত দেখুৱায়।
(৫) সঘনে মুড (Mood) সলনি হয়।
(৬) ড্ৰাগ নোখোৱাৰ ভাও ধৰে কিন্তু গোপনে খাই খাই অৱশেষত এক

নিয়ন্ত্ৰহীন অৱস্থাৰ চিকাৰ হয়গৈ।

৩) নিচা-আসক্তিৰ চৰম পৰ্য্যায় : (১) সদায় ড্ৰাগ মজুত ৰাখে।

(২) সাধাৰণ মূল্যবোধৰ (Ethical system) প্ৰতি কাণ নিদিয়া হয়।

(৩) দুটা বা ততোধিক নিচা একেলগে কৰিবলৈ ধৰে।

(৪) হাত-ভৰি আদি কঁপিবলৈ ধৰে। ড্ৰাগ নাখালে পেট বিষায়।

(৫) অলপীয়া ঔষধে কাম নকৰা হোৱা বাবে বেজীৰে নিজৰ সিৰাত ঔষধ সুমুৱাই লয়।

(৬) কিবা এক অহেতুক ভয়ত ভোগে।

নিচাযুক্ত দ্ৰব্যৰ অপব্যহাৰৰ যোগেদি ব্যক্তি কেনেকৈ নিচাসক্ত হয় এই বিষয়ে আন এক তালিকা প্ৰবন্ধৰ শেষত সংযোজিত কৰি দিয়া হৈছে।

ঔষধ সেৱনৰ কু-প্ৰভাৱে অৰ্থনৈতিক আৰু সামাজিক জীৱনত যে প্ৰচুৰ ক্ষতি সাধন কৰিছে সেইবিষয়ে কোনো দ্বিমত নাই। ছাত্ৰসমাজ আৰু যুৱসমাজৰ মাজত ভয়াবহভাৱে বাঢ়ি অহা এই নিচাগ্ৰস্ততাই আৰু ইয়াৰ লগত ওতঃপ্ৰোত ভাবে জড়িত অপৰাধ প্ৰৱণতা সমাজৰ বাবে প্ৰধান চিন্তাৰ কাৰণ হৈ পৰিছে। ঔষধসেৱীসকলৰ মাজত যৌনব্যভিচাৰ আৰু এইডচ নামৰ মহামাৰীৰ প্ৰাদুৰ্ভাৱ বেছি। এজনৰ বেজীৰে আনজনে ঔষধ গুজি লোৱাৰ ফলত আৰু অনিয়ন্ত্ৰিত যৌন সম্পৰ্কৰ ফলত এজনৰ গাৰ পৰা এই ৰোগৰ বীজাণু আন এজনৰ গালৈ সংক্ৰমিত হয়। প্ৰচুৰ ব্যয়বহুল এই ঔষধৰ ব্যৱহাৰে দেশৰ অৰ্থনীতিৰ ওপৰতো বিশেষ ভাবে প্ৰভাৱ বিস্তাৰ কৰিছে। ঔষধ কিনিবৰ বাবে ধন ঘটিবলৈ এইসকল ব্যক্তিয়ে হত্যা, লুণ্ঠন আদি নানা ধৰণৰ অপৰাধমূলক কাম কৰিবলৈকো কুণ্ঠাবোধ নকৰে। বৰ্ত্তমান সময়ৰ সন্ত্ৰাসবাদী কাৰ্য্যকলাপ বৃদ্ধি হোৱাৰ ইয়ো এক মূল কাৰণ হিচাবে দেখা দিছে।

আমাৰ উত্তৰ-পূৰ্ব্বাঞ্চল, ব্ৰহ্মদেশ, থাইলেণ্ড আৰু লাওচক লৈ গঠিত ড্ৰাগ ব্যৱসায়ৰ সোণালী ত্ৰিভূজ (Golden Triangle)ৰ মাজত অৱস্থিত। সেইবাবে এই অঞ্চলৰ মাজেদি এনে ঔষধৰ সৰবৰাহ হয় ব্যাপক হাৰত। উত্তৰ পূৰ্ব্বাঞ্চলৰ মণিপুৰ ৰাজ্য ড্ৰাগ সেৱনকাৰী আৰু এইডচ ৰোগী দুয়োটাৰে ক্ষেত্ৰতে সকলোতকৈ

ওপৰত। ১৯৯৯ চনত স্বাস্থ্য বিভাগে চলোৱা সমীক্ষা অনুযায়ী মণিপুৰত ৩৬২ জন, অসমত ৬৭ জন, মিজোৰামত ১২ জন, মেঘালয়ত ৮ জন আৰু অৰুণাচল প্ৰদেশত ২ জন এইডচ ৰোগী পোৱা হয়। প্ৰকৃত সংখ্যা যে ইয়তোকৈ বহুত বেছি হ'ব সি নিশ্চিত। কিয়নো সকলোৱে লেই-লেই, চেই-চেই কৰাৰ ভয়ত এনে ৰোগীয়ে আত্মপ্ৰকাশ কৰাৰ পৰা বিৰত থাকে। আনহাতেদি উত্তৰপূৰ্ব্বাঞ্চলৰ ৰাজ্যসমূহত তেযুত এইডচ্‌ ভাইৰাচ বহনকাৰী লোকৰ (Sero positive) সমীক্ষা চলাওতে পোৱা গৈছে যে প্ৰতি এহেজাৰ ব্যক্তিৰ ভিতৰত মণিপুৰত এনে লোকৰ সংখ্যা ১৫৫ জন, নাগালেণ্ডত ৫১ জন, মিজোৰামত ৩.৩ জন, অসমত ৮.৪৪ জন, ত্ৰিপুৰাত ১৮.২৭ জন, মেঘালয়ত  ৪.২১জন। কেৱল মাত্ৰ অৰুণাচল প্ৰদেশতহে এনে ব্যক্তি ধৰা পৰা নাই।

ড্ৰাগ সেৱনৰ লগত জড়িত যুৱক-যুৱতীসকল আৰু বিভিন্ন স্থানৰ পৰা ট্ৰাক ড্ৰাইভাৰসকলৰ যোগেদিয়েই এই ভয়াবহ ৰোগৰ সংক্ৰমণ ঘটিছে বুলি ভাবিবৰ থল আছে। ওপৰৰ সমীক্ষাসমূহে সামাজিক জীৱনত নিচাযুক্ত ঔষধৰ ভয়াৱহতাৰ বিষয়ে সকিয়াই দিয়ে। নিচাযুক্ত ঔষধসেৱীসকলৰ মাজত আন এবিধ দুৰাৰোগ্য ব্যাধি যক্ষ্মা ৰোগৰ প্ৰদুৰ্ভাৱো বেছি বুলি জানিব পৰা গৈছে।

আমাৰ উত্তৰ-পূৰ্ব্বাঞ্চলত ভাং, কানি আদিৰ প্ৰচলন পূৰ্বতে আছিল যদিও তেতিয়া এইবোৰ ইমান সামাজিক সমস্যা ৰূপে দেখা দিয়া নাছিল। বৰ্ত্তমান সময়ত যুৱকসকল সহজলভ্য প্ৰক্সিভন (Proxyvon) বড়ি, বেনাড্ৰিল, ফেন্সিড্ৰিল আদি ক'ডিন (Codine) যুক্ত কাহ উপশমকাৰী ঔষধৰ ব্যাপক অপব্যৱহাৰেৰে সামাজিক জীৱন অধিক জটিল কৰি তুলিছে। বীনা মেননে উল্লেখ কৰা মানুহৰ অন্তৰৰ দৈত্যটোক জাগ্ৰত কৰি তোলা এই ড্ৰাগ বা নিচাযুক্ত দ্ৰব্যক নিয়ন্ত্ৰণ বা নোহোৱা কৰাৰ দায়বদ্ধতা আমাৰ সকলোৰে ওপৰত আহি পৰিছে। অন্যথাই উমি উমি জ্বলি অহা জুইয়ে এদিন বিস্ফোৰক ৰূপ ধাৰণ কৰাৰ নিচিনাকৈ এই অপসংস্কৃতিয়ে আমাৰ সামাজিক জীৱন বিপন্ন কৰি তুলিব। সকলো শান্তিকামী নাগৰিকে হাত মিলালেহে আমি এই সামাজিক অৱক্ষয় ৰোধ কৰিব পাৰিম্‌। অন্যথাই আমাৰ শান্তিৰ সপোন সপোন হৈয়ে ৰ'ব। ○

---

*ডাঃ বিপিন কুমাৰ বৰগোঁহাই কেন্দ্ৰীয় চৰকাৰৰ স্বাস্থ্য ও পৰিয়াল কল্যাণ বিভাগৰ আঞ্চলিক সঞ্চালক। স্বাস্থ্যবিজ্ঞান সম্বন্ধীয় প্ৰবন্ধ লেখাৰ চৰ্চা আছে। এজন সমাজকৰ্ম্মী।*

## BLOCK DIAGRAM SHOWING DIFFERENT FEATURES OF DRUG ABUSE



# ভাব আৰু চিন্তা

## গিৰীশ্চন্দ্ৰ ভট্টাচাৰ্য্য

আজি কেইদিনমান আগতে মোৰ বন্ধু এজনে কাৰ্য্যায়ল কক্ষত সোমাই আহিয়েই প্ৰশ্ন কৰিলে, "কি ভাবি আছে?" আচম্বিতে কৰা প্ৰশ্নৰ উত্তৰত মই ক'লো, "চিন্তা কৰি আছো।" বন্ধুই ক'লে "ভৱা বা চিন্তাতো একেই।" মই কলো, "ঠিক নহয়, আভিধানিক ভাৱে সমাৰ্থক হ'লেও নিৰিখৰ (Scale) ফালৰ পৰা বিচাৰ কৰি চালে ইহঁত একে নহয়।" সি যি কি নহওঁক, বন্ধুৱে প্ৰসংগটো সলনি কৰি তেওঁ অহাৰ উদ্দেশ্যৰ প্ৰসংগলৈ আহিল। গতিকে ভাব আৰু চিন্তাৰ কথাটো তেনেকৈয়ে তল পৰি থাকিল। কিন্তু কথাটো মোৰ মনৰ পৰাহে আঁতৰি নগ'ল। এই সমাৰ্থক (আভিধানিক) শব্দ দুটাই অনবৰতে মোৰ অন্তৰত খুন্দিয়াবলৈ ধৰিলে।

চিন্তা স্বয়ং সম্পূৰ্ণ নহয়; নানাবিধ উপকৰণ অৰ্থাৎ ভাৱৰ সংমিশ্ৰণতহে ই গঢ় লৈ উঠে—সোণাৰিয়ে সৰু সৰু সোণৰ চেকুৰা গোট কৰি জুইত উতলাই মহামূল্য অলংকাৰ প্ৰস্তুত কৰাৰ দৰে। ভিন ভিন ভাৱবিলাক জীৰ্ণ নিয়াই চিন্তাই গতি লয়। যেতিয়া ই উচিত দিশত গতি লয় তেতিয়া জ্ঞানৰূপ বল লাভ কৰা বুলি ক'ব পাৰি। চিত্তৱৎ চিন্তাকহে এই আলোচনাত আচল চিন্তা বুলি কম। অনুভাবোৎপন্ন চিন্তাক জ্ঞানৰ পথত ৰোধক বুলিহে গণ্য কৰিব পাৰি।

চিন্তা নিজৰ মনক কৰা প্ৰশ্নৰ ফল আৰু এই প্ৰশ্নবোৰ আহে এটা বস্তু বা কথা সম্বন্ধে ভিন ভিন ভাৱৰ পৰা। আৰ্ণল্ড ওৱেস্কাৰেও সেয়ে হয়তো শিক্ষাক অনবৰত প্ৰশ্ন সুধি থকাৰ অভ্যাস বুলি কৈছিল। চিন্তা মনৰ জেউতি বৰ্ধিতকৰণৰ নৈঃশাব্দিক প্ৰক্ৰিয়া—বিদ্যুত প্ৰবাহৰ জৰিয়তে বাল্ব জ্বলি উঠাৰ নিচিনা। চিন্তা কৰিবলৈ কোনো নিৰ্দ্দিষ্ট সময়, স্থান আদিৰ প্ৰয়োজন নাই। লাগে মাথো একনিষ্ঠ প্ৰচেষ্টা আৰু আত্মপোলব্ধি। আমি যি দেখো সেয়েই বস্তুৰ আচল স্বৰূপ নহয়। বস্তুৰ পৰস্পৰ সম্বন্ধবোৰহে আমি দেখো। চিন্তা চিত শক্তিৰ যোগেদিহে বস্তুৰ স্বৰূপ উপলব্ধ হয়। এয়া এক চৈতন্যযুক্ত শক্তিৰ স্পন্দন। তাৰোপৰি ইয়াৰ মাধ্যমত বহিৰিন্দ্ৰিয়ৰ অগোচৰ আৰু উত্তৰ কালিন বস্তু বা দৃশ্যও অৰ্ন্তদৃশ্যমান হ'ব পাৰে। চিন্তাৰ গতিৰ মাজত আছে মধুৰ নিজৰা। ইয়াৰ

সোৱাদ মধুৰ ফলৰ দৰে। কিন্তু ই স্বাদেন্দ্রিয়জাত নহয় ষষ্ঠেন্দ্রিয়জাতহে। এই আস্বাদ নিৰবিচ্ছিন্নভাৱে ভূমাত্মক পৰমানন্দৰ স্তৰ পোৱাটোৱে ধ্যান, যাক যথাযথভাৱে প্ৰকাশ কৰিবলৈ ভাষা বা আন উপায়ো নাই। এই স্তৰৰ মাজত, তৰঙ্গ হেন্দোলৰ তালে তালে অননুভূতপূৰ্ব শিহৰণ আৰু সত্ত্বাৰ অনিৰ্বচনীয় পৰশত চিত্ত বিহ্বল হৈ উঠে। কেম্ব্রিজ বিশ্ববিদ্যালয় গণিত শাস্ত্ৰৰ লুকাচীয়ান অধ্যাপক তথা মহাকাশ বিজ্ঞানী ষ্টিফেন হকিংয়ে, পৃথিবীত বিৰল এক বেমাৰ (ALS : motor neuron disease)ৰ দ্বাৰা আক্ৰমণিত হৈও, সম্পূৰ্ণ পঙ্গু অৱস্থাত এখন চকা লগোৱা চকীত বহি, চিন্তাৰে ভূমণ্ডল, নভোমণ্ডল, সমস্ত ব্ৰহ্মাণ্ড আঁকোৱালি ধৰি চমক লগাব পাৰিছে।

সাংখ্য-দৰ্শন মতে ভাব আৰু শক্তিৰ কোনো প্ৰভেদ নাই অৰ্থাৎ ইহঁত অন্যোন্যশ্ৰয়ী; ভাৱৰ পৰা শক্তি হয় আৰু শক্তিৰ পৰা ভাৱ হয়। ভাব-শক্তিৰ জখলাত উঠি, শব্দ অৱলম্বন কৰিহে আমি চিন্তা কৰোঁ। উপাংশু জপত আমি ভাব আৰু শব্দৰ কোনো প্ৰভেদ উপলব্ধি নকৰোঁ। ই প্ৰকাশিত শব্দ নহয়। এই সূক্ষ্ম শব্দক 'অনাহত ধ্বনি' বুলি কোৱা হয় (যোগ শাস্ত্ৰ)। ই প্ৰকৃততে ভাৱহে। এই ভাবেইহে জগতৰ মূল তত্ত্ব। "ভাৱো হি ভব কাৰণম"। প্ৰকৃতি বা ব্ৰহ্মাৰ জগত বৰ্হিপ্ৰকাশৰ সংকল্পই (ভাৱ) সৃষ্টি আৰু অন্তৰ্মুখী সংকল্পৰ অৱস্থাই প্ৰলয়। আহঁত গছৰ অতি ক্ষুদ্ৰ বীজ এটাত এজোপা প্ৰকাণ্ড আহত গছ সৃষ্টিৰ ভাৱ অন্তৰ্নিহিত হৈ থাকে। এনেকৈ পৰিবৰ্ধিত ৰূপত যদি কথাটো বিচাৰ কৰোঁ, জগতৰ সকলো বস্তুৰ সৃষ্টিৰ ইতিহাসৰ সামগ্ৰিক ৰূপটোৱেই জগতৰ ইতিহাস।

কাৰ্য্যতকৈ ভাৱৰ উৎপত্তি আগতে হয়। কুৰুক্ষেত্ৰ যুদ্ধ সংঘটিত হোৱাৰ আগতে তাৰ কল্পচিত্ৰ ভাৱত সৃষ্টি হৈছিল। শক্তিৰ নিচিনা ভাৱৰ ক্ৰিয়াও নিয়মৰ অধীন যদিও ভাৱৰ ক্ৰিয়াৰ নিয়মবোৰ আজিও স্পষ্ট নহয়। ভাৱৰ ক্ৰিয়া আমাৰ অধীন নহয়; আমিহে সিহঁতৰ অধীন। গীতাই এই কথাৰ এটা স্পষ্ট ইংগিত দিছে ঃ

"ধ্যায়তো বিষয়াণ্ পুংসঃ সঙ্গস্তেষুপজায়তে।
সঙ্গাৎসংজায়তে কামঃ কামাৎক্ৰোধোহভিজায়তে।"

চিন্তাৰ খোলত ভাৱৰ পৰিশোধন হ'ব পাৰে। কিন্তু কথা হ'ল চিন্তাৰ দিগ্‌ব্যাপ্তি নাই। ই কোনা বাস্তৱ পদাৰ্থও নহয়। এক যোগ এক দুই, দুই যোগ এক তিনি ........... এনেকৈ বৃহৎ সংখ্যাৰ ধাৰণা কৰাটো টান, যাৰ লগত এক যোগ কৰিলে সৰ্ববৃহৎ সংখ্যাটো পামগৈ। চিন্তাও তদ্ৰূপ। তথাপি ঢুকি পোৱা

পৰিসৰৰ মাজত থাকি চিন্তাযানেৰে চিন্তামৃত সেৱন কৰি মানৱতাৰ বিকাশ সাধন কৰিব পাৰি।

আজিৰ চাইবাৰৰ যুগত এই অতি সূষম কথাখিনি মনত অহা বিষয়টোৰ ক্ষেত্ৰত বহুতৰে হয়তো কৌতুহল জন্মিব। কিন্তু আমাৰ চিন্তাৰ খোলবোৰৰ মাজত চিন্তাই পাকঘূৰণি খোৱাৰ ফলত কিছু কথাই আমাক শঙ্কিত আৰু সাম্প্ৰতিক কালৰ আধুনিক মেজাজৰ প্ৰতি মোহভংগ কৰি তোলে। পোছাকি সত্যই যেতিয়া বাধাহীনভাৱে বিচৰণ কৰে, প্ৰকৃত সত্য সাধাৰণ মানুহৰ অগোচৰ হৈ পৰে। ডাৱৰে কিমান দিনলৈ সূৰ্যক ঢাকি থ'ব? ঠিকেই; কিন্তু আজিৰ পোছাকি শিক্ষাই সেই সত্যৰ স্বৰূপ উদঘাটন কৰিবলৈ যে অসমৰ্থ হ'ব, অপ্ৰিয় হ'লেও সেই সত্যৰ উপলব্ধি প্ৰকট হৈ পৰিছে। আজিৰ মুক্ত বজাৰ অৰ্থনীতি, দূৰতম ব্যৱধানৰ সুদূৰপ্ৰসাৰী সংযোগ আদিয়ে আধুনিক শিক্ষা আৰু ৰাজনীতিৰ কান্ধত উঠি ধ্বজা উৰুৱাইছে মুক্তি বুলি। কিন্তু এই মুক্তিয়ে যে ব্যক্তিমনৰ স্বৈৰাচাৰ আৰু দায়িত্বহীনতা বৃদ্ধি কৰি আধুনিকতাৰ গভীৰ শূণ্যতালৈ লৈ গৈ আছে, আমাৰ চিন্তাই ইয়াৰ জাল ভেদি গতি ল'ব পৰা নাই। জটিল চিন্তা জালত আবদ্ধ আজিৰ সমাজৰ তথাকথিত চিন্তাবিদ সকলও। গতি লোৱাৰ পথ যেন ৰুদ্ধ। সদায় সুৰা খোৱা মানুহে কেতিয়াও সুৰাৰ সোৱাদ পাব নোৱাৰাৰ নিচিনাকৈ, যি মানুহে অনবৰত কথা পাতি থাকে তেনে মানুহে কেতিয়াও গতিশীল চিন্তা কৰিব নোৱাৰে। "ৰাজনীতিয়েই বোধহয় একমাত্ৰ বৃত্তি যাৰ কাৰণে কোনো ধৰণৰ প্ৰস্তুতিৰ প্ৰয়োজন নাই।" —কথাষাৰ কৈছিল ৰবাৰ্ট লুই ষ্টিভেন্‌ছনে। মই যি ভাবো সেয়েই হ'লো 'মই'। —জাঁ পলৰ কথা। 'মই' বোৰৰ অস্তিত্ব ক'ত? (ভাৰতীয়) চিন্তাৰ বাস্তৱতা ক'ত? নিশ্চয় ইণ্টাৰনেট, ওৱেবচাইট আদিত বিলিন হোৱাৰ পথত। এইবোৰ চিন্তা কৰি চোৱাৰ সময় উকলিল যেন লাগিছে। ❍

---

*শ্ৰীগিৰিশ্চন্দ্ৰ ভট্টাচাৰ্য্য এগৰাকী প্ৰতিষ্ঠিত সাহিত্যিক। বিভিন্ন কাকতত তেখেতৰ লেখা প্ৰকাশ হৈছে।*

# বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱৰ কবি প্ৰতিভা

প্ৰহ্লাদ শংকৰ ভাগৱতী

জোনাকী যুগৰ যি কেইজনা মহান সাহিত্যিকে নিজৰ সমগ্ৰ সত্বা ভাষা-সাহিত্যৰ পূজাত নিয়োগ কৰিছিল সেইসকলৰ ভিতৰত কবি ৰঘুনাথ চৌধাৰীও অন্যতম।

Words-Worth, Byron, Shelly আদি ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক কবি সকলে যি কাব্য প্ৰতিভাৰ জৰিয়তে প্ৰাধান্য বিস্তাৰ কৰিছে, সেইদৰে অসমীয়া সাহিত্যতো চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, ৰঘুনাথ চৌধাৰী প্ৰভৃতিয়েও তেনে স্থান অধিকাৰ কৰিছে।

অসমী আইৰ সুযোগ্য সন্তান কবি ৰঘুনাথ চৌধাৰীদেৱৰ জন্ম হয় ১৮৭৯ চনত কামৰূপ জিলাৰ অন্তৰ্গত লাওপাৰা গাৱঁত। শৈশৱৰ পৰাই নিষ্ঠুৰ নিয়তিৰ ক্ৰুৰ পৰিহাসত চৌধুৰীদেৱৰ জীৱনলৈ নামি আহিছিল নানান এৰাব নোৱাৰা দুৰ্যোগ।

শৈশৱ কালত পিৰালিৰ পৰা পৰি এটা ভৰি সম্পূৰ্ণ নিশকতীয়া হৈ পৰাত, নাবালক অৱস্থাতেই ঘাট মাউৰা হ'ব লগা হোৱাত জীৱনৰ আৰম্ভণিতেই তেখেতে ভীষণ দুৰ্যোগৰ সন্মুখীন হ'ব লগাত পৰিছিল।

চৌধুৰীদেৱৰ শিক্ষা হাইস্কুলৰ চাৰিবেৰৰ মাজতে সীমাবদ্ধ আছিল। পাৰিবাৰিক দুৰ্যোগ আৰু শিক্ষকৰ কঠোৰ শাসনৰ বলি হৈ অষ্টম মান শ্ৰেণীতে চৌধাৰীদেৱে পঢ়া শলীয়া শিক্ষাৰ সামৰণি মাৰিবলগীয়া হয়।

ইংৰাজীত এষাৰ কথা আছে- The field of knowledge is vast, but the life of human being is short. মানৱ জীৱন ক্ষন্তেকীয়া, কিন্তু জ্ঞানৰ পৰিধি অসীম। এই খন্তেকীয়া জীৱনত কবি চৌধাৰীদেৱে অসমীয়া সাহিত্যৰ প্ৰতিটো ক্ষেত্ৰতে ৰস-মাধুৰী আহৰণ কৰি অসমীয়া সাহিত্যৰ ভেটি সু-দৃঢ় কৰি থৈ গ'ল।

অসমীয়া সাহিত্যজীৱনত ৰঘুনাথ চৌধাৰীদেৱে দ্বৈত ভূমিকা গ্ৰহণ

কৰিছিল— 'সাংবাদিক আৰু কবি'। ১৯০১ চনত গুৱাহাটীৰ পৰা স্বৰ্গীয় সত্যনাথ বৰাৰ সম্পাদনাত ওলোৱা 'জোনাকী' বাতৰি কাকতত 'মৰমৰ পখী' নামৰ কবিতা লিখি চৌধাৰীদেৱে কাব্য জগতত আত্ম প্ৰকাশ কৰে। প্ৰথম কবিতাটোতে তেখেতৰ অসীম কবিত্ব শক্তি প্ৰকাশ পোৱাত তেখেত শলাগৰ পাত্ৰ হোৱাৰ উপৰিও 'জোনাকী' কাকতৰ সহকাৰী সম্পাদকৰ পদো লাভ কৰে। পিছত নিজে প্ৰতিষ্ঠিত হৈ ক্ৰমে শিশু আলোচনী 'মইনা' আৰু আন দুখন প্ৰখ্যাত আলোচনী 'জয়ন্তী' আৰু 'সুৰভি'ৰো সম্পাদনা কৰে। এই কাকত কেইখনৰ দ্বাৰা চৌধাৰীদেৱৰ কবিতাৰ সোঁত নিজৰাৰ দৰে প্ৰবাহিত হ'বলৈ ধৰিলে।

চৌধাৰীদেৱৰ কবিতাত ব্যক্তিগত দুখ বেদনাৰ পূৰ্ণ-বিকাশ ঘটিলেও তেখেতৰ কবিতাত প্ৰকৃতিৰ সৌন্দৰ্য্য বেচিকৈ দেখিবলৈ পোৱা যায়। বিশেষকৈ চৰাইক কেন্দ্ৰ কৰি লিখা কবিতাবোৰত। ইংৰাজী কবি WORDS-WORTH আৰু KEATS-ৰ কবিতাত যথাক্ৰমে 'কুকু' আৰু 'নাইটিঙ্গেল' চৰায়ে বিশিষ্ট আসন লাভ কৰাৰ দৰে চৌধাৰীদেৱৰ কবিতাটো 'দহিকতৰা', 'কেতেকী' আদি চৰায়ে বিশেষ স্থান লাভ কৰিছে। 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী' শীৰ্ষক কবিতাটো চৌধাৰীদেৱৰ অসমীয়া কাব্য সাহিত্যৰ অপূৰ্ব সৃষ্টি। 'বহাগীৰ বিয়া'তো তেখেতৰ কবি প্ৰতিভাৰ অন্যতম নিদৰ্শন পোৱা যায়।

ৰঘুনাথ চৌধাৰীদেৱৰ কবিতাত দ্বৈত সুৰ অনুৰণিত হোৱা দেখা যায়। এফালে বৰ্হিজগতৰ পাৰ ভাঙি লোৱা সৌন্দৰ্য্য প্ৰেমৰ হেন্দোলনিত কবিৰ কাম গন্ধহীন প্ৰেমৰ দুৱাৰ মুকলি হোৱা ধ্বনি শুনিবলৈ পোৱা যায় আৰু আনফালে সংসাৰৰ ভোগ লালসাৰ প্ৰতি বৈৰাগ্যভাৱৰ লগতে চৰাইৰ সুৰ আৰু বসন্তৰ সৌন্দৰ্য্য বিভূতিৰ কৰুণ কাকুতি স্পন্দিত হোৱা দেখা যায়। জীৱনৰ দুখ আৰু হতাশাৰ ছবিখন চৌধাৰীদেৱে এনেকৈ প্ৰকাশ কৰিছে—

"নেলাগে তোমাৰ প্ৰভু ঐশ্বৰ্য্য বিভূতি
ৰাজপদ সম্মান গৌৰৱ
দৰিদ্ৰৰ লাওলোটা ভিক্ষাৰ সজুলি
সেয়ে মোৰ অতুল বৈভৱ।"

পৃথিৱীৰ ক্ষণিক দুখ, সুখ আৰু হতাশাই কবিক নিৰাশ কৰিব পৰা নাই। প্ৰকৃতিৰ সৌন্দৰ্য্যত আত্মহাৰা হৈ জীৱনৰ ব্যথা বেদনা সকলো পাহৰি এই মহান কবি জনাই কুলু-কুলু সুৰেৰে বৈ যোৱা জুৰিটি দেখি ভগৱৎ ভক্তিৰে

মনপ্ৰাণ উতলাই গাই উঠে—

"দুয়োৰে দুখনি হিয়া　　একোখনি হৈ
বন্ধা আছে প্ৰণয় ডোলত।
মহাপ্ৰস্থানটো　　দুয়ো দুয়োৰে সাক্ষী
কাকো কেওঁ নেৰো জীৱনত।"

কবিৰ বৈৰাগ্যমূলক কবিতা 'ভিক্ষা', 'বৈৰাগীৰ কথা', 'ফুলশয্যা'ত অকলশৰীয়া জীৱনৰ কথা প্ৰকাশ পালেও ভাঁহি উঠে প্ৰকৃতি জগতৰ এখন অপূৰ্ব চিত্ৰ। কবিয়ে তেখেতৰ কবিতা 'ভিক্ষা'ত নিজকে এডাল পাত পুষ্পহীন তৰুৰ লগত বৰ্ণনা কৰিছে। প্ৰিয় বিহঙ্গিনীত কেতেকীৰ মাতত আকুল হৈ সংসাৰৰ দুঃখ-শোক অতিক্ৰম কৰি কবিয়ে এটা বৈৰাগ্যমূলক জীৱন বিচাৰিছে। পাৰ্থিব সম্পদ, বিষয়-বাসনাৰ প্ৰতি কবিৰ কোনো আস্থা নাই। সেয়েহে কবিয়ে কৈছে—

"শুনাহে এবাৰ পক্ষী　　অভাগাৰ বাণী
নালাগে পাৰ্থিব সুখ
নকৰো মনত দুখ।
তোমাৰ লগতে উৰি যাওঁ বিহঙ্গিনী
সদায় বৈছে য'ত প্ৰেম মন্দাকিনী।"

কালিৰাম মেধিদেৱৰ ভাষাত ক'বলৈ হ'লে "প্ৰকৃতি দেৱীৰ ওৰণি গুচাই অলৌকিক ৰূপ-লাৱণ্যক প্ৰকাশ কৰা, স্বৰ্গীয় আভাৰ জিলিকনি দেখুওৱা, অকল্পিতাৰ কল্পনা আৰু আয়ত্বাধীন কৰা, বাস্তৱ জগতত মায়া বাসনাৰ সৃষ্টি কৰা কবিতাৰ কাম।" কবি চৌধাৰীদেৱেও প্ৰকৃতি দেৱীৰ ওৰণি গুচাই অলৌকিক ৰূপ-লাৱণ্যক প্ৰকাশ কৰিছে এনেদৰে—

"অয়ি অনৱগুণ্ঠিকা ফুল্লশিখৰিণী
ৰঞ্জিমণি কণিকাৰ হৰিৎ মেখলা
আছাশোভি, শুভ্ৰবেশে কৰি সুৰভিত
লৌহিতৰ তীৰভূমি শ্যামল বননি"।

চৌধাৰীদেৱৰ গীতি কবিতা "গিৰিমল্লিকা"ত কবিৰ অপূৰ্ব্ব কবি প্ৰতিভা আৰু দিগন্ত প্ৰসাৰী কল্পনাৰ আভাষ তথা 'গিৰিমল্লিকা' কবিতাৰ ভাৱৰ বিকাশ আৰু চিত্ৰকল্পনাত মহাকবি কালিদাসৰ 'মেঘদূত' কাব্যৰ প্ৰভাৱ পৰিছে।

চৌধাৰীদেৱৰ কাব্য প্ৰতিভা বিকাশত ইংৰাজী কবিতাৰ পোনপটীয়া প্ৰভাৱ পৰা নাই। প্ৰাচীন সংস্কৃত সাহিত্যৰ দ্বাৰাহে অধিক প্ৰভাৱান্বিত। শব্দচয়ন, উপমা আদি আৰু চিত্ৰ ৰচনাত সংস্কৃত আদৰ্শ গ্ৰহণ কৰিছে।

কাৰাবালাৰ কৰুণ দৃশ্যক কাব্যিক ৰূপ দিওঁতে চৌধাৰীদেৱে পাৰ্চী আৰু আৰবীয় শব্দ প্ৰয়োগৰ দ্বাৰা এক আৰবীয় পৰিবেশৰ সৃষ্টি কৰিছে।

চৌধাৰীদেৱে নিজৰ বহুমুখী প্ৰতিভাৰ বলতে সকলোতে আদৰ-সন্মান লাভ কৰিছিল। ১৯৩৬ চনত সাহিত্য সভাৰ সভাপতি ৰূপে আৰু কলিকতাত বহা সৰ্ব্বভাৰতীয় কৃষ্টি সভাত সভাপতি ৰূপে নিৰ্ব্বাচিত হৈ অসম মাতৃৰ গৌৰৱ বঢ়াইছিল। তেওঁ নিশকতীয়া জীৱনত নানা দুঃখ-কষ্ট কৰি আজীৱন সাহিত্য সাধনাত ব্ৰতী হৈ থাকি ১৯৬৭ চনত চিৰ কৌমাৰ্যব্ৰতী চৌধাৰীদেৱে নশ্বৰ দেহ ত্যাগ কৰি অমৰ ধামলৈ গতি কৰে।

চৌধাৰীদেৱৰ কবিতা-কাব্যৰাজি সঁচাকৈ অসমীয়া সাহিত্য জগতলৈ এক অপূৰ্ব্ব তথা অমূল্য অৱদান। মানুহৰ অতি আদৰৰ এই পৃথিৱীৰ পৰা কেইপাহমান পুষ্প অসমীয়া বেদীলৈ আগবঢ়াই থৈ যোৱা তেখেতৰ স্থান অসমীয়া সাহিত্যত চিৰজ্যোতিস্মান উজ্জ্বল নক্ষত্ৰ। ○

---

*শ্ৰীপ্ৰহ্লাদ শংকৰ ভাগৱতী উত্তৰ-পূব বিদ্যুৎশক্তি নিগমৰ অভিযন্তা। সাহিত্য চৰ্চাত ৰাপ আছে। এজন সমাজকৰ্ম্মী।*

প্ৰবন্ধ

# ছিলঙৰ অসমীয়া সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানসমূহ আৰু তাৰ বিকাশ

**শ্ৰীকুল বৰা**

জাতীয় সাহিত্য সংস্কৃতি বিকাশৰ ক্ষেত্ৰত কিছুমান অনুষ্ঠান-প্ৰতিষ্ঠানৰ যে প্ৰয়োজন তাক কোনেও নুই কৰিব নোৱাৰে। সেয়েহে ছিলঙতো অবিভক্ত অসমৰ দিনৰ পৰাই কেইটিমান অনুষ্ঠানে অসমীয়া সাহিত্য আৰু সংস্কৃতিলৈ কিছুমান অৱদান চটিয়াই থৈ যায়। তাৰে কেইটিমান অনুষ্ঠানৰ কাৰ্যকলাপৰ সামৰণি পৰিল আৰু কেইটামান এতিয়ালৈকে জীৱিত হৈ আছে। এই অনুষ্ঠানবোৰৰ মাধ্যমেৰে অসমীয়া কৃষ্টি-সংস্কৃতি জীয়াই ৰাখিবলৈ চেষ্টা কৰি অহা হৈছে। তাৰেই গোটাচেৰেক অনুষ্ঠান-প্ৰতিষ্ঠানৰ বৰ্ণনা দাঙি ধৰিবলৈ প্ৰয়াস কৰা হৈছে। ইয়াত অনেকখিনি ভুল-ত্ৰুটি থকাতো স্বাভাৱিক। তাৰবাবে আগতীয়াকৈ ক্ষমাপ্ৰাৰ্থনা বিচাৰিছো।

অনুষ্ঠানসমূহ হ'ল ঃ

(১) প্ৰাচীন কামৰূপী নৃত্য সংঘ (২) শ্ৰীমন্ত শঙ্কৰদেৱ নাট্য সমাজ (৩) ৰূপালীম সাংস্কৃতিক সস্থা (৪) মধুপুৰ সত্ৰ সমাজ-সাংস্কৃতিক শাখা (৫) ছিলং কলা পৰিষদ (৬) মাধৱদেৱ নামঘৰ সাংস্কৃতিক শাখা (৭) লাইটুমখ্ৰা সঙ্গীত বিদ্যালয়। (৮) ছিলং মুকুল সংঘ (৯) অসম ক্লাব (১০) ছিলং সাহিত্য কানন (১১) কৃষ্টিৰ কাৰেং (১২) ৰূপজ্যোতি সংঘ (১৩) শ্ৰীশ্ৰীমাধৱদেৱ যুৱ সংঘ (১৪) ঝঙ্কাৰ ইত্যাদি।

এই অনুষ্ঠান-প্ৰতিষ্ঠানসমূহৰ যোগেদি সংস্কৃতি, শিল্পকলা, সাহিত্য, খেল-ধেমালী আদিৰ চৰ্চ্চা নিশ্চয় হৈছে। সঙ্গীত চৰ্চ্চাৰ মূল ভেঁটি এসময়ত ছিলং বুলি কলেও ভুল কোৱা নহয়। কিন্তু আমাৰ অনুষ্ঠানবোৰৰ মাধ্যমেৰে বিশেষকৈ শাস্ত্ৰীয় সঙ্গীতৰ কোনো প্ৰভাৱ পৰা দেখা নগ'ল। ফলত অসমীয়া উৎসাহী ল'ৰা-ছোৱালীহঁতে তেনে শিক্ষা পোৱাৰ সুবিধা গ্ৰহণ কৰিব নোৱাৰিলে। বৰ্ত্তমান ছিলঙৰ বঙ্গীয় সাহিত্য পৰিষদৰ যোগেদি কিছু সংখ্যক ল'ৰা-ছোৱালীয়ে অভিভাৱকৰ তাড়ণাত পৰি শাস্ত্ৰীয় সঙ্গীতৰ শিক্ষা গ্ৰহণ কৰিবলৈ সুবিধা পাইছে। এই বঙ্গীয় সাহিত্য পৰিষদ অনুষ্ঠানটি সঙ্গীতৰ ক্ষেত্ৰত লক্ষৌৰ

ভাটখাণ্ডে সঙ্গীত মহাবিদ্যালয়ৰ স্বীকৃতিপ্ৰাপ্ত অনুষ্ঠান।

থূলমূলকৈ উপৰোক্ত অনুষ্ঠানসমূহৰ একোটি চমু বিবৰণী দাঙি ধৰা হৈছে।

**প্ৰাচীন কামৰূপী নৃত্য সংঘ ঃ** এই অনুষ্ঠানটিৰ আঁত ধৰিছিল ভোলাগুৰি সত্ৰৰ ডেকা সত্ৰাধিকাৰ ছিলং নিবাসী আজীৱন সংস্কৃতিৰ পূজাৰী প্ৰয়াত জীৱেশ্বৰ গোস্বামী দেৱে। অসম চৰকাৰৰ শিল্পী পেঞ্চনেৰে বিভূষিত গোস্বামী দেৱে নিজৰ ঐকান্তিক চেষ্টাৰে অসমৰ থলুৱা সংস্কৃতি আৰু শঙ্কৰী সংস্কৃতিৰে পোহৰাই তুলিবলৈ জীৱনৰ শেষ নিঃস্বাস থকালৈকে আপ্ৰাণ চেষ্টা কৰি গ'ল। এই অনুষ্ঠানৰ যোগেদি সত্ৰীয়া সংস্কৃতি, নৃত্য, কলা-কৃষ্টি, গীত-মাত আদিৰ বাহিৰেও অঙ্কীয়া নাট আদিৰ বহু প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে অসমৰ বাহিৰেও ভাৰতৰ বিভিন্ন ঠাইত এইবোৰ প্ৰদৰ্শন কৰি ভূয়সী প্ৰশংসা লাভ কৰিছিল আৰু অসমলৈ তথা ছিলঙৰ অসমীয়া ৰাইজলৈ গৌৰৱ কঢ়িয়াই আনিছিল।

**মধুপুৰ সত্ৰ সমাজ-সাংস্কৃতিক শাখা ঃ** এই অনুষ্ঠানটিতো আগভাগ লৈ সকলোঁ দায়িত্ব বহন কৰিছিল সেই সু-সন্তান জীৱেশ্বৰ গোস্বামীদেৱেই। অচল অৱস্থা হ'বলগীয়া কোচবিহাৰৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ মধুপুৰ সত্ৰ সজীৱ আৰু সঞ্জীৱিত কৰি তোলাৰ মানসেৰে ছিলঙৰ পৰা সত্ৰীয়া সাংস্কৃতিক দল এটি তেখেতৰেই দলপতিত্বত গৈ ১৯৬৩ চনত গীত-মাত, নৃত্য-নাটিকা আৰু সত্ৰীয়া ভাওনা প্ৰদৰ্শন কৰি মধুপুৰ সত্ৰত আলোড়ণৰ সৃষ্টি কৰি তুলিছিল।

**শ্ৰীমন্ত শঙ্কৰদেৱ নাট্যসমাজ ঃ** এই অনুষ্ঠানৰ অৰিহণা শলাগিবলগীয়া। একেধাৰে সত্ৰিয়া গীত-মাত, নাট আদিৰ চৰ্চ্চাৰে ছিলঙত এসময়ত খলক লগাই তুলিছিল। ১৯৭০ চনত লক্ষ্ণৌত আয়োজিত Youth Festivalত নৃত্য প্ৰদৰ্শন কৰি শিল্পীসকলে সন্মান অৰ্জন কৰিবলৈ সক্ষম হৈছিল। ছিলঙৰ বাহিৰত অসমৰ পূৰ্ণাঙ্গ নাট-প্ৰতিযোগিতা সমাৰোহত অংশ গ্ৰহণ কৰি কেইবাবাৰো শ্ৰেষ্ঠ দল, শ্ৰেষ্ঠ নাট, শ্ৰেষ্ঠ অভিনেতাৰ সন্মান অৰ্জন কৰি ছিলঙৰ অসমীয়া সমাজলৈ গৌৰৱ কঢ়িয়াই আনিছিল।

**ৰূপালীম সাংস্কৃতিক সন্থা ঃ** প্ৰতিষ্ঠাতা, সভাপতি, আহ্বায়ক শ্ৰীধৰ্মেশ্বৰ দাস দেৱৰ অক্লান্ত পৰিশ্ৰমৰ ফলত এই অনুষ্ঠানটি গঢ় লৈছিল ১৯৬৩ চনত। সম্পাদক আছিল শ্ৰী ভূপেন হাজৰিকা। ইয়াৰ মুল উদ্দেশ্য আছিল ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ অসমীয়া সমাজ-সংস্কৃতিলৈ থকা অৱদান আৰু বহুল প্ৰচাৰ আৰু প্ৰসাৰ। অসমৰ ৰাজধানী স্থানান্তৰিত হোৱাৰ লগে লগে অনুষ্ঠানটিৰ মূল কাৰ্য্যালয় গুৱাহাটীলৈ নমাই নিয়া হয়। সেই সময়ত ৭৩-৭৪ চনৰ বাবে

সম্পাদক আছিল শ্ৰীকুল বৰা।

**ছিলং কলা পৰিষদ ঃ** এসময়ৰ উচ্চ মানদণ্ডৰ এটি অনুষ্ঠান আছিল। শাস্ত্ৰীয় সঙ্গীতৰ উপৰিও এই অনুষ্ঠানত গীত-মাত, গীতাৰ, বেহেলা, চেতাৰ, তবলা আদিৰ শিক্ষা দিয়াৰ ব্যৱস্থা আছিল আৰু তাৰ মাধ্যমেৰে স্থানীয় ল'ৰা-ছোৱালীহঁত উপকৃত হৈছিল। সত্ৰীয়া নৃত্য আৰু ভাৰতীয় বিভিন্ন ৰাজ্যৰ নৃত্যৰো প্ৰভাৱ বিস্তাৰ হৈছিল। অনুষ্ঠানৰ লগত ধীৰেন সেন বৰুৱা, ভুবন মোহন বৰুৱা, ত্ৰৈলোক্য খাউণ্ড, ৰুদ্ৰ বৰুৱা, প্ৰমোদ বৰুৱা আৰু শ্ৰীখগেন মহন্ত আদি শিল্পী-সাহিত্যিকৰ সমাৱেশ মনকৰিবলগীয়া আছিল।

**মাধৱদেৱ নামঘৰ সাংস্কৃতিক শাখা ঃ** শঙ্কৰী নাম-ধৰ্ম, গীত-মাত, খোল-বাদ্য, অঙ্কীয়া নাট, নৃত্য আদিৰ সমাৰোহেৰে এটি পৰিপূৰ্ণ অনুষ্ঠান। এতিয়াও ইয়াত নৃত্য-গীত, বাদ্য আদিৰ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা সমাহত। কৰ্ম্মকৰ্ত্তাসকলৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি অনুমান হয়।

**লাইটুমখ্ৰা সঙ্গীত বিদ্যালয় ঃ** এসময়ৰ এখন পূৰ্ণাঙ্গ সঙ্গীত বিদ্যালয় য'ত অসমীয়া গীত-মাত, বৰগীত, নৃত্য আদিৰ শিক্ষা প্ৰদান কৰা হৈছিল। এই অনুষ্ঠানৰ যোগেৰে কেইবাখনো সত্ৰীয়া নৃত্য-নাটিকা পৰিবেশন কৰা হৈছিল। এই নৃত্য-নাটিকাবোৰৰ নৃত্য পৰিচালক আছিল শ্ৰীনবীন চন্দ্ৰ শৰ্ম্মা। অনুষ্ঠানটোৰ গুৰি ধৰিছিল প্ৰয়াত তৰুণ হাজৰিকা দেৱে।

**কৃষ্টিৰ কাৰেং ঃ** আশা কৰামতে এই অনুষ্ঠানটিয়ে গা কৰিব নোৱাৰিলে। উদ্দেশ্য আছিল থলুৱা গীত-মাত আৰু নৃত্য আদিৰ চৰ্চ্চা বিশেষকৈ কলাগুৰু বিষ্ণু ৰাভা আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ স্মৃতিচাৰণ আৰু তাৰ মাধ্যমেৰে কণ কণ ল'ৰা-ছোৱালীৰ মাজত প্ৰতিযোগিতামূলক চৰ্চ্চা।

**মেট্ৰপলিটান ক্লাব ঃ** এই সংঘটিৰ অৰিহণা আছিল সামাজিক নাট, গীত-মাত আদিৰ চৰ্চ্চা। কিন্তু কিছুদিনৰ পিছত ই নিঃচিহ্ন হৈ পৰিল। ইয়াৰ সম্পাদক আছিল শ্ৰীচন্দন দাস।

**অসম ক্লাব ঃ** ছিলঙত অৱস্থিত অসমৰ অতি পুৰণি অনুষ্ঠান। নাট পৰিবেশন, সাহিত্য-চৰ্চ্চা, ব্যায়াম, খেল-ধেমালী আদিয়েই প্ৰধান। ন-পুৰণি শিল্পী সাহিত্যিকেৰে সমাদৃত এটি পৰিপূৰ্ণ অনুষ্ঠান। এতিয়াও উপৰোক্ত চৰ্চ্চাৰ পৰা আঁতৰি যোৱা নাই।

**ছিলং মুকুল সংঘ ঃ** এটি বিশিষ্ট সাহিত্যানুষ্ঠান। ১৯৪৫ চনত জন্ম হোৱা এই অনুষ্ঠানটিৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল অতুল চন্দ্ৰ বৰুৱা দেৱ। অসম

সাহিত্য সভাৰ স্বীকৃতি প্ৰাপ্ত শাখা সাহিত্য সভা ন-পুৰণি সাহিত্যিকেৰে সমাদৃত এই অনুষ্ঠানটিয়ে আজিও অসম মাতৃৰ ভাষা-জননীৰে সেৱা কৰি আহিছে। প্ৰতি পষেকে এখনিকৈ বৈঠক পাতি সাহিত্য-সংস্কৃতিৰ আলোচনা কৰা হয়। বছৰেকীয়া অধিবেশনৰ আয়োজন কৰি অসমৰ বিশিষ্ট সাহিত্যিকসকলক আমন্ত্ৰণ জনাই আলোচনা দাঙি ধৰা হয়। ইয়াৰ বৰ্ত্তমানৰ সভাপতি, কাৰ্য্যকৰী সভাপতি আৰু সম্পাদক ক্ৰমে শ্ৰীদেবানন্দ বৰুৱা, ড° উৎপল কুমাৰ হাজৰিকা আৰু শ্ৰীবিভূতি বৰকটকী।

**ৰূপজ্যোতি সংঘ ঃ** নিচেই ক্ষন্তেকীয়া এটি সাংস্কৃতিক অনুষ্ঠান আছিল। তিনি-চাৰিবছৰৰ বাবে সঞ্জীৱিত হৈ কেইখনমান সামাজিক নাটক মঞ্চস্থ কৰাৰ বাহিৰে বিশেষ একো দেখা নগ'ল।

**ছিলং সাহিত্য কানন ঃ** জন্ম ১৯৫৮ চন। এটি সাহিত্যানুষ্ঠান আছিল প্ৰতিষ্ঠাপক সম্পাদক আছিল ৰাজেন্দ্ৰনাথ হাজৰিকা। বৰ্ত্তমান তেওঁ অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনভোগী।

**শ্ৰীশ্ৰীমাধৱ দেৱ যুৱ সংঘ ঃ** সু-পৰিকল্পিত এটি অনুষ্ঠান। সংস্কৃতি আৰু খেল-ধেমালীৰ উৎকৰ্ষ সাধন ইয়াৰ মূল উদ্দেশ্য। প্ৰতিবছৰে বেড্‌মিণ্টন, কুইজ, কেৰম, ভলীবল আদিৰ প্ৰতিযোগিতাৰ আয়োজন কৰা হয়। সদৌ ছিলং ভিত্তিত পতা এই প্ৰতিযোগিতাসমূহত স্থানীয় অনুষ্ঠানসমূহৰ খেলুৱৈসকলে যোগদান কৰি অনুষ্ঠানটিৰ সৌষ্ঠৱ বঢ়াই আহিছে। ইয়াৰ উপৰিও প্ৰতিবছৰে মাধৱ গুৰুজনাৰ তিৰোভাৱ তিথি উপলক্ষে কৃষ্টি সভাৰ আয়োজন কৰি অসমৰ পৰা শিল্পী-সাহিত্যিকসকলক আমন্ত্ৰণ জনাই সংস্কৃতিৰ বিষদ আলোচনা কৰা হয়। বৰ্ত্তমান ইয়াৰ সভাপতি আৰু সম্পাদক ক্ৰমে শ্ৰীযতীন দত্ত আৰু শ্ৰীহৰেণ চন্দ্ৰ দাস।

**ঝঙ্কাৰ ঃ** এটি পূৰ্ণাঙ্গ সাংস্কৃতিক অনুষ্ঠান। উদ্দেশ্য—কলা, সংস্কৃতি, সঙ্গীত চৰ্চ্চা। বছৰি জনতাৰ শিল্পী জয়ন্ত হাজৰিকাৰ সোঁৱৰণী সভা পাতি শিল্পীজনাৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰাৰ লগতে জয়ন্ত সংগীতৰ ওপৰত প্ৰতিযোগিতাৰো আয়োজন কৰা হয়। ইয়াৰ বৰ্ত্তমান সভাপতি আৰু সম্পাদক ক্ৰমে শ্ৰীপ্ৰদ্যোৎ নেওগী আৰু শ্ৰীখগেন হাজং।

উপৰোক্ত অনুষ্ঠান কেইটিৰ মাথো চমুকৈ এটি আভাষহে দিয়া হৈছে। ভৱিষ্যতে সুবিধা পালে বিশদভাৱে আলোচনা ডাঙি ধৰাৰ প্ৰবল হেঁপাহ থাকিল।

**ছিলং কেন্দ্ৰীয় ৰঙালী বিহু উদ্‌যাপন সমিতি আৰু মেঘালয় ৰঙালী বিহু সন্মিলন ঃ** বিশাল অসম যেতিয়া একগোট হৈ আছিল, সাতভনীৰ যেতিয়া বিভাজন হোৱা নাছিল, তেতিয়া অসমৰ ৰাজধানী ছিলংত সমূহীয়াভাৱে আমাৰ অতি আপোন চেনেহৰ ৰঙালী বিহুটি উদ্‌যাপন কৰা হৈছিল। এই উদ্‌যাপনৰ প্ৰথম হোতা অসমৰ প্ৰাক্তন মন্ত্ৰী শ্ৰীদুলাল চন্দ্ৰ বৰুৱা দেৱৰ নেতৃত্বত কেইগৰাকীমান সমাজ সচেতন ব্যক্তিৰ সুস্থ চিন্তাধাৰাই ৰঙালীৰে ৰং সানিলে। আৰু ১৯৫৭ চনত ডনবস্কো স্কুলৰ প্ৰাঙ্গণত প্ৰথম বিহুখন বৰ উলহ-মালহেৰে উদ্‌যাপন কৰা হ'ল। তেনেকৈয়ে তিনি-চাৰি বছৰমান পাতি পিছত ১৯৬০/৬১ চন মানৰ পৰা (আনুমানিক) অসম চৰকাৰৰ সহায়ত ছিলংত লেডী হাইদৰি উদ্যানত আৰম্ভ কৰা হয় আৰু এই উদ্যানতেই প্ৰতি বছৰে আমাৰ জাতীয় উৎসৱটি পালন কৰি অহা হৈছিল সমূহীয়াভাৱে। সাতভনীৰ আৰু এগৰাকী (মেঘালয়)ৰ যেতিয়া জন্ম হ'ল তেতিয়া কিছুদিন ছিলংতে অসমৰ ৰাজধানী ক্ষণস্থায়ীভাৱে ৰাখি পিছত গুৱাহাটীলৈ স্থানান্তৰ কৰা হ'ল। কিন্তু আমাৰ জাতীয় উৎসৱটি জাতীয় চেতনাৰেই জীৱিত ৰাখি লেডীহাইদৰি উদ্যানতেই উদ্‌যাপন কৰি অহা হৈছিল।

১৯৭২ চনত যাতায়ত আৰু অন্য কিছুমান অসুবিধাৰ কাৰণবশতঃ লাইটুমখ্ৰাৰ ৰাইজে সুকীয়াকৈ এখনি বিহু পাতিবলৈ মনস্থ কৰিলে আৰু প্ৰথম লাইটুমখ্ৰা ছোৱালী হাইস্কুল প্ৰাঙ্গণত উদ্‌যাপনৰ আৰম্ভণী গীত গোৱা হ'ল।

মেঘালয় চৰকাৰৰ স্বীকৃতি প্ৰাপ্তিৰে এই বিহুখনিৰ নামাকৰণ কৰা হ'ল "**মেঘালয় ৰঙালী বিহু সন্মিলন**"। কেইবছৰমান লাইটুমখ্ৰা ছোৱালী হাইস্কুলৰ প্ৰাঙ্গণত উদ্‌যাপন কৰি পিছত অসম কৃষ্টি কেন্দ্ৰ চৌহদলৈ স্থানান্তৰ কৰা হ'ল আৰু তাতেই আজিকোপতি এই মেঘালয় ৰঙালী বিহু সন্মিলনে জাক-জমকতাৰে বিহুখন আদৰি আহিছে। ইয়াৰ মাজতেই আৰু এখন বিহুতলীৰো উদ্ভৱ হ'ল। আনহাতেদি ছিলং কেন্দ্ৰীয় বিহু সন্মিলনখনি হাইদৰী পাৰ্কৰ পৰা ৰেডক্ৰচ্ ফিল্ডত ১৯৯৫ চনলৈকে চলি থাকিবলৈ ধৰে। পিছত মেঘালয় চৰকাৰে উক্ত বাকৰিখন অধিগ্ৰহণ কৰি স্পৰ্টচ্ গ্ৰাউণ্ডলৈ ৰূপান্তৰ কৰাৰ ফলত বিহুখনি বিষ্ণুপুৰত প্ৰথমে চান্দমাৰি ফিল্ডত আৰু ইয়াৰ পিছলৈ ছিলং বিদ্যালয় প্ৰাঙ্গণত উদ্‌যাপন কৰিবলৈ লোৱা হয় আৰু বৰ্ত্তমানো এই স্থানতে উলহ-মালহেৰে পালন কৰি থকা হৈছে। সঁচা কথা। বিশাল ছিলংখনৰ ইমূৰৰ পৰা সিমূৰলৈ যাতায়তৰ কথা চিন্তা কৰিয়ে ফৰেষ্ট ক'লনী আৰু ওকলেণ্ডৰ ৰাইজে কেইজনমান উদ্যোগীৰ জৰিয়তে মিলিজুলি সুকীয়াকৈ ভালেকেইবছৰমান ৰঙালী বিহুটিৰ ৰং-

ধেমালী কৰিলে। ইয়াৰে কিছু সংখ্যক লোক অৱসৰ লৈ অসমলৈ ঘূৰি যাবলগীয়া হ'ল আৰু কিছু চাকৰিয়ালৰ চাকৰি স্থানান্তৰ হোৱাৰ লগে লগে বিহুখনিৰ ৰং সলনি হ'বলৈ ধৰিলে আৰু যোৱা কিছু বছৰ ধৰি এই স্থানত বিহু উদ্‌যাপিত হোৱা নাই। এটা সময়ত ছিলংত এনেদৰে তিনিওখন বিহুতলীৰ বিহুৰ গীতেৰে ৰজনজনাই আছিল।

এতিয়া আটাইতকৈ সুখৰ আৰু গৌৰৱৰ কথা হ'ল মেঘালয় ৰঙালী বিহু সন্মিলনখনিয়ে ৰাইজৰ অনুদান, অসম আৰু মেঘালয় চৰকাৰৰ অনুদান আৰু বছৰি ৰাহি হোৱা পুঁজিৰে কেইজনমান বিশেষ উদ্যোক্তাৰ শ্ৰমদানেৰে এটি স্থায়ী মঞ্চ নিৰ্মাণ কৰি উলিয়াবলৈ সক্ষম হ'ল। এই ৰঙ্গমঞ্চখনিৰ লাইখুটা ১৯৮৯ চনৰ আগষ্ট মাহত আৰম্ভ কৰি ১৯৯০ চনৰ পৰা সেই স্থায়ী মঞ্চত অতি চেনেহৰ বিহুখনি উদ্‌যাপন কৰি অহা হৈছে। বিহুতলীখনিত অকল বিহু উদ্‌যাপন কৰিয়ে ক্ষান্ত থকা নাই। জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে ইয়াত বিয়া-সবাহ, নামধৰ্ম্ম আদি কৰাৰ সুবিধাৰো ব্যৱস্থা কৰা হৈছে আৰু সকলো শ্ৰেণীৰ লোক উপকৃত হৈছে।

**পূজা সংস্কৃতি ঃ** মহামায়াৰ কৃপাদৃষ্টিত আমি অসমীয়া সমাজে ছিলঙতো দুৰ্গা পূজা-অৰ্চ্চনা কৰিবলৈ আশীৰ্ব্বাদ পাই আহিছো। ইয়াৰে কেইখনমান পূজা সমিতিৰ কথা উল্লেখ কৰা হ'ল। অসম কৃষ্টি কেন্দ্ৰ পূজা সমিতি, লাবান নামঘৰ পূজা সমিতি আৰু জেইল ৰোড সাৰ্ব্বজনীন পূজা সমিতি। পূজাও এক বিশিষ্ট সংস্কৃতি। অকল পূজা-অৰ্চ্চনা কৰিয়ে ৰাইজ ক্ষান্ত থকা নাই। ইয়াৰ লগত সামঞ্জস্য ৰাখি প্ৰতি সন্ধিয়া আৰতিৰ পিছত বিভিন্ন ধৰণেৰে সাংস্কৃতিক অনুষ্ঠানৰ আয়োজন কৰা হয় য'ত যাত্ৰা, থিয়েটাৰ, ওজাপালি, পুতলা নাচ আদি আকৰ্ষণীয় অনুষ্ঠান অনুষ্ঠিত হয়। সেইকাৰণে পূজাও এক বিশাল অৰ্থত অৰ্থপূৰ্ণ মহান সংস্কৃতি। শাৰদীয় দুৰ্গা পূজা বোলোতে অকল দুৰ্গা দেৱীৰ অৰ্চ্চনা কৰিয়ে ক্ষান্ত থকা নহয়, ইয়াৰ লগতে নিহিত আছে লক্ষ্মী পূজা, কালী পূজা ভাগো। এয়া এক মিলনৰ সংস্কৃতি য'ত আমি সকলো একগোট হৈ একতাৰ এনাজৰীৰে ইজনে সিজনক সাবটি লওঁ। এই শাৰদীয় দুৰ্গোৎসৱৰ লগত সঙ্গতি ৰাখি প্ৰতি বছৰে একোখনিকৈ স্মৰণিকা প্ৰকাশ হৈ আছে। নানাৰঙী সাহিত্য সম্ভাৰেৰে প্ৰকাশ হৈ থকা এই স্মৰণিকাখনিৰ নাম 'অঞ্জলি'।○

---

*শ্ৰীকুল বৰা এজন শিল্পী, গীতিকাৰ ও সমাজকৰ্ম্মী। ভাৰতীয় কৃষি গৱেষণা পৰিষদৰ অৱসৰপ্ৰাপ্ত প্ৰশাসনিক বিষয়া।*

# স্বৰ্গীয় মোহিনী ৰাজকুমাৰীৰ স্মৃতিত

## বীনা ৰাজকুমাৰী

আইতা মোহিনী ৰাজকুমাৰী যাৰ স্মৃতিত চকুৰ আগত ভাঁহি উঠে শুদ্ধ বগা সাজেৰে সজ্জিত সুশ্ৰী দেহৰ এটি মোহনীয় ব্যক্তিত্বৰ অধিকাৰীণি এগৰাকী মহীয়সী নাৰীৰ প্ৰতিচ্ছবি। সেইগৰাকী স্বাধীনচিতিয়া মৰমী আইতাৰ নাতিনী হৈ আইতাৰ লগত সুদীৰ্ঘ দিনবোৰ একেলগে অতিবাহিত কৰিবলৈ পোৱাটো আমাৰ বাবে আছিল যেন সেয়া পৰম সৌভাগ্য।

১৮১৮ শকৰ আঘোণ মাহৰ পূৰ্ণিমা তিথিত জন্ম গ্ৰহণ কৰা আইতাৰ পিতৃ আছিল স্বৰ্গীয়া চক্ৰেশ্বৰ বৰপাত্ৰ গোঁহাই আৰু মাতৃ আছিল স্বৰ্গীয়া থিৰেশ্বৰী ৰাণী গাভৰু। আইতাৰ বিবাহ হয় মেচাগড়ৰ চাও সেনাপতিৰ নাতি স্বৰ্গীয় উমাকান্ত বৰ গোঁহাইৰ লগত।

ৰাজপৰিয়ালৰ আবুৰত পিতৃমাতৃৰ আদৰ যত্নত ডাঙৰ হোৱা আইতাই স্বামী আৰু দুটি সন্তানৰ সৈতে এখনি সুখৰ সংসাৰৰ সপোন ৰচিছিল, নিষ্ঠুৰ কালে আইতাৰ সপোন বাস্তৱত ৰূপায়িত হ'বলৈ নিদিলে। ভৰ যৌৱনা আইতাৰ শিৰৰ সেন্দুৰকণ মচি নিয়াৰ লগতে নিষ্ঠুৰ নিয়তিয়ে বুকুৰ মাজৰ পৰা কাঢ়ি লৈ গৈছিল একমাত্ৰ পুত্ৰ সন্তানটিক। স্বামী আৰু পুত্ৰৰ মৃত্যু শোকত জৰ্জৰিতা আইতাই একমাত্ৰ কন্যা সন্তান (বৰ্তমান মোৰ মাতৃ আৰু 'আৱাহন' ১০ম বছৰ ৭ম সংখ্যাত প্ৰকাশিত দীৰ্ঘকেশী অসম জীয়ৰী) টিক বুকুত সাবটি পিতৃ গৃহ মহুৰামুখৰ ৰাজবাৰীলৈ আহিছিল মানসিক শান্তি বিচাৰি। কিন্তু সমস্যাই কেতিয়াও লগ এৰা নাছিল। আইতাৰ সেই সময়ত পিতৃগৃহ ৰাজবাৰীৰ অৱস্থা আছিল অতি শোচনীয়। নিজ মৌজা আনৰ হাতলৈ যোৱাৰ উপৰিও প্ৰায়বোৰ সা-সম্পত্তিয়েই নিলামত গৈছিল আৰ্থিক সংকটৰ বাবে। আনহাতে একমাত্ৰ ককায়েকৰ পত্নী তিনিটি পুত্ৰৰে সৈতে গোটেই পৰিয়ালটোৱেই মৃত্যুমুখত পৰে মাথো অলপ দিনৰ অগাপিছাকৈ। গতিকে বিধৱামাতৃকে আদি কৰি পুৰুষ বিহীন বিপদগ্ৰস্ত এটি পৰিয়ালৰ সকলো দায়িত্বই আইতাই মুৰ পাতি ল'ব লগা হৈছিল। কিন্তু নিৰ্ভীক, সাহসী আৰু ধৈৰ্য্যশীলা আইতাই ঘৰৰ সকলো দায়িত্ব বহন কৰাৰ লগতে সকলো সম্পত্তি বৰ্ণনাতীত কষ্টেৰে ঘুৰাই আনিবলৈ সক্ষম

হৈছিল।

এনেদৰে এটা সংঘাতপূৰ্ণ জীৱনক আঁকোৱালী লৈ অসীম সাহসেৰে সকলো বাধা বিঘিনি অতিক্ৰম কৰি কেনেদৰে সমাজত নিজকে প্ৰতিষ্ঠা কৰিলে সেইবোৰ কথা আইতাৰ মুখত মাজে সময়ে শুনি আমি হতবাক হৈছিলো।

ঘৰুৱা সমস্যাই আইতাক বিপাণ্ডত পেলালেও উৎসাহী মনৰ আইতাই সমাজ সংগঠনৰ কামত আত্মনিয়োগ কৰাৰ অদম্য হেঁপাহ সাঁচি ৰাখিছিল। এনে সময়তে ১৯৩৪ চনৰ এটি শুভদিনত আইতাই সাক্ষাৎ লাভ কৰে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ সৈতে। "জ্যোতিৰদৰে দ্বিতীয় জন মানুহ মই আজিলৈকে লগ নাপালো", জীয়াই থকা কালত আইতাৰ মুখত শুনা এইষাৰ কথা। সেইজন অদ্বিতীয় চিৰসুন্দৰৰ পূজাৰী ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালাৰ বহুকষ্টেৰে নিৰ্মীত প্ৰথম অসমীয়া সবাক বোলছবি 'জয়মতী'ত ৰাজমাও ভূমিকাত মোহিনী আইতাই জয়মতীৰ নাম ভূমিকাত শ্ৰীযুক্তা আইদেউ সন্দিকৈ আৰু আইতাৰ ভনীয়েক স্বৰ্গীয়া ব্ৰতেশ্বৰী ৰাজকুমাৰী আইতাই এগৰাকী লিগিৰীৰ ভাৱত অৱতীৰ্ণ হৈ অভিনয় পাৰদৰ্শিতা দেখুৱাবলৈ সুযোগ পাইছিল।

কিন্তু ঘৰৰ চাৰিবেৰৰ আবুৰত থকা ছোৱালীয়ে এনেদৰে বোলছবিত অভিনয় কৰিবলৈ যোৱাৰ বাবে সেইসময়ৰ সমাজৰ ঘৃণাৰ পাত্ৰহে হৈছিল। আনকি পৰিয়ালবৰ্গ, মিতিৰকুটুমৰ পৰাও বহুতো লাঞ্চনা গঞ্জনা শুনিব লগা হৈছিল। এই সকলোবোৰ শুনিয়ো দৃঢ়মনা আইতা পিছহঁহকি যোৱা নাছিল। পুনৰোদ্যমেৰে সমাজখনৰ এলান্ধুকলীয়া কু-সংস্কাৰবোৰ আঁতৰ কৰিবলৈ বুকুত সাহস বান্ধি ওলাই আহিছিল। কেইজনমান জনা-বুজা যুৱক, ভগ্নী স্বৰ্গীয়া ব্ৰতেশ্বৰী ৰাজকুমাৰী আৰু শ্ৰীযুতা আইদেউ সন্দিকৈক লগত লৈ প্ৰথম প্ৰচেষ্টাৰূপে গাঁৱৰ সকলো গাভৰুকে একত্ৰিত কৰি সহ অভিনয়ৰ যোগে বুৰঞ্জীমূলক নাটক 'মুলাগাভৰু' মঞ্চস্থ কৰে। এই প্ৰচেষ্টাত সুফল লাভ কৰি পিছত 'চন্দ্ৰকান্ত সিংহ', 'মণিৰাম দেৱান', 'বদন বৰফুকন' আদি ভালেকেইখন বুৰঞ্জীমূলক নাট নিজ পৰিচালনাৰে মঞ্চস্থ কৰাইছিল। ইয়াৰ লগে লগে নানা সভা সমিতি স্কুল আদি পাতি গাবৰ মানুহৰ মাজত সমাজ সচেনতনাৰ ভাব জগাই তুলিছিল। ১৯৩৯ চনত আইতাই মহুৱামুখত এখনি বয়ন শিল্পকেন্দ্ৰ প্ৰতিষ্ঠা কৰি অসমৰ বহু ঠাইৰ ছোৱালী আনি প্ৰশিক্ষণ দিয়াইছিল। ইয়াৰ বাহিৰেও সুলভ মূল্যৰ দোকান আদি চলাই উঠি অহা ডেকা গাভৰুক স্বাৱলম্বীতাৰ আদৰ্শ দেখুৱাইছিল। এইবোৰতে ক্ষান্ত নাথাকি মহামানৱ মহাত্মাগান্ধীৰ

আদৰ্শেৰে অনুপ্ৰাণিত হৈ স্বাধীনতাৰ আন্দোলনতো সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। কোনো স্কুল কলেজৰ শিক্ষা নোপোৱাকৈ বহুতো অনুষ্ঠান প্ৰতিষ্ঠানৰ আঞ্চলিক পঞ্চায়ত, মণ্ডল কংগ্ৰেছ আদিত সভ্যা ৰূপে থাকি সুপৰামৰ্শ আগবঢ়াইছিল।

নাৰী হ'লেও আইতাই পুৰুষৰ দৰে নাওঁচোলাবা, ঘোঁৰা দৌৰোৱা, কোৰমৰা আদি সকলোতে পাকৈত আছিল। পুৰুষৰ দৰে সাজ পিন্ধি হাতত হেংদাং লৈ আইতা যেতিয়া ওলাই যায় তেতিয়া হেনো এনে লাগিছিল সেয়া যেন তাহানীৰ আহোম বীৰ ৰমণী মূলা গাভৰুহে।

আইতাৰ এনে সাহস আৰু দৃঢ়মনোবল দেখি সেই সময়ৰ জিলা উপায়ুক্তই ১২ পুৰা মাটিৰ এটা গ্ৰেজিং দি আইতাক পুৰস্কৃত কৰিছিল। সেই সাহস আৰু দৃঢ় মনোবল মৃত্যুৰ আগলৈকে কৰ্মৰতা আইতাৰ সকলো কাৰ্য্যতে আমি দেখিবলৈ পাইছিলো। প্ৰায় ৬৫ বছৰ বয়সতো ১৯৬২ চনৰ প্ৰবল বানপানীত মাজৰাতি মাথো দুজনমান নাৱৰীয়া লৈ সাগৰ সদৃশ জলৰাশিৰ মাজেৰে নাওঁবাই মানুহ উদ্ধাৰ কৰিবলৈ যোৱা কথা আমাৰ এতিয়াও মনত আছে।

আত্মসন্মানৰ বাবে আইতা সদায়-সচেতন আছিল। অন্যায়-অবিচাৰ আইতাই অলপো সহ্য নকৰিছিল। কেতিয়াবা এনেক্ষেত্ৰত খণ্ডত ৰুদ্ৰমূৰ্ত্তিও ধাৰণ কৰিছিল। গৃহিণীৰ সকলোবোৰ গুণেই তেখেতৰ গাত আছিল। সকলোবোৰ গুণৰ গৰাকী আইতাই পৰিষ্কাৰ পৰিচ্ছন্নতা বৰ ভাল পাইছিল। অতি সহজতে সকলোকে আপোন কৰি ল'ব পাৰিছিল। কোনোবা কথা নিজ চকুৰে নেদেখিলে বিশ্বাস কৰিবলৈ টান পাইছিল।

ধৰ্মপ্ৰাণা মাতৃদেৱী থিৰেশ্বৰী ৰাণী গাভৰুৱে ঘৰতে স্থাপন কৰি লোৱা ভাগৱত মন্দিৰত মোহিনী আইতাই মৃত্যুৰ আগলৈকে পুৱা গধূলি গীতা ভাগৱত পাঠেৰে আৰু শঙ্খ ঘণ্টা ধ্বনিৰে ভাগৱত প্ৰেমত নিমগ্ন আছিল। যেতিয়া ভাগৱত ধ্যানত থাকে তেতিয়া এনে লাগিছিল কোনোবা যেন তপস্বিনীহে।

এগৰাকী প্ৰথম অসমীয়া বোলছবিৰ শিল্পীৰূপেই হওঁক বা সাহসী মহিলা সমাজকৰ্মী ৰূপেই হওঁক তেখেত আমাৰ মাজত সদায় জিলিকি আছে আৰু থাকিব। ○

---

*শ্ৰীমতী বীনা ৰাজকুমাৰী এগৰাকী সমাজসেৱিকা। সাহিত্যৰ প্ৰতি শ্ৰদ্ধা আছে।*

# সপোনৰ দেশ ছুইজাৰলেণ্ড

দেৱব্ৰত বৰুৱা

অফিচৰ পৰা ওভটাৰ পথত সাহিত্যপ্ৰেমী আৰু মুকুল সংঘৰ সক্ৰিয় সদস্য ড° উৎপল কুমাৰ হাজৰিকাক লগ পাওঁতে কথাৰ প্ৰসঙ্গত ক'লে— "বৰুৱা। মুকুল সংঘৰ স্মৰণিকাৰ বাবে আপোনাৰ ছুইজাৰলেণ্ডলৈ যোৱা অভিজ্ঞতাৰ বিষয়ে এটা ভ্ৰমণ কাহিনী লেখিবচোন।" হাজৰিকাৰ তাগিদাতে ছেগাচোৰোকাকৈ দুই-এটা প্ৰবন্ধ, কবিতা আদি লিখিছিলো। সংঘৰ বৈঠকত পাঠ কৰিছিলো।

যোৱা বছৰ দিল্লী আৰু কটকলৈ N. I. P. A. (National Institute of-Performing Arts )ৰ আয়োজিত আন্তঃৰাজ্যিক শিশু নাট উৎসৱলৈ নাটক এখন লৈ যোৱাৰ আৰু সফল মঞ্চস্থ কৰোৱাৰ পৰিপ্ৰেক্ষিতত N. I. P. A.ৰ সঞ্চালক প্ৰধান শ্ৰীবি. এম. দি আগৰৱালাই মোলৈ যোৱা মে' মাহত চিঠি এখন প্ৰেৰণ কৰিলে— জুলাই মাহত ছুইজাৰলেণ্ডত হ'ব লগা আন্তঃৰাষ্ট্ৰীয় নাট সমাৰোহত N. I. P. A.ৰ দলৰ লগত যোগদান কৰিব লাগে। খবৰটো পাই ভাল লাগিছিল যদিও যাত্ৰাৰ, থকামেলাৰ সমুদায় খৰছৰ পঁচিশ ভাগৰ বাবে স্পনসৰ গোটাবলৈ নিৰ্দেশ দিয়াত স্পনচৰচিপ, টকা আদিৰ কথা চিন্তা কৰি ৰাতি টোপনি নহাৰ অৱস্থা। যিকি নহওঁক বন্ধুবৰ অজিত কাকতী, ডাঃ প্ৰকাশ বৰুৱা, কে. পি. বৰুৱা (ছিলং মিউনিচিপেল গোটৰ বিষয়া), প্ৰঃ কামিনী নাথ, শ্ৰদ্ধেয় খিতীন দাসদেৱ, শঙ্কৰদেৱ কৃষ্টি কেন্দ্ৰ, অসম ক্লাব, তিনি-চাৰিজন খাছীয়া ভদ্ৰলোক, মই কাম কৰা মেঘালয় কো-অপাৰেটিভ বেঙ্ক আৰু মোৰ ভাগিন দুটাৰ পৰা আশ্বাস পোৱাত 'ছুইজাৰলেণ্ড'ৰ নাটসমাৰোহত যোগদান কৰিবলৈ যাবতীয় কাম পাছপোৰ্ট/ভিছা আদিৰ বাবে আগবাঢ়িলো।

আমি অৰ্থাৎ এন. আই. পি. এ.ৰ সঞ্চালক প্ৰধান, গয়াৰ নাট্যকৰ্মী দুজন, তেজপুৰৰ ঐশ্বৰ্য্য কাকতী আৰু তেওঁৰ নাটকৰ দলে ছুইজাৰলেণ্ড অভিমুখে ৰাওনা হ'লো জুলাইৰ পাঁচ তাৰিখে— 'Lufthansa Airways'ৰে দিল্লীৰ International Aircraftৰ পৰা শেষ নিশা ২-৩০ বজাত। Domestic Airlinesত ভ্ৰমণ কৰিছিলো যদিও International Aircraftৰ 'Lufthansa' জাতীয় অত্যাধুনিক উৰাজাহাজত উঠি বিস্মিত হৈ পৰিছিলো। ধুনীয়া পৰিচাৰিকাই মিঠা হাঁহিৰে সম্ভাষণ জনালে বিমানৰ প্ৰবেশদ্বাৰত। যেন বহু দিনৰহে চিনাকী।

বহা চিটটো খিৰিকিৰ কাষত পাই মনটো ভাল লাগিল। বাহিৰলৈ অন্ততঃ চাই যাব পাৰিম— মনতে ভাবিলো। বিয়াগোম উৰাজাহজ (Airbus)ৰ ভিতৰত বহোতে ডাঙৰ চিনেমা হলত বহা যেন লাগিল। শেষ নিশা ঠিক ২-৩০ বজাত আমাৰ জাৰ্মান Lufthansaখনে প্ৰচণ্ড শব্দ কৰি লাহে লাহে আকাশমাৰ্গলৈ উৰা মাৰিলে। সেই মুহূৰ্ত্তত মোৰ বাইদেউ (বীনা হাজৰিকা) বৰ্ত্তমান গুৱাহাটীৰ হেঙেৰাবাৰীৰ নিবাসীলৈ মনত পৰিছিল। স্কুল-কলেজত পঢ়ি থকাৰ সময়ত ছিলঙৰ নংথুমাইত থকা বাইদেউৰ ঘৰলৈ মাহেকে-পষেকে যাওঁতে মোক আহিবৰ সময়ত প্ৰায়ে টকা দুটা দি কয় চিটি বাছত যাবিগৈ। খিৰিকিৰ কাষত নবহিবি। ঠাণ্ডা লাগিব। সেই টকা দুটাৰ চাৰি অনাৰে চিটি বাছত বাৰিকলৈ আহো। চাহ খাওঁ বুন্দিয়া-ভূজিয়া লৈ। বন্ধুকো খুৱাও। টকা দুটা শেষ নহয়হে নহয়। এতিয়াৰ এই যাত্ৰাত বা কিমান টকা পৰিছে। লাখৰ ওপৰ নিশ্চয়। উৰাজাহাজৰ খিৰিকিৰ কাষত বহি সেইবোৰকে ভাবি থাকোতে হঠাৎ দেখোন মোৰ খিৰিকিৰ তলত আলোকৰ জলক-তবক লগোৱা ৰাতিৰ দিল্লীখন। অলপ ভয়ো লাগিছিল। যদি কিবা এটা কাৰণে টুপকৈ সৰি পৰো। দূৰণীবটিয়া বাছত উঠিলে কেতিয়াবা হঠাতে বাছ ৰখাই দুই-এক যাত্ৰীয়ে টয়লেটলৈ যোৱাৰ দৰে এতিয়া এইখন ৰখাবও নোৱাৰি। জেলৰ কয়েদি যেন লাগিল নিজকে। অলপ পিছত দেখিলো দিপ্‌লিপ্ পৰিচাৰিকা এজনীয়ে ট্ৰলী এখনত লৈ আহিল বিভিন্ন ধৰণৰ বিলাতী সুৰাৰ বটলৰ সম্ভাৰ লগতে চাহ আৰু কফি। যাত্ৰীসকলৰ যি ইচ্ছা তাকে খাব পাৰে। কেতিয়াও নাম নুশুনা মদৰ বটলকেইটা লিৰিকি বিদাৰি চাওঁতে আমাৰ ছিলঙৰ বিষ্ণুপুৰৰ ঘৰৰ কাষত থকা খাছীয়া কঙ (কং—খাছীয়া ভাষাত বাইদেউ)ৰ দোকানৰ পৰা থলুৱা সুৰা খাই ঢলংপলংকৈ অহা মদপীকেইটাক ইয়াৰে কেইটামান দিব পৰা হ'লে মোক অহাযোৱা বাটত আগচি নধৰি সদায় চালাম কৰিলেহেঁতেন। যাত্ৰীসকলে নিজৰ ইচ্ছানুযায়ী পানীয়টোপা গলাধকৰণ কৰি পোন হৈ বহোতেই খোৱাৰ সম্ভাৰ লৈ পৰিচাৰিকাসকল হাজিৰ। ৰাতিৰ আহাৰ। স্বাস্থ্য ভালে থকা সুৰুচিপূৰ্ণ দামী আহাৰ। আমাৰ সকলোৰে উদৰস্থ কৰাত উদাৰ্ত্তভাৱে লাগি গ'ল। ৰাতিপুৱা ৭-৩০ বজাত Frankfruit (জাৰ্মানীত) Areodrom পালোগৈ। তেতিয়া ভাৰতত দিনৰ ১১টা। তাত দুঘণ্টামান থাকিব লগা হ'ল Loungeত বহি। কিয়নো ইয়াতে Lufthansa উৰাজাহাজখন সলনি কৰি আন এখন উৰাজাহাজলৈ গৈ উঠিব লাগে। এইখন ছুইজাৰলেণ্ডৰ ছুইচ এয়াৰবাছে লৈ যাব Zurickলৈ। পঞ্চলিশ মিনিট যাত্ৰা কৰি Zurick Airport পালোগৈ। Zurick Airportত নামি বেচ ঠাণ্ডা অনুভৱ কৰিলো। Zurickৰ পৰা আমাৰ গন্তব্য স্থান 'ঠুন' বোলা চহৰ এখনলৈ নিয়াৰ বাবে বাছ এখন ৰৈ

আছিল। 'ঠুন'তে অনুষ্ঠিত হ'ব আন্তঃৰ্জাতিক নাট সমাৰোহ। জুৰিকৰ পৰা প্ৰায় এশ তেষষ্ঠি কিঃমিঃ হ'ব বুলি বাছৰ ড্ৰাইভাৰজনে ক'লে। বাছৰ ড্ৰাইভাৰজন তজবজীয়া সুন্দৰ ডেকা ল'ৰা। পাতল নীলা হাফ চাৰ্ট এটা পিন্ধি আহিছে। কথা-বতৰাও সুন্দৰ। ইংলিচ ক'ব পাৰে। নামটো সোধাত ক'লে জৰ্জ বুলি। আমাৰ লাগেজবোৰ লৈ বাছখনৰ ডিকিৰ ফালে আগবাঢ়ি যাওঁতে জৰ্জে বাছৰ বাহিৰৰ ফালে তলত পথালীকৈ থবলৈ দেখুৱাই দিলে। ডিকিটো আমাৰ ইয়াৰ বাছৰ দৰে পাছফালে নহয়। চিটবোৰ, ভিতৰখন চালে চকু ৰোৱা। চিটবোৰো আৰামদায়ক। বাছখন একাবেঁকা পাহাৰীয়া ৰাস্তাৰে 'ঠুন' নামৰ চহৰৰ অভিমুখে যাত্ৰা কৰিলে। সকলো ফালে চালেই দেখা পাই প্ৰকৃতিৰ অপৰূপ শোভা। ৰাস্তাবোৰ সমান। বাছৰ জোকাৰণি অনুভূত নহয়। আমাৰ তাত দূৰণীবটিয়া বাছত উঠিলে কঁকাল ভঙা জোকাৰণিত ত্ৰাহি মধুসুদন দেখা অৱস্থা ইয়াত নহয়। জৰ্জে মাজতে তাৰ মোবাইল ফোনটো লৈ কাৰোবাৰ লগত কথা পাতে। মাজে মাজে আমি অতিক্ৰম কৰা ঠাইবোৰৰ পৰিচয় কৰায়। ৰাস্তাৰ দাঁতিৰ দুয়োৰ ঘৰবোৰৰ খিৰিকিবোৰত ফুলৰ থোপাৰ বাস্কেট। ৰঙা-হালধীয়া-নীলা বৰণৰ ফুলেৰে জাতিস্কাৰ। চকু জুৰ পৰি যায়। ৰাস্তাৰ দাঁতিৰ পৰা ভৈয়ামলৈ ক্ৰমে এঢলীয়া হৈ যোৱা পাহাৰবোৰ। সেউজীয়া ঘাঁহনিৰ কাৰ্পেট এঢলীয়া পাহাৰৰ অংশত। সেউজীয়া ঘাঁহনীৰ কাৰ্পেটিৰ ওপৰত সোণবৰণীয়া শুকান ধানৰ নৰাৰ সদৃশ কাৰ্পেট। তাৰ ওপৰত আছে ওখ ওখ টিক গছবোৰৰ অৰণ্য। এই সকলোবোৰ যেন কোনোবাই পৰিকল্পনা কৰিহে সজাই থৈছে।

'ঠুন' চহৰখন পাওঁতে দিনৰ দুটা মান বাজিল। আমাৰ বাবে বৈ থকা জিন পৰিহিতা সুন্দৰী যুৱতী এগৰাকী আগবাঢ়ি আহি অভ্যৰ্থনা কৰিলে। দুই-এষাৰ কথা বিনিময় কৰাৰ পিছত আমাক ঘৰ এটালৈ লৈ গ'ল ৰাতিটো থকাৰ বাবে। কিয়নো আমাৰ ভাৰতীয় দলতো এদিন আগতে অহাৰ বাবে আমাক সেইদিনা কেম্পলৈ নিব নোৱাৰিলে। ঘৰটো দুমহলীয়া। কাঠৰ। ছিলঙৰ ঘৰবোৰৰ দৰে। অৱশ্যে কাৰুকাৰ্য্য অধিক সুন্দৰ। ঠুন চহৰৰ প্ৰায়বোৰ ঘৰৰ ডিজাইন একে ধৰণৰ। ঘৰৰ ৰংবোৰো একে। দুয়োৰ পাহাৰত থকা ঘৰবোৰ ফুলৰ থোপা যেন লাগে।

আমাৰ সকলোকে ভোকে খুন্দা মাৰি ধৰাত আমাৰ বাবে খোৱাৰ বন্দোবস্ত কৰি থোৱা হোটেল এখনলৈ লৈ গ'ল। হোটেলখন ঠুন চহৰৰ মাজেৰে বৈ যোৱা নদী এখনৰ কাষত। নদীখন সৰু যদিও পানীৰ সোঁত যথেষ্ট। পানীবোৰ ফট্‌ফটিয়া চাফা। নদীখনৰ দুয়োপাৰে ডাঙৰ হোটেল আদি আছে যদিও কোনো ধৰণৰ আবৰ্জনা নেদেখি আচৰিত হ'লো। বগা হাঁহবোৰ পানীত চৰি থকা,

নদীখনৰ দলঙৰ ৰেলিঙত ৰঙা-হালধীয়া ফুলৰ থোপাৰে সজ্জিত ফুলৰ বাস্কেট। দেখিলে ভাব হয় এইখনেই দেখোন স্বৰ্গভূমি— আমাৰ কল্পনাৰ স্বৰ্গ। আমাৰ ছিলং বিষ্ণুপুৰৰ ঘৰৰ পাছফালে থকা সৰু জুৰিটিত আমি সৰুতে গা ধোৱা আৰু এতিয়া নদীখনৰ অৱস্থাৰ কথা ভাবিলে আমিবোৰ যে গাহৰিৰ দৰে আছো উপলব্ধি কৰিলো। (ছুইজাৰলেণ্ডৰ গৰু-গাহৰিবোৰ আমাতকৈ বহু ভালদৰে আছে যেন লাগিল।)

পিছদিনাখন ছয় তাৰিখে আমাক অন্য এটা কেম্পলৈ স্থানান্তৰিত কৰিলে। কেম্পটো অৰ্থাৎ ঘৰটো মাটিৰ তলত। ঘৰটোৰ ওপৰত ধুনীয়া বাস্কেট বলৰ ফিল্ড। কেম্পত খলপা-খলপী বিছনা। এটা এটা কমৰ তলে-ওপৰে ত্ৰিশ খন মান বিছনা। কেম্পত আমাৰ লগত ইটালী আৰু ইউকেইনৰ নাটকৰ দল দুটাও আছিলহি। তেওঁলোকে ইংলিছ নজনাৰ বাবে ভাব বিনিময় কৰিব নোৱাৰিলেও হাঁহিৰে সম্ভাষণ জনাইছিলো।

সেইদিনা অৰ্থাৎ ছয় জুলাই নাটক মহোৎসৱৰ উদ্বোধনীৰ বাবে কৰ্ম্মকৰ্ত্তাসকলে বিয়লী পাৰ্টি এটা দিছিল হোটেলখনৰ হল এটাত। ঠুন চহৰৰ বিশিষ্ট লোকসকলক আমন্ত্ৰণ কৰিছিল। প্ৰায়বোৰ ভদ্ৰলোক-ভদ্ৰ মহিলাই ধুনীয়া। ৰং গোলাপ ফুলৰ দৰে। দুই-এজন মানুহৰ লগত কথা পাতোতে মই Basically Banker বুলি কোৱাত আচৰিত হৈছিল। নাটক মোৰ হবিহে। সময় পালে কৰোঁ; সেইয়াই। ছুইজাৰলেণ্ডৰ ফাইনেন্স চেক্ৰেটেৰিয়েটৰ এগৰাকীৰ লগত কথা পাতি গম পালো এটাতকৈ অধিক ল'ৰা-ছোৱালী হ'লে টেক্স ভৰিব লাগে। ছুইজাৰলেণ্ডৰ জনসংখ্যাও সেইবাবে বৰ কম। মাত্ৰ সাত মিলিয়ন, মানে সত্তৰ লাখ। মোৰ ঘৰৰ খাছীয়া মিস্ত্ৰী 'Moon'ৰ ন নম্বৰ বাচ্চাটো জন্ম হওঁতে পাছদিনা আহি সগৌৰৱে মোক কৈছিল খাছী হিন্দীত— "বাবু। হামাৰা ন নং বাচ্চা পয়দা হুৱা কাল। ঔৰত কো ব'লা আভি অপাৰেচন ক'ৰ। মাইকী ব'লা অপাৰেচন হুগাটো ভগৱান পাপ।" এশ কোটি মানুহৰ দেশ। ধন্য তুমি ভাৰত সন্তান।

চাহ খাই থাকোতে (নামতহে চাহ। পানীত দুটামান চাহপাত ছটিয়াই দিয়া পানী।) ছয় ফুটতকৈ ওখ ত্ৰিশৰ ওপৰৰ মহিলা এগৰাকীৰ লগত চিনাকী হ'ল। কথা-বতৰাবোৰো ভাল। পিছত দেখিলো তেওঁ নাট মহোৎসৱৰ প্ৰেছিডেণ্টৰ লগত গৈ মঞ্চলৈ গৈ বক্তৃতা দিছে— সলসলীয়াকৈ জাৰ্মানী-ছুইজাৰলেণ্ডৰ মিশ্ৰিত ভাষাত। ভাষাটো ইমান শুৱলা। গান গোৱা যেনহে লাগিছিল। তেখেত কোন বুলি সোধাত এজনে ইংৰাজীৰে ক'লে Suitzerland Govtৰ Cultural Affairsৰ Minister। লগত Black Cat জাতীয় নেদেখি ধৰিবই পৰা নাছিলো

কথা পাতি থাকোতে মিনিষ্টাৰ বুলি। তাৰ অভ্যাগতসকলেও তেওঁৰ পিছে পিছে লাগি থকা দেখা পোৱা নাছিলো। ওচৰৰ জনক সুধিলো তেওঁৰ লগত চিকিউৰিটি আদি কোনো নাহে নেকি? মানুহজনে আকাশৰ পৰা পৰা মানুহৰ দৰে হৈ সুধিলে চিকিউৰিটি? তেওঁক কথাৰে (তেওঁৰ ইংলিচৰ জ্ঞান কম কাৰণে) মই বডি লেংগুৱেজেৰে আমাৰ ঘৰৰ পাছফালে থকা হুম গাৰ্ডবোৰে ৰাইফল প্ৰেক্‌টিচ কৰাৰ দৰে কেইবাবাৰো কৰি দেখুওৱাত মানুহটোৱে হোঁ হোঁকৈ হাঁহি ক'লে— আমাৰ মিনিষ্টাৰে অকলে গাড়ী চলাই আহিছে 'Burko' (ছুইজাৰলেণ্ডৰ ৰাজধানী)ৰ পৰা। দূৰত্ব এশ কিলোমিটাৰ মান হ'ব।

কেম্পত প্ৰথম নিশা চিকিউৰিটি হিচাবে ডিউটিত আছিল ছয় ফুট দুই ইঞ্চিমান ওখ সুন্দৰ-সুঠাম বাইশ বছৰীয়া যুৱক এজন। অৱশ্যে ডিউটি দিয়া লোককেইজন প্ৰত্যেক নিশাই সলনি হৈছিল। ল'ৰাটোৰ লগত কথা পাতি ভাল লাগিল। ভালকৈ ইংলিচ ক'ব নোৱাৰিলেও কথা-বতৰা এৰা-ধৰাকৈ চলাই দিব পাৰে। জাতিত জাৰ্মান। ল'ৰাটোৱে ক'লে ঠুন চহৰৰ প্ৰায়বোৰ জনসংখ্যাই জাৰ্মান অৰিজিনেল। ৰাতি দেখিলো ল'ৰাটোৱে ডাইনিং হলৰ টেবুলৰ চকী এখনত বহি একান্ত মনে কিতাপ পঢ়ি আছে আৰু লিখি আছে। ওচৰলৈ গৈ সুধিলো— সি কি কিতাপ পঢ়িছে। উত্তৰত ক'লে— সি এইবাৰ বায়ো-কেমিষ্ট্ৰীত এম. এছ. চি. দিব। আৰু ক'লে বিশ্ববিদ্যালয়ৰ শেষান্ত পৰীক্ষাত পিছৰ অৰ্হতা পাবলৈ হ'লে ছ'ছিয়েল চাৰ্ভিছৰ চাৰ্টিফিকেট নতুবা তিনি বছৰৰ বাবে ছুইচ আৰ্মিত যোগদানৰ বাবে যাব লাগে। ল'ৰাটোৰ ashmetic problemৰ বাবে আৰ্মিত যোগদান কৰিবলৈ অপাৰগ হোৱাত ছ'চিয়েল চাৰ্ভিচৰ চাৰ্টিফিকেট প্ৰডিউচ কৰিব ফাইনেল একজামিনেচনৰ ৰিজাল্টৰ বাবে। মই ল'ৰাটোক অসমৰ পৰা নিয়া চাহপাতৰ পেকেট এটা দিয়াত খুব আনন্দ প্ৰকাশ কৰাৰ লগতে ক'লে— I will give to my girl friend. I hope, she will be very happy.

৭ জুলাইৰ পৰা নাটকসমূহ মঞ্চস্থ হ'ব। হোটেলটোৰ চৌহদত Stageটো বনাইছে। ৰাইজ বহিব পৰাকৈ Gallery আদি খোলা মঞ্চ। আমাৰ নাটকখনেৰে মহোৎসৱ আৰম্ভ কৰাব বুলি উদ্যোক্তাসকলে জনালে। লগতে আমাৰ লগত যোৱা সত্ৰীয়া নৃত্যপটিয়সী এগৰাকীৰ সত্ৰীয়া নৃত্যৰ প্ৰদৰ্শনেৰে মহোৎসৱৰ নাটসমূহৰ প্ৰদৰ্শন মুকলি কৰিব বুলি জনালে। কথাটো গম পাই গৌৰৱ অনুভৱ কৰিলো।

নাটক মহোৎসৱলৈ ইউক্ৰেইন, জাৰ্মানী, ইটালী আদিৰ প্ৰায় ১৭খন মান ইউৰোপৰ দেশে যোগদান কৰিছিল। এচিয়াৰ পৰা ভাৰতবৰ্ষ, আৰু বাংলাদেশ

তালিকাত আছিল যদিও বাংলাদেশে শেষ মুহূৰ্ত্তলৈকে ভিছা নোপোৱাৰ বাবে অংশ গ্ৰহণ কৰিব নোৱাৰিলে। নাটকত অংশ গ্ৰহণ কৰা নাটকসমূহৰ ভিতৰত ইটালীৰ নাটকখনেই আমাৰ সকলোৰে ভাল লাগিছিল। নাটকৰ কাহিনী ৰবিনছন ক্ৰুছ। নাটক পৰিবেশন আছিল ভিন্ন ধৰণৰ। মঞ্চত আছিল এখন দীঘল টেবুল। মঞ্চৰ তলতেই দীঘলীয়াকৈ আৰি থৈছিল মাছৰ জাল এখন। মঞ্চত দীঘল এখন টেবুল। তাত আছিল বাঁহ-কাঠ আদিৰে বনোৱা ওখ ওখ পুতলা। প্ৰত্যেক পুতলাৰ পাছফালে এজন এজন অভিনেতা। মুখত ক'লা কাপোৰে আবৃত। পুতলাবোৰৰ অঙ্গী-ভঙ্গী, সংলাপসমূহ, চিঞৰ, হাঁহি-কান্দোন, মাৰপিট, চুমাখোৱা আদি (Sequence অনুযায়ী) পিছফালে থকাকেইজনে কৰিছিল সাৱলীল গতিত। কি অপূৰ্ব সমন্বয়। এনেকুৱা এখন নাটক পৰিবেশন কৰিবৰ বাবে যথেষ্ট আখৰা, পৰিশ্ৰম যে কৰিছে দেখিলেই বুজা যায়। নাটখনত পৰিচালকৰ দক্ষতা আৰু তেওঁৰ পৰিশ্ৰম নাটকখন চালে উপলব্ধি কৰিব পৰা যায়। নাট মহোৎসৱৰ শেষৰ দিনা ছুইজাৰলেণ্ডৰ দহখন খ্যাতিসম্পন্ন নাটকৰ বিশেষ অংশ (Sequence) কিছুমান প্ৰদৰ্শন কৰাইছিল। নাটকবোৰৰ ভাষা ইংলিচ নহয় যদিও চাই আমনি লগা নাছিল। বিশেষকৈ তাৰে এখন 'Pantomine' (মূক অভিনয়)ৰে অভিনয় কৰাইছিল— দৰ্শকৰ পৰা এটা ভাৱ লৈ। সেইখনো আছিল অপূৰ্ব।

নাট মহোৎসৱৰ কেইদিন দিনৰ ভাগত আজৰি পাই আমি দুজনমানে 'লুচাৰ্ণবাৰ্গ' আৰু ছুইজাৰলেণ্ডৰ ৰাজধানী 'বাৰ্ণ' (Burne)লৈ গৈছিলো। লুচেনবাৰ্গ যথেষ্ট ডাঙৰ চহৰ। ই ছুইচ ঘড়ীৰ বাবে বিখ্যাত। বৃহৎ হ্ৰদ এটাৰ বাহিৰেও লুচাৰ্ণবাৰ্গৰ হ্ৰদৰ ওপৰত অতি পুৰণি কাঠৰ দলং এখন আছে। পাহাৰীয়া ঠাই যদিও ট্ৰেইন, বাছ আদি সকলো আছে। আমি 'ঠুন'ৰ পৰা লুচাৰ্ণবাৰ্গলৈ ট্ৰেইনেৰে গৈছিলো। পাহাৰৰ মাজে মাজে, সুৰঙ্গৰে, পাহাৰৰ নামনিৰে। সমান্তৰালকৈ পাহাৰৰ এঢলীয়া নামনিত সেউজীয়া ঘাঁহনি। যেন এখন সেউজীয়া কাৰপেটহে পাৰি থৈছে। মাজে মাজে ৰঙা-নীলা ফুল। পাহাৰৰ গাত দীঘলীয়া দীঘলীয়া গছবোৰৰ মাজে মাজে খালি ঠাই। সেইখিনি ঠাইত সেউজীয়া ঘাঁহৰ বননি। পাহাৰৰ নামনিত কোনো কোনো ঠাইত প্ৰকাণ্ড গৰুবোৰ চৰি আছে কাঠেৰে বেৰ দিয়া ঘাঁহনিত। পাহাৰৰ নামনিত থকা কাঠৰ ঘৰবোৰ দেখিলে কোনোবা আৰ্টিষ্টে পেইণ্ট কৰা যেন লাগে। আমি থকা চহৰ ঠুনৰ পৰা লুচাৰ্ণবাৰ্গলৈ প্ৰায় এশবিশ কিঃ মিঃ মান হ'ব। বহিলে গমেই পোৱা নাযায় ৰেলযাত্ৰা কৰা বুলি। ধনী মানুহৰ ড্ৰয়িং ৰুমত বহি থকা যেন লাগে। আমাৰ কামৰূপ এক্সপ্ৰেছ বা তেনে জাতীয় ট্ৰেইনত উৰহৰ কামোৰ, যাত্ৰীসকলৰ

চিএৎৰ-বাখৰ। বস্তু বিক্ৰী কৰা মানুহে পিয়াপি দিয়া, মগনীয়া, গান গাই ভিক্ষা খোজা মানুহ আদিৰ উপদ্ৰৱ ইয়াৰ ৰেলৰ কম্পাৰ্টমেণ্টত পোৱা নাযায়। কেৱল চাই যাওক ৰেলৰ দুয়ো কাষে নয়নভৰা প্ৰাকৃতিক সৌন্দৰ্য্য। হাতত ঘটি লৈ ৰেলৰ ফালে পিঠি দি প্ৰাতঃকৃত সমাপন কৰা অতি অসহনীয় দৃশ্য ৰেলেৰে যাওঁতে ইয়াত দেখা নাযায়।

নাট মহোৎসৱৰ কৰ্মকৰ্ত্তাসকলে নাট সমাৰোহৰ মাজতে এদিন 'ঠুন' চহৰৰ সমীপত থকা ইণ্টাৰলেকেন নামৰ বৃহৎ হ্ৰদটোত সৰু ধুনীয়া জাহাজেৰে বিলাস ভ্ৰমণৰ বাবে লৈ গৈছিল সকলো নাট্যদলৰ নাট্যকৰ্মীসকলক। ইণ্টাৰলেকেন হ্ৰদটোৰ পৰিধি প্ৰায় বাৰম্ন কিঃ মিঃ। প্ৰায় আঢ়ৈ ঘণ্টা মান লাগে ঘূৰি আহোতে। বিলাসী খাদ্য, দামী বিয়েৰ-মদ, কফি-চাহ আদি পৰিবেশন কৰিছিল নৌকাবিহাৰত। ইটালীৰ দুজন নাট্যকৰ্মীৰ লগত এখন টেবুলত বহি ভাব বিনিময়ৰ বাবে চেষ্টা চলাইছিলো যদিও খুব এটা সফল নহ'লো। তেওঁলোকে ইংলিচৰ 'ই'টো কেতিয়াও নাই শুনা নেকি এনে লাগিল। এনেয়ে মিচিকিয়াই হাঁহেঁ। মইও হাঁহো। বচ তাতে শেষ। সোণবৰণীয়া পানীটোপা কিন্তু তেওঁলোকে অকুণ্ঠ কণ্ঠে গলাৰ্ধকৰণ কৰিছিল। তেওঁলোকৰ ৰঙা মসৃণ গালকেইখন আৰু ৰঙা হৈ গৈ থকাত মই তেওঁলোকৰ পৰা আকাৰে-ইঙ্গিতে বিদায় লৈ অন্য এখন টেবুলত বহিবলৈ লওঁতেই দেখিলো দাঁতিৰ টেবুলখনত বহি আছে ইউক্ৰেইনৰ দুগৰাকী অভিনেত্ৰী। দুয়োজনীৰ বয়স বাইশ-তেইশ বছৰ মান হ'ব। তেওঁলোকে অভিনয় কৰা নাটখন আগদিনা নিশা চাইছিলো। কি দুৰ্দান্ত অভিনয়। অভিনন্দন জ্ঞাপন কৰিলো। কথা বিনিময় কৰিব পৰা নগ'ল ইংৰাজী নাজানে বাবে। বিয়েৰৰ গ্লেন এটা আগবঢ়াই দিছিল— হাঁহি এটা মাৰি। 'কৃষ্ণ' বুলি কৈ (মনতে) তাৰপৰা সাউত কৰে অন্তৰ্দ্ধান হ'লো।

আমি অহাৰ শেষৰ দিনা ৰাতি চিকিউৰিটিৰ দায়িত্বত আছিল এজন আদহীয়া লোক। কাম আমাৰ হোমগাৰ্ডৰ লেখীয়া। ফৌজত কাম কৰে। মানুহজনৰ বয়স সোধাত ক'লে বাষষ্ঠি বছৰ। Switzerlandৰ retirementৰ age হ'ল ৬৫ বছৰ। ফুটফুটিয়া ৰঙা গাল। সুন্দৰ স্বাস্থ্য। ইংলিচ ভাষা জানে বাবে কথা-বতৰা পাতিছিলো। কথাৰ প্ৰসঙ্গত যোগ-ব্যায়ামৰ কথা কওঁতে তেওঁক দুটামান আসন শিকাই দিব লগীয়া হ'ল। তেওঁ অতি আগ্ৰহেৰে শিকিলে। ঘৰ পৰিয়ালৰ কথা সোধোতে ক'লে তেওঁৰ ল'ৰা-ছোৱালী, নাতি-নাতিনীয়েকৰ কথা। তেওঁলোকৰ ঘৰটো চাৰিশ বছৰৰ পুৰণা, সেই কথাটোও কথাৰ প্ৰসঙ্গত ক'লে ঘৰত গৰু-গাই সকলো আছে। মদ্যপান কৰে নেকি বুলি সোধাত হাঁহি মাৰি ক'লে— Why should I take drinks. I have a

beautiful wife. I haven't tested drinks in my life. কথাটো শুনি আচৰিত হ'লো। ইমান ঠাণ্ডা ঠাই অথচ ড্রিংক নকৰে।

ছুইজাৰলেণ্ডত থকা কেইদিন দুই-এপদ বস্তু কিনাৰ কথা ভাবিছিলো। অন্ততঃ ঘৰৰ মানুহজনীলৈ কিবা এটা বস্তু নিনিলে মনতো বেয়া লাগিব বুলি দোকানত বস্তুবোৰৰ দাম দেখি চকু কপালত উঠা অৱস্থা। আমাৰ টকাৰ তুলনাত ছুইজাৰলেণ্ডৰ টকাৰ মূল্য অধিক হোৱাত বজাৰ আদি কৰিবলৈ গৈ জেপৰ কথা ভাবি বুকু ঢপ্‌ঢপাইছিল। আমাৰ ত্রিশ টকাত তেওঁলোকৰ এক ছুইচ ফ্রাংক হয়। এখন বাতৰি কাকতৰ দাম দুই ছুইচ ফ্রাংক মানে আমাৰ হিচাবত ষাঠি টকা। 'ঠুন'ত পাচলিৰ বজাৰ এখন পাই পিঁয়াজৰ দাম সুধিছিলো। আমাৰ হিচাবে প্রায় এশবিশ টকা মান পৰে।

ছুইজাৰলেণ্ডত যিকেইখন চহৰলৈ গ'লো আটাইকেইখনেই পৰিস্কাৰ-পৰিচ্ছন্ন। কাগজৰ্ টুকুৰা দেখা নাযায় ৰাস্তাবোৰত। সৰু সৰু 'ওৱেষ্ট পেপাৰ বক্স' আছে ৰাস্তাৰ দাঁতিয়ে দাঁতিয়ে। আনকি আমাৰ লগত যোৱা নাট্যকর্মী এজনে ৰাস্তাৰ মাজত ডাঙৰকৈ হাঁচিয়াওঁতে পথচাৰী এগৰাকী ভদ্র মহিলাই কৈ উঠিছিল— Oh! no, no, please take care of environment. আমি লাজতে মুছ্‌কচ্ যোৱা অৱস্থা। ছুইজাৰলেণ্ডৰ মানুহে polution, চাফ-চিকুণ আদিত যথেষ্ট গুৰুত্ব দিয়ে। আমাৰ ইয়াৰ দৰে ৰাস্তাই-ঘাটে তামোল-পাণৰ দোকান, য'তে-ত'তে মাছৰ, ফুটপাথত পাচলিৰ বজাৰ নাই। মানুহবোৰ যেনেকুৱা ধুনীয়া ঠাইবোৰো ৰঙা-হালধীয়া ফুলে জাতিস্কাৰ কৰি ৰাখিছে। লাইট পোষ্টৰ তলৰ খালি ঠাইখিনিটো ফুল। আচৰিত লাগে মানুহবোৰৰ সুন্দৰৰ প্রতি স্পৃহা দেখি।

১২ জুলাইত Zurik Airportৰ পৰা উৰা মাৰিলো ঘৰৰ অভিমুখে। ক্রমান্বয়ে ছুইজাৰলেণ্ডৰ নদ-নদী, পাহাৰ-পৰ্ব্বত, গছ-গছনিবোৰ সৰু হৈ আহিল। আমি আগবাঢ়িলো অচিন ডাৱৰৰ মাজে মাজে। সুন্দৰ ৰীতি-নীতি, মানৱতাৰ মূল্য, মনোৰম ঠাই এই সকলো এৰি আগবাঢ়িলো সেইখন দেশলৈ য'ত পুৱা হত্যাৰ খবৰেৰে জীৱন-যাত্রা আৰম্ভ। ফাঁকি, ঠগ-প্রবঞ্চনাৰে ঘড়ীৰ কাঁটা আগবাঢ়ে। দুৰ্নীতিৰে ভৰা সেইখন দেশৰ সেই জীৱনৰ সোৱাদকে অমৃত পান কৰি গাও— 'মৰিলে পুনৰ আহি দুখীয়া দেশতে মই লওঁ যেন পুনৰ জনম।" ○

---

*শ্রীদেৱব্রত বৰুৱা এগৰাকী বেঙ্ক বিষয়া। নাট পৰিচালক ও সমালোচক। শিশুনাট পৰিচালনা কৰি আন্তৰ্জাতিক শিশুনাট সমাৰোহত সমাদৰ লাভ কৰিছে।*

*সাক্ষাতকাৰ*

# আইদেউ সন্দিকৈৰ সৈতে এখন্তেক

**মইনা মহন্ত**
**উষা বৰদলৈ**

জ্যোতিপ্ৰসাদ আগৰৱালা আছিল অসমীয়া কলা-সংস্কৃতিৰ বাহক আৰু অসমীয়া কৃষ্টিৰ বাটকটীয়া। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদেই প্ৰথম অসমীয়া কথাছবি জয়মতী পৰিচালনা কৰিবলৈ লয় ১৯৩৪ চনত। স্বাধীনোত্তৰ কালৰ আগছোৱাত ইংৰাজৰ শাসন কালত বোলছবি কৰা সহজ কথা নাছিল। কিন্তু ৰূপকোঁৱৰৰ দৃঢ় মনোবল ও একান্ত সাধনাৰ বাবেই সম্ভৱ হৈ উঠিছিল অসমীয়া প্ৰথম কথাছবি 'জয়মতী'ৰসবল চিত্ৰৰূপ। এই কথাছবিৰ মূল দুটি চৰিত্ৰ সতী জয়মতী ও ৰাজমাওৰ ভূমিকাত অভিনয় কৰিছিল শ্ৰীমতী আইদেউ সন্দিকৈ আৰু স্বৰ্গীয়া মোহিনী ৰাজকুমাৰীয়ে। ছয়টা দশকৰ আগতে অভিনয় কৰা এই দুগৰাকী বৰেণ্য শিল্পীক এবাৰ লগ পাই দু-আষাৰ কথা পতাৰ অদম্য হেপাঁহ জাগি উঠিছিল কিন্তু মোহিনী ৰাজকুমাৰীৰ ইতিমধ্যে পৰলোকপ্ৰাপ্তী ঘটিছে। আইদেউ সন্দিকৈ বৰ্ত্তমান বাৰ্দ্ধক্যজনিত অসুখত জৰ্জৰিত।

মেঘালয় ৰঙালী বিহু সন্মিলনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত 'মহিলা নাট্যসমাজ' দলটোৰ হৈ এইগৰাকী বৰেণ্য শিল্পী আইদেউ সন্দিকৈক দেখা কৰি দু-আষাৰ কথা পতাৰ মানসেৰে আমি যাত্ৰা কৰিলো গোলাঘাট অভিমুখে। অক্টোবৰ মাহৰ ৩১ দিন। বতৰ ফৰকাল। ছিলঙৰ পৰা গোলাঘাটলৈ প্ৰায় ৪৫০ কিলোমিটাৰ। এদিনৰ বাট। আমি সন্ধিয়া গৈ কমাৰগাওঁ পালোগৈ। ৰাতিটো আমাৰ (উষাৰ) ঘৰত থাকি পাছদিনা পুৱাই পানীদিহিঙ্গীয়ালৈ ৰাওনা হ'লো। আহোম ৰজাৰ দিনত বনোৱা 'ধোদৰ আলি'—দুয়োকাষ চালে চকু ৰোৱা সোণালী পথাৰ। ইয়াৰ পৰা দুই কিলোমিটাৰমান যোৱাৰ পিছতেই আমি গন্তব্য স্থান পালোহি। পানী দিহিঙ্গীয়া গাওঁ। এটি নিৰিবিলি পৰিবেশ। সাধাৰণ এটি ঘৰ। ঘৰটিত নামৰ ফলক এখনো নাই। নতুনকৈ সজা সৰু পকী ঘৰটোলৈ আইদেউ সন্দিকৈ তেতিয়াও অহা নাই। কাষতে পুৰণা মাটিৰ কেঁচা ঘৰটোত শিল্পীগৰাকী আছে। ভতিজা বোৱাৰী এগৰাকীয়ে আমাক সাদৰেৰে মাতি নিলে ভিতৰলৈ। ষাঠি বছৰৰ আগতে কথাছবিত অভিনয় কৰা শিল্পী আইদেউ

সন্দিকৈ এতিয়া ৮১ বছৰত ভৰি দিলেহি। বিছনাতে আছে শিল্পীগৰাকী। মুখত এটি মিঠা হাঁহি। অন্তৰত যেন লেশমানো বেদনা নাই। শিল্পীগৰাকীক দেখি আমাৰ মন আহোম বুৰঞ্জীৰ পাতৰ সঁচা জয়মতীৰ কাল্পনিক ছবি এখন চকুৰ আগত ভাঁহি উঠিল। চাৰিকুৰিৰ দেওনা পাৰ হোৱা এইগৰাকী শিল্পীৰ মুখৰ জেউতী আজিও ম্লান পৰা নাই। কিছু সময়ৰ পাছতে আমি আমাৰ ইয়ালৈ অহাৰ কাৰণ ব্যক্ত কৰি শিল্পীগৰাকীৰ কাষতে আমি বহিলোঁগৈ।



*আইদেউ সন্দিকৈৰ সৈতে মইনা মহন্ত আৰু উষা বৰদলৈ*

খন্তেক পাছতে আমি জুকিয়াই নিয়া কেইটিমান প্ৰশ্ন শিল্পীগৰাকীক কৰিছিলো। এখনি হাঁহিভৰা মুখেৰে অন্তৰৰ নিৰ্ভীক কোণৰ পৰা সকলোবোৰ প্ৰশ্নৰ উত্তৰ দি গ'ল শয্যাগত শিল্পী আইদেউ সন্দিকৈয়ে ঃ

আমাৰ প্ৰথম প্ৰশ্ন আছিল ঃ

প্ৰশ্ন ঃ মাহীদেউ। আপুনি শিক্ষা ক'ত লৈছিল বাৰু? অকণমান ক'বনে?

. উত্তৰ ঃ শিক্ষাৰ কথা শুধিছা। নাই। মোৰ কোনো শিক্ষা নাই। বুটিছ আমোলৰ দিনত ছোৱালীমখাৰ স্কুল যোৱাৰ নিয়ম নাছিলেই। তেতিয়াৰ দিনত স্কুল যোৱাটো দোষণীয় কথা আছিল। সেয়ে মোৰো শিক্ষা নহ'ল আৰু।

প্ৰশ্ন ঃ মাহীদেউ। আপোনাৰ জন্মস্থান ক'ত আৰু কেতিয়া অকণমান ক'বনে?

উত্তৰ ঃ জন্ম ক'ত সঠিক মনত নাই। একেবাৰে সৰুৱে পৰা পানী দিহিঙীয়াত ডাঙৰ-দীঘল হওঁ। জন্ম বোধকৰো ১৯১৯ কি ১৯২০ চন মানতেই হ'ব।

প্ৰশ্ন ঃ আপোনাৰ ভাই-ভনী, ককাই-ভাই কেইজন বাৰু?

উত্তৰ ঃ ছোৱালী ময়েই। মোৰ ভাই-ককাই তিনিটা। ঘৰত দেখা এওঁলোক মোৰ ভতিজা বোৱাৰী।

প্ৰশ্ন ঃ মাহীদেউ। জ্যোতিপ্ৰসাদ আগৰৱালা দেৱে যেতিয়া আপোনাক কথাছবিৰ বাবে আমন্ত্ৰণ কৰে তেতিয়া আপোনাৰ বয়স কিমান আছিল?

উত্তৰ ঃ মোৰ বয়স প্ৰায় চৈধ্য বছৰমান আছিল।

প্ৰশ্ন ঃ কথাছবি কৰিবলৈ আপুনি নিজেই গৈছিলনে?

উত্তৰ ঃ নাই-নাই। জ্যোতি ককাইদেৱে মোক, মোৰ পিতা ও আইক গৰুগাৰীত তুলি লৈ গৈছিল। কেনেকৈ কি কৰিব লাগিব গোটেইখিনি আগতে শিকাই-বুজাই দিছিল। শেষত যেতিয়া শলশলীয়াকৈ গাব ও অভিনয় কৰিব পৰা হ'লো তেতিয়া 'জয়মতী'ৰ ভাও দি অভিনয় কৰিবলৈ অনুমতি দিছিল।

প্ৰশ্ন ঃ কথাছবি 'জয়মতী'ৰ অভিনয় কৰি কেনে লাগিছিল?

উত্তৰ ঃ বৰ ভাল লাগিছিল।

প্ৰশ্ন ঃ জয়মতীক গছত বান্ধি শাস্তি দিয়া চাওদাংজন কোন আছিল? মনত পৰেনে?

উত্তৰ ঃ স্বৰ্গীয় ফণী শৰ্মা। ছবি লোৱা সময়ত মোক গছত বান্ধি লৈছিল। গছৰ কাইটবোৰ অৱশ্যে চাঁচি লৈছিল। তাৰ পিছত চাবুকেৰে কোবাই গদাপাণীৰ কথা শুধিছিল। মই বঙহৰ দেউৰ কথা নকওঁ বোলাত বৰ চোৰাতৰ পাতেৰে কোবাই আমৰলি পৰুৱাৰ বাঁহ মূৰে-গায়ে মেলি দিলে। চাবুকৰ কোব, চোৰাতৰ খজুৱতি আৰু আমৰলি পৰুৱাৰ কামোৰত মই পৰি গ'লো। মোৰ বিষত গা ফুলি উঠিল। জ্যোতি ককাইদেৱে সেয়ে ঘৰলৈ লৈ আনি শুশ্ৰূষা কৰিলে। গৰম তেলৰ মালিচেৰেই অকণমান শান্তি পালো।

প্ৰশ্ন ঃ আপুনি বৰ কষ্ট পালে। চিকিৎসা কৰোৱা নাছিল নেকি?

উত্তৰ ঃ জ্যোতি ককাইদেৱে মোৰ সম্পূৰ্ণ যত্ন ল'লে সুস্থ নোহোৱা পৰ্য্যন্ত। ডাক্তৰ লগাই ঔষধ খুৱালে। তেল মালিচ কৰাৰ কাৰণে ছোৱালী দুজনীও ৰাখি দিছিল। চাবুকৰ দুই-এটা কোবৰ সাঁচ পিঠিত আৰু পৰুৱাৰ কামোৰৰ দাগ মুখত এতিয়াও আছে।

প্ৰশ্ন ঃ কথাছবিৰ কাম শেষ হওঁতে কিমান দিন লাগিছিল?

উত্তৰ ঃ বহুত দিন ল'লে। ঠিক মোৰ মনত নাই। ছবিৰ কাম শেষ হ'ল। জ্যোতি ককাইদেৱে নিজে আহি গৰুৰ গাড়ীত ঘৰত থৈ গ'লহি। অ' শুনা। আৰু এটা কথা। লোহা ৰঙাকৈ গৰম কৰি পানীত ডুবুৱাই ঠাণ্ডা কৰি মোৰ চোলাৰ তলত ভৰাই দিয়ে। তাৰ পৰা ধোঁৱা ওলায় তেতিয়া সেই ধোঁৱাবোৰৰ ছবি লয়।

প্ৰশ্ন ঃ ছবি কৰোঁতে আপুনি আঘাট পাইছিল। ভাল হওঁতে কিমান দিন লাগিছিল বাৰু?

উত্তৰ ঃ আঠ-দহদিনমান বৰ কষ্ট পালো। ভাল হওঁতে আৰু কিছু দিন লাগিল।

প্ৰশ্ন ঃ কথাছবি কৰোতে আপোনাক যে চাওদাঙৰ চৰিত্ৰত অভিনয় কৰা স্বৰ্গীয় ফণী শৰ্মা দেৱে ইমানকৈ আঘাট দিলে, জ্যোতিপ্ৰসাদ দেৱে শৰ্মা দেৱক একো কোৱা নাছিল নে?

উত্তৰ: এ নকবা। বহুতো কিবাকিবি ক'লে। তেওঁ ক'লে "মোক টেকেলিৰ পৰা মদ খাবলৈ দিছিল। [বৰাচাউল গুৰ আদি গোৰোৱাই থৈ এবিধ তৈয়াৰ কৰা পানীয়] মই মদ খোৱাৰ কাৰণে একো গম পোৱা নাই" মোক ক্ষমা কৰক বুলি জ্যোতিককাইদেউৰ ভৰি দুখনত সাবট মাৰি ধৰিলে।

প্ৰশ্ন ঃ জয়মতী আপোনাৰ প্ৰথম ছবি। আৰু কথাছবিত অভিনয় কৰিছিল নে?

উত্তৰ ঃ নাই। জয়মতীৰ পিছত আৰু ছবিত মই অভিনয় কৰা নাই। দুই-এখনমানত সুবিধা পালে কৰাৰ ইচ্ছা আছিল। কিন্তু গাঁৱৰ মানুহে আমাক বেয়া পাই এঘৰীয়া কৰিলে। গাঁৱৰ লগৰ লগৰীবোৰেও মোক নমতা হ'ল। ময়ো আৰু ছবিৰ কথা নভবা হ'লো।

প্ৰশ্ন ঃ ইমানদিনে আপুনি ঘৰতে বহি কি কৰিলে?

উত্তৰ ঃ শাল আছিল। শালত চাদৰ-মেখেলা ব'লো, গামোছা ব'লো। পাচি-খৰাহী সাজোঁ। শাক-পাছলি কৰিলো। বাৰী-ঘৰৰ কামত ব্যস্ত হৈ থাকিলো।

প্ৰশ্ন ঃ কিমান দিন গাঁৱৰ মানুহৰ লগত এৰা-এৰি হৈ কটাবলগীয়া হৈছিল?

উত্তৰ ঃ তিনি বছৰ। তাৰ পিছত পিতায়ে উদ্ধাৰণী সবাহ পাতি গাঁৱৰ সকলোকে খুৱালে। সকলোৱে সবাহ খাই আমাক পুনৰ আকোৱালি ল'লে।

প্ৰশ্ন ঃ মাহীদেউ। আপোনাক আৰু এটা প্ৰশ্ন কৰোঁ? জয়মতী কথাছবিত ৰাজমাওঁৰ চৰিত্ৰটিত কোনে অভিনয় কৰিছিল?

উত্তৰ ঃ স্বৰ্গীয়া মোহিনী ৰাজকুমাৰীয়ে। তেখেত বৰ্ত্তমান স্বৰ্গবাসী হ'ল। আমি একেলগেই গৈছিলো। তেখেতে বিয়া-বাৰু কৰালে। সংসাৰ কৰিলে মইহে অবিবাহিত হৈ ৰ'লো।

প্ৰশ্ন ঃ মাহীদেউ। শেষত আপোনাৰ পৰা আশীৰ্ব্বাদ লৈ আমি আজি ছিলং অভিমুখে ৰাওনা হ'ম। যোৱাৰ আগতে এটা কথা সোধো।

প্ৰশ্ন ঃ ছিলঙত থকা আমাৰ মহিলা সমিতিৰ 'নাট্যসমাজ' দলটিয়ে 'বোৱাৰী বিহু' পাতো। ইয়াত আপোনাৰ মতামত দিবনে?

উত্তৰ ঃ বৰ ভাল কথা। মেঘালয় ৰাজ্যতো অসমীয়া বোৱাৰীয়ে নিজৰ সংস্কৃতি জীয়াই ৰাখিছে—শুনি বৰ ভাল পাইছো। মই আশীৰ্ব্বাদ কৰিলো তোমালোক আটায়ে অসমীয়া সংস্কৃতিৰ বাহক হৈ আগুৱাই যোৱা।

মেঘালয় বিহু সন্মিলনৰ মহিলা নাট্য সমাজৰ হৈ পৰম শ্ৰদ্ধেয়া শিল্পী আইদেউ সন্দিকৈলৈ দীৰ্ঘায়ু কামনা কৰিলো। ○

---

*শ্ৰীমতী মইনা মহন্ত আৰু উষা বৰদলৈ ছিলঙৰ অসমীয়া সমাজৰ দুগৰাকী অগ্ৰণী মহিলা সাহিত্যসেৱী আৰু সমাজকৰ্ম্মী। শিল্পীৰ প্ৰতি গভীৰ শ্ৰদ্ধা আছে।*

# এটি এটি ক্ষণ যেন

ভাৰতী স্বৰ্গাৰী

হোটেলখনৰ কাউণ্টাৰৰ পৰা ঘূৰাই দিয়া টকাকেইটা মই চাৰ্টৰ জেপতে ভৰাই ল'লো। এশটকীয়া নোট এখন দিছিলো। কিমান ঘূৰাই দিছে হিচাব কৰি চাবলৈকে মন নগ'ল। চিনাকী হোটেল। ডিমাপুৰৰ পৰা ছিলংলৈ অহা-যোৱা কৰোতে কৰোতে হোটেলৰ মালিকৰ পৰা কৰ্ম্মচাৰী সকলোৱেই চিনি পোৱা হ'ল। দেখিলেই মাত এষাৰ দিয়ে—"দাদা আহিছে।" মানুহকেইটাৰ ব্যৱহাৰ-পাতি ভাল লাগে বাবেই ময়ো এইখন হোটেলতে সোমাও আহোতে-যাওঁতে। আজি পিছে টকাকেইটা এনেয়ে খৰছ হোৱা যেনেই লাগিল। কাৰণ খাবলৈ ৰুটি-মাংসই লৈছিলো যদিও ভালকৈ খোৱাই নহ'ল। খাবলৈ মন নহ'ল। মনটো কিবা খেলি-মেলি লাগি আছে। মনত, বুকুত যেন এটা গধুৰ বোজা।

জখলাবন্ধাত এতিয়া ধাৰাসাৰ বৰষুণ। ভৰ বাৰিষাৰ ধাৰাসাৰ বৰষুণজাকৰ তৰ্জন-গৰ্জনকো চেৰ পেলাই হোটেলৰ ভিতৰত কোৰ্হাল। কাম কৰা ল'ৰাবোৰৰ চিঞৰ-বাখৰ, শেহতীয়া হিন্দী চিনেমাৰ হিট্ গানৰ সুৰৰ, বৰষুণৰ বাবে ভিতৰতে বন্দি হৈ ৰৈ থাকিবলগা হোৱা কেইবাখনো নাইট চুপাৰৰ কিছু যাত্ৰীৰ কথা-বতৰাৰ ধ্বনিৰ সমাহাৰত এটা হুলস্থূলীয়া পৰিৱেশৰ সৃষ্টি হৈ আছে। ততকে ধৰিব নোৱাৰি এতিয়া যে ইমান ৰাতি হ'ল। ইমান হুলস্থূলীয়া পৰিৱেশৰ মাজত থাকিও মোৰ মনটো কিন্তু বাৰে বাৰেই এটা দুখ দুখ বোধে আৱৰি পেলাইছে।

ল'ৰা-ছোৱালী দুটালৈ বুলি মিঠাইকে অলপ কিনি পেলালো। ফোন এটাও কৰিব লাগিব ঘৰলৈ। সদায়ে কৰো। আজি নকৰিলে চিন্তা কৰিব অনাহকতে। হোটেলখনৰ পৰা দুখনমান দোকান পাৰ হ'লেই পি. চি. অ. এটা আছে। ফোনটো কৰিবলৈ মই হোটেলৰ পৰা বাহিৰলৈ খোজ দিলো তিতি তিতিয়েই। বাছ এৰাৰ সময়ো হৈছেই প্ৰায়।

বাছখন চলিবলৈ আৰম্ভ কৰাতহে অলপ আৰাম লাগিল নহ'লে দুৱাৰ-খিৰিকী বন্ধ বাছখনত গপ্‌গপীয়া গৰম এটা লাগি আছিল। কিছুদূৰ যোৱাৰ পিছতেই নিয়মমতেই বাছখনৰ জ্বলি থকা লাইটবোৰ নুমুৱাই দিয়া হ'ল। গান

বাজি থকা টেপটোও বন্ধ কৰি দিলে। স্বাভাৱিকতেই বাছৰ মানুহখিনিয়ে এতিয়া টোপনি যাবলৈ চেষ্টা কৰিব। এইয়াই যেন নিয়ম। ময়ো আৰাম লগাকৈ বহি ল'লো। নিয়ম, নিয়মৰ কথা ভাবিলে গৈ কিয় জানো মোৰ আকৌ আজিৰ সেই আবেলিৰ ঘটনাটোৰ কথাই মনলৈ আহি গ'ল। যিটো অনিয়মৰ বাবে আজি মই নিজে নিজৰ ওচৰতে এতিয়া সহজ হ'ব পৰা নাই। অনুতাপত দগ্ধ হৈ বাৰে বাৰে ভাবিছো— মই বাৰু কিয় এনে কৰিলো।

মই বাছত উঠাৰ আগৰ ঘটনা। সেই সময়ত মই অলপ চিন্তিতই আছিলো। চাৰে-ছয়টাত মোৰ টিকট। আজিৰ নাগালেণ্ড ট্ৰেন্সপৰ্টৰ ডিমাপুৰ-ছিলং বাছত। গোটেই দিনটো খৰ-ধৰকৈ কাম কৰিও বেঙ্কতেই চাৰে পাঁচটা বাজিল। ছয়টাত ৰিপৰ্টিং টাইম। যদিও বেঙ্কৰ ওচৰতেই মোৰ ঘৰ বেগ দুটা ল'বলৈ ঘৰলৈ যাবই লাগিব। সময় অলপ লাগিবই।

বেগ দুটা লৈ মই অশান্তভাৱে এখন অটোৰিক্সা বা ৰিক্সালৈ বাট চাই আছিলো। ডিমাপুৰ ৰেলষ্টেচনৰ অভাৰব্ৰীজখনলৈকে এই আধামাইলতকৈয়ো বেছি বাটটো এই গধুৰ বেগ দুটা হাতত লৈতো আৰু যাব নোৱাৰি। তাৰোপৰি গৰমত ছট্‌ফটাই আছো। ডিমাপুৰৰ গৰমৰো জবাব নাই। বেলিটো প্ৰায় লহিয়ালেই অথচ এতিয়াও অকণোকে জুৰ পৰাৰ উমঘামেই নাই।

আহি থকা ৰিক্সাখন ৰখাই বহি লৈ শান্তি পালো মনত। ৰিক্সাৱালাটোক ক'লো যিমান পাৰে সোনকালে ষ্টেচন পাবগৈ লাগে বুলি। কিন্তু ৰিক্সাৱালাটোৱে জোৰে চলাবই পৰা নাছিল ৰিক্সাখন। তেতিয়াহে মন কৰিলো আধাবুঢ়া ক্ষীণ-মিন এটা মানুহ। বাংলাদেশী মিঞাই হ'ব। ইয়াৰ বেছিভাগ ৰিক্সাৱালাই বাংলাদেশৰ। চেক্-চেক্ লুঙ্গী এখন আৰু ফটাচিটা লেতেৰা গেঞ্জী এটা পিন্ধি আছে।

গৰমত ঘামত গোটেই মানুহটো জুৰুলা হৈ আছে। ৰিক্সাখন এনেকৈ টানি লৈ যোৱাটো তাৰবাবে সঁচাকৈয়ে কষ্টকৰ হৈছে। মুখেদি, পিঠিয়েদি অবিৰত বৈ থকা ঘামৰ টোপালবোৰ দেখি মোৰ বেয়াই লাগিল। মই য'ৰ পৰা ৰিক্সাত উঠিছো তাৰপৰা অভাৰব্ৰীজৰ ওচৰলৈকে নিয়মমতে তিনিটকা ভাৰা। তাৰ কষ্টখিনি দেখি ভাবিলো দুটামান টকা বেছিকৈয়ে দি দিম তাক। মোৰ বোজা টানি লৈ যোৱা এই জীৰ্ণ-শীৰ্ণ মানুহটোৰ কষ্টখিনিয়ে মোক অলপ সময়ৰ বাবে হ'লেও তাৰ প্ৰতি সহানুভূতিশীল কৰি তুলিলে। জীয়াই থাকিবলৈ, কেৱল জীয়াই থাকিবলৈকে কি যে দুঃসাধ্য সংগ্ৰাম মানুহৰ। তাৰ এই হাড়ভঙা কষ্টৰ উপাৰ্জনৰ ওপৰতেই হয়টো এটা পৰিয়ালৰ কেইটামান প্ৰাণীৰ জীয়াই থকাটো

নির্ভৰ কৰিছে। মানুহ হৈ জন্মিছে যেতিয়া জীয়াইতো থআকিবই লাগিব। আৰু তাৰবাবেই এই অবিৰত সংগ্ৰাম।

নিউ মাৰ্কেট, অল্ড মাৰ্কেট পাৰ হৈ আহি যেতিয়া ৰিক্সাখন ব্ৰীজৰ ওচৰত ৰ'লহি তেতিয়া ছটা পোন্ধৰ হ'লেই। লৰালৰিকৈ নামি দহটকাৰ নোট এটা তালৈ আগবঢ়াই দিলো। সি ক'লে "খুচুৰা নাই বাবু।" তাক ক'লো পাঁচ টকা ৰাখি পাঁচ টকা ঘূৰাই দিলেও হ'ব। দুটা টকা বেছিকৈ পোৱাৰ আনন্দতে হ'বলা মানুহটোৰ শীৰ্ণ মুখখন যেন ক্ষণিকৰ বাবে উজ্বলি উঠিল। টকাটো হাতত লৈ সি ওচৰতে ৰৈ থকা দুটামান ৰিক্সাৱালাক সুধিও খুচুৰা নাপালে। নোটখন লৈ সি মোৰ ওচৰলৈকে ঘূৰি আহিল। কি কৰো। মোৰ ওচৰতো এটা খুচুৰা পইচা নাই। কি ভাবি জানো সি টকাতো মোৰ হাতত দি ক'লে—"আপুনি ঘূৰি আহি দিলেও হ'ব।" ময়ো আৰু সময় নষ্ট নকৰিলো। টকাটো পকেটত ভৰাই লৈ তাক ক'লো— অহা বুধবাৰমানে যেন সি ধোবীনালাৰ বেঙ্কটোলৈ আহি মোৰ পৰা টকা লৈ যায়হি। মানুহটোৱে মূৰটো জোকাৰি জোকাৰি লাহেকৈ ক'লে— "হ'ব বাবু।" ময়ো বেগ দুটা হাতত লৈ ব্ৰীজখনলৈ বুলি উঠি গ'লো লৰালৰিকৈ।

কথাটো সিমানেই। একো নভবাকৈয়ে ব্যস্ততাৰে মই বাছৰ কাউণ্টাৰত ৰিপৰ্ট কৰিলো। পলম হোৱাৰ বাবে ক্ষমাও বিচাৰিলো। তাৰ পিছত বাছৰ নম্বৰ মিলাই নিজৰ নিৰ্দ্দিষ্ট চীটটো বিচাৰি বহি লৈ স্বস্তিৰে উশাহ এটা ল'লো। উফ্, ভালে ভালেই শেষ ৰক্ষা হ'ল যাহওক। চাকৰিৰ খাতিৰতে পৰিয়ালটোৰ পৰা আঁতৰি থাকিবলগীয়া হয়। পৰিয়াল পৰিজনৰ পৰা আঁতৰত থাকিবলৈ কাৰনো ভাল লাগিব। তাতে ডিমাপুৰ হেন ঠাইত। চাকৰিও বেঙ্কৰ। সুবিধা কৰিব পাৰিলেই মই ঘৰলৈ যোৱাৰ সুযোগকণ সাধাৰণতেই এৰি দিব নোখোজো। ঘৰলৈ গৈ আছো, নিজৰ পৰিয়ালটোৰ মাজলৈ। ভাবিয়েই আনন্দ লাগিল।

আপোন গতিত বাছখনে আমাক কঢ়িয়াই লৈ গৈ আছে ছিলঙলৈ। নাগালেণ্ডৰ সীমা কেতিয়াবাতে এৰিলো আমি। আমি এতিয়া অসমৰ মাটিত। খিৰিকীৰ কাষৰ চিট মোৰ। বাটৰ কাষৰ দৃশ্যবোৰ এতিয়া মোৰ মুখস্থ প্ৰায়। চাওতে চাওতেই সকলো দৃশ্য, দোকান-হাট, ঘৰবাৰী, গছ-গছনিৰ ছবি ধুসৰ হৈ লাহে লাহে গাঢ় এন্ধাৰত মিলি গ'ল।

বোকাজান, নুমলীগড়ো পাৰ হৈ আহিলো এটা সময়ত। বোকাখাট পামগৈ অলপ সময়ৰ ভিতৰতে। মানুহৰ মনটোৱে একো চিন্তা নকৰাকৈ, একো নভবাকৈ এটা মুহূৰ্ত্তও নাথাকে ছাগে! মইও আগ-গুৰি নথকা বহুতো কথা

ভাবি আহি আছো। তাৰ মাজতে মোৰ আজিৰ দিনটোৰ ব্যস্ততাৰ কথাও মনলৈ আহিল। লগতে সেই ৰিক্সাবালাটোৰ কথাও। তাৰ বিশ্বাস আৰু উদাৰতাৰ কথা ভাবিলো। আচৰিত, সি তাৰ প্ৰাপ্য টকাকেইটা নাপাইও একো অভিযোগ নকৰিলে। যেন একো ডাঙৰ কথাই নহয়। কিন্তু এনেতো হ'ব নালাগিছিল। তাৰতো সেই টকাটোৰ প্ৰয়োজন আছিলেই, ভীষণভাৱেই নিশ্চয়। কেইটা টকানো সি দিনটোত উপাৰ্জন কৰে। সঁচাই আচৰিত, কিমান অনায়াসে সি তাৰ কষ্টোপাৰ্জিত প্ৰাপ্য টকাকিটাও এৰি দিব পাৰিলে। সেই দহটা টকাৰ খুচুৰা নাছিল বুলিয়েই।! অথচ মই কিয় নোৱাৰিলো! কিয় নোৱাৰিলো তাক সেই দহটা টকা দি ক'ব— "টকাটো লৈ যোৱা। মইতো তাৰ কষ্টখিনি দেখিছিলোও আৰু উপলব্ধিও কৰিছিলো। ক'ব পাৰিলো হয়, মই অনায়াসে ক'ব পাৰিলো হয়। মোৰ বাবে অসহজো নাছিল ক'ব পৰাতো। তাৰ পৰিবৰ্ত্তে মই সি ঘূৰাই দিয়া টকাটো লৈ জেপত ভৰাই থৈ দিলো। তাৰ তুলনাত দহটা টকা মোৰ বাবে যথাৰ্থতেই একো নাছিল। ইচ্! কেনেকৈ পাৰিলো মই! মনটোৱে হাঁহাকাৰ কৰি উঠিল। সেই জীৰ্ণ-শীৰ্ণ আধাবুঢ়া মানুহটোৰ মুখখন মনত পৰি নিজকে ভীষণ অপৰাধীবোধ হ'ল। নিজৰ কৰ্মৰ বাবে নিজৰ ওচৰতেই নিজকে বৰ ক্ষুদ্ৰ, বৰ দৰিদ্ৰ যেন বোধ কৰিলো। সেইটো সময়ত মই ভবাৰ অকণো অৱকাসেই নাপালো। মোৰ লক্ষ্য আছিল বাছখন যেনেতেনে সময়মতে ধৰাৰ। অহা বুধবাৰে বেঙ্কলৈ আহি টকাকেইটা লৈ যাবাহি বুলি কৈ যেন উচিত কামেই কৰিছিলো।· তেনেই লাগিছিল মোৰ। এতিয়া এই অৱসৰত বহিহে ভাবি পাইছো। এটা নিমাখিত মানুহৰ তুলনাত মই তথাকথিত ভদ্ৰ আৰু শিক্ষিত মানুহ এটাই কেনে গৰ্হিত আৰু অমানৱীয় কাম এটা অতি সহজেই কৰি পেলালো।

তেতিয়াৰ পৰাই এই একেটা কথাই মোক অহৰহ আমনি দি আছিল। বোকাখাট পাৰ হৈও বাছখন কেতিয়া আহি জখলাবন্ধাত সোমালহি একোৱেই গম নাপালো। ক'ৰপৰা দোপালপিটা বৰষুণজাক আৰম্ভ হৈছিল সেয়াও নাজানিলো। জখলাবন্ধাত আহি আমাৰ বাচখন যেতিয়া হোটেলবোৰৰ আগত ৰ'লহি তেতিয়াহে গম পালো বাহিৰত ধাৰাসাৰ বৰষুণ।

এতিয়া বাছখন পূৰ্ণ গতিত চলি আছে। ঘৰীটোলৈ চালো। দুটা বাজিবৰ হ'ল। এতিয়া আৰু বাছখন ক'তো নাৰাখে। জাগীৰোড নাইবা ক্ষেত্ৰীত ৰ'ব এবাৰ। তাৰপিছত ছিলং পোৱাৰ আগে আগে সময়তকৈ সোনকাল হৈ থাকিলে সুমেৰত ৰখাই থ'ব আধাঘণ্টমান সময়। বৰষুণজাকো এতিয়া আৰু নাই।

খিৰিকীখন আৰু অকণমান ঠেলি দিলো। বতাহ্ এজাক সোমাই আহিল। অলপ টোপনি যাবলৈকে চেষ্টা কৰো।

আমি মানুহবোৰে জীৱন-যাপনৰ ব্যস্ততাত আৰু জীয়াই থকাৰ তাড়ণাত বহুত কথাই পাহৰি যাওঁ অথবা পাহৰি যাবলৈ বাধ্য হওঁ। মইও হয়তো আজিয়েই মোৰ পৰিয়ালটোক ইমানদিনৰ পিছত লগ পোৱাৰ আনন্দত সেই সাধাৰণ ৰিক্সাবালাটোৰ কথা পাহৰি যাম। অথবা কিছুমান সতর্ক যুক্তিৰে কথাটো সহজ কৰি নিজকে নিজৰ মনটোক পাতল কৰি পেলাম। এতিয়াৰ জটিল জীৱন-যাত্ৰাত এনেকুৱা সৰু-সুৰা অনুভৱবোৰৰ স্বাভাবিকতেই কোনো দাম নাই। ডিমাপুৰলৈ ঘূৰি গৈ মই সেই মানুহটোক বিচাৰি পইচাকেইটা নিশ্চয় দি দিম। বা সি নিজেই হয়তো নিবলৈ আহিব পাৰে বেংকলৈ। কিন্তু মই আজি আবেলিৰ সেই বিশেষ সময়খিনিতো আৰু কেতিয়াও ঘূৰাই আনিব নোৱাৰিম। আজি সেই সঠিক সময়খিনিতেই। সেই জীর্ণ-শীর্ণ সংগ্রামী আধাবুঢ়া মানুহটোক দহটা টকা দি মই যি সুখ অনায়াসে আর্জিব পাৰিলো হয় তাকে কিমান সহজতেই মই হেৰুৱাই পেলালো। ○

---

*শ্ৰীমতী ভাৰতী স্বৰ্গাৰী মুকুল সংঘৰ সাংস্কৃতিক সহ-সম্পাদিকা। গল্প লেখিকা।*

# আপোচ

**দয়াময় শইকীয়া**

পেঞ্চনৰ টকাখিনি উলিয়াবলৈ আহি বেঙ্কটোৰ সন্মুখত পেঞ্চনাৰসকলৰ দীঘলীয়া শাৰী দেখি উভতি যাব খুজিও থমকি ৰ'ল দিব্য চলিহা। উপায় নাই! আজি বাৰু গুচি গ'লেই, দুদিন পিছত আহিও দেখিব একেই ভিৰ। তাতে কি ঠিক দুদিনমান পিছত হয়তো চৰকাৰৰ ফালৰ পৰাও ঘোষণা কৰা হ'ব পাৰে এই মাহৰ পেঞ্চন দৰমহা আদি সকলো বন্ধ, ৰাজকোষত টকা নাই।

শাৰীত থিয় হৈ থকা বৃদ্ধসকলৰ ফালে এবাৰ চকু ফুৰাই চালে দিব্য চলিহাই। বেছিভাগৰে স্বাস্থ্য ভাগি পৰিছে। মাথো দুই-চাৰিজনকহে বয়সে সেওঁ মনাব পৰা নাই। ভগ্ন স্বাস্থ্য লৈও মাহটোৰ দুটা বা তিনিটা দিন পেঞ্চনৰ টকাৰ বাবে ট্ৰেজাৰি আৰু বেঙ্কৰ সন্মুখত এনেদৰে বোন্দাপৰ দি থাকিবলগা হয় পেঞ্চনাৰ সকল। বহুতে হয়তো গোটেই দিনটো ভোকে-লঘোণে কটাবলগাও হয়। জীৱনৰ শেষ বেলিকাও খোৱা-পিন্ধাৰ বাবে হাবাথুৰি খাবলগা মানুহৰ এই দুখ-কষ্ট দেখিও চৰকাৰী নিয়ম-কানুনৰ শিথিলকৰণ নহ'ব নেকি? দিব্য চলিহাৰ মনত প্ৰশ্নৰ উদয় হয়।

ওপৰত তেতিয়া প্ৰখৰ ৰ'দ। তথাপি নিজৰ প্ৰাপ্য টকাখিনিৰ কাৰণে অধীৰ অপেক্ষাৰে বৈ আছে মানুহবোৰ। বেঙ্কটোৰ কাউন্টাৰ এটাৰ পৰা পেঞ্চনাৰসকলৰ নামবোৰ মাতি আছে। কোনোজনে শুনিছে যদিও কোনোবাজনে স্পষ্টকৈ শুনা নাই। সমস্যাই জুৰুলা কৰা বৰ্ত্তমান সমাজ জীৱনত মানুহৰ বহুমূলীয়া সময়ৰ কিযে অপচয়! ৰন্ধন গেছৰ কাৰণে 'কিউ', চিনেমাৰ টিকটৰ কাৰণে 'কিউ', সকলোতে 'কিউ' অৰ্থাৎ শাৰি পাতি থিয় হওক। এইদৰে সকলোতে 'কিউ' কৰি থাকোতে জীৱনৰ অমূল্য সময় অৰ্থহীন হৈ নপৰেনে? তথাপিও শৃংখলা থকা হ'লে কথাই নাছিল। সকলোতে হেঁচা-ঠেলা! চিটিবাছত উঠোতে দেহাৰ বল নথকা বৃদ্ধ, মহিলা অথবা নাবালক ল'ৰা-ছোৱালীক লৈ ভ্ৰমণ কৰা কষ্টসাধ্যই হৈ পৰিছে।

শাৰীটো লাহে লাহে আগবাঢ়িছিল যদিও হঠাৎ কিবা হুলস্থুল লগা যেন দেখিলে চলিহাই। এজন বৃদ্ধ হেনো শাৰীত থিয় হৈ থাকোতে থাকোতে হঠাৎ

ঢলি পৰাত কাৰৰ দুজনমানে ধৰি নি ওচৰতে বহুৱাই দিলে। দিব্য চলিহাও মানুহজনৰ ওচৰ পালেগৈ। হাতত লৈ থকা বাতৰিকাকতখনেৰে মানুহজনৰ মূৰৰ ফালে বিচি দিলে। দুজনমানে বেঙ্কৰ টিউবওৱেলটোৰ পৰা এচলু পানী আনি মানুহজনৰ মুখত ঢালি দিলে। মানুহজনে তেতিয়া চকুহাল মেলি ইফালে-সিফালে চাই ক'লে "মোক অলপ পানী খুৱাব পাৰিবনে?" দিব্য চলিহাৰ ফালে চাইয়েই সেহাই সেহাই কৈছিল। চলিহাই বেঙ্কৰ ফিল্টাৰৰ কাষতে থকা গিলাচটোৰে এগিলাচ পানী আনি তেওঁক খাবলৈ দিলে। কোওঁট্-কোওঁট্‌কৈ একে উশাহে যেন পানীখিনি খাই মানুহজন অলপ প্ৰকৃতিস্থ হ'ল আৰু চলিহালৈ চাই লাহেকৈ ক'বলৈ ধৰিলে। আপুনি দিব্য চলিহা নহয়নে? মোক লাহেকৈ ধৰি আকৌ কিউত থিয় কৰাই দিয়কচোন।

"কিউত থিয় হ'লে আকৌ আপোনাৰ মূৰ ঘূৰি যাব। আপুনি ইয়াতে অলপ জিৰাই লওক। সম্পূৰ্ণকৈ ভাল নোপোৱাকৈ নুঠিব।" চলিহাই মানুহজনক অলপ ছাঁ পৰা ঠাইখিনিলৈ ধৰি নি ক'লে, "আপোনাৰ গা ভাল নহয় কিজানি। আজি নহ'লে বিয়া এখনত উঠি ঘৰলৈ যাওক। বাৰু মোক যে আপুনি চিনি পাইছে মইচোন আপোনাক মনত পেলাব পৰা নাই। আপোনাৰ নামটো কওকচোন।"

মানুহজনে লাহে লাহে ক'বলৈ ধৰিলে— মোক চিনি পোৱা নাই নহয়? মই নিৰঞ্জন কলিতা। তাহানিখন আমি দেখোন ছিলংত একেটা মেচতে আছিলো।

"অ' তুমি নিৰঞ্জনহে! এনেকুৱা চেহেৰা হৈ গলনে তোমাৰ!" প্ৰায় হতভম্ব হৈ যোৱাৰ দৰে কৈ উঠিল চলিহাই। বিয়া-বাৰু কৰোৱাৰ আগতে তাহানিখন মেচত একেলগে কটোৱা সুন্দৰ স্বাস্থ্যৰ অধিকাৰী নিৰঞ্জন কলিতাৰ এই দশা! কেনেকৈ চিনি পাব চলিহাই! গালৰ হনু ওলাই গৈছে, চুলিবোৰ পকিছে, দাঁতবোৰ সৰি নোহোৱাই হৈ গ'ল নিৰঞ্জনৰ। তেওঁতকৈ তিনিবছৰমানৰ সৰু আছিল কাৰণে আপুনি সম্বোধনৰ পৰা নিৰঞ্জনৰ অনুৰোধত তুমি-তোমাকে ক'বলৈ লৈছিল।

. "এতিয়া তোমাক বিয়া এখনেৰে ঘৰত থৈ আহোঁগৈ ব'লা। এনেকুৱা প্ৰখৰ ৰ'দত 'কিউ'ত থিয় হৈ পেঞ্চন ল'ব নোৱাৰিবা। পাৰিলে অহাকালিলৈ আহিবা ব'লা।" চলিহাৰ হাতত ধৰি নিৰঞ্জন কলিতা বাস্তালৈ ওলাই আহিল। ইপিনে তেওঁলোক দুই বন্ধুৱে কথা পাতিবলৈ লোৱা দেখি বাকী দুজন পেঞ্চনাৰে পুনৰ 'কিউ'ত থিয় হৈছিলগৈ। তেওঁলোকৰ ফালে চাই দুই বন্ধুৱে বিয়া এখনত উঠি

হাত জোকাৰি ৰিক্সাখন চলাই যাবলৈ দিলে।

দুয়ো বন্ধু এয়া বহুত বছৰৰ মূৰত লগালগি হৈছে। ছিলঙৰ পৰা বাঙ্গালী গুৱাহাটীলৈ উঠি অহাৰ পিছত দুয়োৰে দুই ঠাইলৈ বদলি হৈছিল। নিৰঞ্জন কলিতা আছিল গড়কাপ্তানী বিভাগৰ নিম্ন বৰ্গৰ সহায়ক আৰু দিব্য চলিহা সচিবালয়ৰ উচ্চ বৰ্গৰ সহায়ক। কলিতা বদলি হৈ গৈছিল ডিব্ৰুগড়লৈ। দিব্য চলিহা গুৱাহাটীতে থাকি গ'ল। কেইবছৰমানলৈ চিঠিৰে যোগাযোগ চলি আছিল যদিও কৰ্মব্যস্ত জীৱনত যোগসূত্ৰত বাধা পৰিল। বিয়াৰ পিছত এবাৰ মাথো কলিতাই সপত্নীক চলিহাৰ গুৱাহাটীৰ চৰকাৰী নিবাসত উপস্থিত হৈ দুদিনমান থাকি গৈছিল। বিয়াৰ পিছতো নিৰঞ্জনৰ স্বাস্থ্যপাতি সুন্দৰেই আছিল। তেওঁৰ এটা ডাঙৰ গুণ আছিল মানুহৰ প্ৰতি থকা সৰল বিশ্বাস। যাৰ কাৰণে তেওঁ কেইবাবাৰো ঠগ খাবলগীয়া হোৱা কথা চলিহাৰ মনত পৰে।

ৰিক্সাখন চলিহাৰ ঘৰৰফালে যোৱা ৰাস্তাটোৰে গৈ আছিল। মূল পথটোৰে ফালৰি কাটি এটা কেঁচা ৰাস্তা সোমাই গৈছে। কিছুদূৰ যোৱাৰ পিছত ৰিক্সাবালাজনে আৰু চলাই নিয়াত অনিচ্ছা প্ৰকাশ কৰিলে। দুয়ো তাতে নামি দিবলগা হ'ল। ৰিক্সাবালাক পইচা দি উঠি নিৰঞ্জন কলিতাই চলিহাৰ ফালে চাই ক'লে— "আজি আপোনাক বহুত কষ্ট দিলো। মোৰ ঘৰলৈকে এইচোৱা বাট পাহাৰৰ ওপৰফালে উঠি গৈছে। আমাৰ এই ঠাইখিনিৰ বাট-পথৰ সিমান উন্নতি হোৱা নাই। আপোনাৰ আৰু কিবা কাম থাকিব পাৰে, ৰিক্সাখনেৰে আপুনি যাওকগৈ। মই এইচোৱা উঠি যাব পাৰিম।"

"মোৰ আৰু বেলেগ কাম নাই বুজিছা। ইমান দিনৰ মূৰত লগ পাইছো, তোমাৰ ঘৰলৈ নিনিয়া নেকি?" চলিহাই ক'লে। নাই নাই তেনেকৈ নক'ব। যমদূতৰ লগত বিষ্ণুদূতৰো শাস্তি হৈছে বুলিহে কৈছিলো তাতে এইছোৱা বাট উঠোতে আপোনাৰ কষ্ট হ'ব পাৰে।"

"তুমি বাৰু পাহৰি গৈছা নেকি ছিলংত থাকোতে পাহাৰ বগোৱা নাছিলো জানো। মেচৰ পৰা অফিচলৈ যাওঁতে সদায় যে দুয়ো চমু বাটেৰে পাহাৰ বগাই সৰু ঠেক ৰাস্তাৰে বগাই গৈছিলো। কেতিয়াবা দেখোন জপিয়াই নামিবলগাও হৈছিল। সেই কথাবোৰ মনত নাই নেকি? তোমাৰ এইচোৱা বাট কিমাননো ওখ। অৱশ্যে তোমাক শ্ৰীমতীয়ে এই দুপৰীয়াখন লগত আলহী এজন লৈ গ'লে খণ্ড কৰিব বুলি চিন্তা কৰিছা যদি নাযাও বাৰু।" দিব্য চলিহাই হোঁ-হোঁৱাই হাঁহি দিলে।

"তেনেকৈ ক'লে বৰ দুখ পাম চলিহাদেউ! আমাৰ পঁজাত আপোনাৰ

পদধূলি পালে ধন্যহে হ'ব। বহুদিনৰ মূৰত আপোনাক দেখি বুঢ়ীয়ে আনন্দহে পাব। কলিতাই আগ্ৰহেৰে কৈ উঠিল।

"তেনেহ'লে এতিয়া আগবাঢ়ো। তোমাৰ নবীয়া দেহাটোৰে যদি এইচোৱা পাহাৰ সদায় উঠা-নমা কৰিব পাৰা মই নোৱাৰিম কিয়?"

কিছুদুৰ ওপৰলৈ উঠাৰ পিছত নিৰঞ্জন কলিতা বৈ গ'ল। চলিহাই মন কৰিলে মানুহজনে যেন ফোপাইছে। কলিতা এনেয়ে দুৰ্বল। মনৰ কৌতুহল দমাব নোৱাৰি চলিহাই সুধি পেলালে—ইমান ওপৰত যে মাটিখিনি কিনিলা, নতুনকৈ কিনিছা নে আগেয়ে কিনি ৰাখিছিলা?"

"গুৱাহাটীত মাটি কিনাৰ ইচ্ছা মোৰ নাছিল চলিহাদেউ। চাকৰি জীৱনত বিভিন্ন ঠাইত ঘুৰি-পকি আগতে গুৱাহাটীতে মাটি এডোখৰ কিনাৰ কথা ভবাই নাছিলো। গাওঁৰ আমাৰ মাটিবাৰী যথেষ্টই আছিল। পিছত অৱশ্যে ভাই-ককাই চাৰিজনৰ মাজত ভাগ হ'ল। অৱসৰৰ পিছত মোৰ গাঁৱলৈ ঘূৰি যোৱাৰ ইচ্ছা আছিল। কিন্তু কি হ'ব, ল'ৰা-ছোৱালীহঁতে নামানে। সৰুৰে পৰা চহৰত থাকি ডাঙৰ-দীঘল হ'ল। এতিয়া গাঁৱত সিহঁতৰ মন বহিবনে? মাকেও সিহঁতৰ কথাতে হয়ভৰ দিলে। চাকৰিৰ শেষ কালচোৱাত সেয়ে গুৱাহাটীলৈ বদলি হৈ আহিলো। ইতিমধ্যে গুৱাহাটীত মাটিৰ দাম্মা বহুত বাঢ়িল। ভাল ঠাইত মাটি কিনাৰ সামৰ্থ্য নাছিল। সেয়েহে এইডোখৰ এফচনীয়া মাটি কিনি সাঁচতীয়া টকা আৰু গাঁৱৰ মাটি বেচা টকা লৈ মিলাই কোনোমতে ঘৰটো সজাইছো।" কলিতাই বৰ দুখেৰে কোৱা যেন লাগিল।

কিছু ওপৰলৈ উঠি গৈ বাঁহৰ জপনা দিয়া এটা ঘৰৰ সন্মুখত দুয়ো ৰ'লগৈ। নিৰঞ্জন কলিতাই "মাজনী অ' বৰদেউতাক বহিবলৈ দিয়া গৈ" বুলি মাতিলত ছোৱালী এজনী ওলাই আহি চলিহাক বহিবলৈ ক'লে। চলিহাই ঘৰটোলৈ চকু ফুৰালে। এটা সাধাৰণ 'আসাম টাইপ' ঘৰ। ঘৰটোত চাৰিটামান কোঠালি থাকিব পাৰে। সকলো কাম সম্পূৰ্ণ হৈ উঠা নাই যেনেই লাগে।

"মাজনী। কি নাম তোমাৰ? পঢ়ি আছা নেকি?" ছোৱালীজনীক কলিতাই সুধিলে।

"নমিতা কলিতা। এইবাৰ বি. এ. পাছ কৰিছো। আপুনি অলপ বহকচোন বৰদেউতা" বুলি তাই ভিতৰলৈ সোমাই গ'ল।

অলপ পিছত ছোৱালজনীয়ে চাহ দুকাপ কেইখিলামান ৰুটিৰে সৈতে চলিহাৰ ওচৰত আনি ৰাখিলে। "চাহ খাওকচোন বৰদেউতা। দেউতাৰ কাৰণেও অলপ লৈ আহিছো।" কলিতা আহি ওচৰত বহি ক'লে, "এইজনীয়েই মোৰ

একমাত্র ছোৱালী। ডাঙৰ ল'ৰাটো এম. এ. পাছ্ কৰি তিনিবছৰে বহি আছে।" চলিহাক উদ্দেশ্য কৰি কথাখিনি কৈ নিৰঞ্জন কলিতাই ছোৱালীজনীক ক'লে, "মাজনী। মোক চাহ অলপ কমকৈ দিয়াচোন। চাহ খাই ভাত খোৱা ভোক নষ্ট হ'ব পাৰে!" ছোৱালীজনীয়ে কাপ এটা আনি অলপ চাহ বাকি লৈ গ'ল।

"বুজিছে চলিহাদেউ। আজি মোৰ টকাৰ বৰ দৰ্কাৰ আছিল। মাজনীৰ কাৰণে ভাল ল'ৰা এটাৰ সন্ধান পাইছো। আজি তাইক চাবলৈ হেনো মাক-দেউতাক আহিব। ইফালে মোৰ হাতত টকাও বেছি নাই। তেওঁলোকক ভালকৈ সোধপোচ কৰিব নোৱাৰিলে বৰ লাজৰ কথা হ'ব।

"কলিতা। ছোৱালীজনীয়ে বোলে এইবাৰহে বি. এ. পাছ্ কৰিলে। ইমান সোনকালে তাইৰ বিয়াখন পাতিবৰ হলেইনে? তাই এম. এ. পঢ়িব খোজে যদি পঢ়িবলৈকে নিদিয়া কিয়?"

"পঢ়ুওৱাৰ ইচ্ছা মোৰো আছিল চলিহাদেউ! চাকৰিতো নাপায় আৰু বেছিকৈ পঢ়াশুনা ছোৱালী বিয়া দিয়াই সমস্যা হ'ব। ল'ৰাটোক তাৰ ইচ্ছা অনুসৰি পঢ়ুৱাইছিলো কিন্তু এম. এ, পাছ কৰি তিনি বছৰ চাকৰি বিচাৰি সি হাবাথুৰি খাইছে। যোগ্যতাৰ মূল্য নাই এতিয়া চাকৰিৰ বজাৰত। এইখন ৰাজ্যত এতিয়া প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ চাকৰি বিক্ৰী হয় পয়ত্ৰিশ হাজাৰত। এম. এ. পাছ কৰা কাৰণে সেই চাকৰিৰ কাৰণেও সি হয় ওভাৰ কোৱালিফাইড, বুজিছে চলিহাদেউ। উচ্চতৰ বিদ্যালয়ৰ বিষয় শিক্ষকৰ কাৰণে ষাঠি হাজাৰ টকা উৎকোচ দিবলৈ মোৰ সামৰ্থ্য ক'ত কওকচোন। মই উৎকোচ দি চাকৰি লোৱাৰ বাবে কোনো উৎসাহ নিদিও। আপুনি মোৰ স্বভাৱৰ কথা জানেই। কিন্তু এতিয়া বিদ্ৰোহীৰ দৰে হৈ উঠাত মোৰ ভয় হৈছে চলিহাদেউ। জানোচা সি ভুল পথে গৈ কোনো সিদ্ধান্ত লৈ পেলায়। জীৱনত আদৰ্শৰ পৰা কেতিয়াও পিছলি পৰা নাছিলো। এতিয়া শেষ বয়সত বৰ ভাগৰি পৰিলো চলিহাদেউ।" আবেগবিহ্বল হৈ কলিতাই চলিহাৰ হাতখনত খামোচ মাৰি ধৰিলে। "পেঞ্চন, গ্ৰেচ্যুইটিৰ টকা ঘৰ সজা কামত প্ৰায় শেষেই। অলপমান সাঁচি ৰাখিছিলো মাজনীৰ বিয়াৰ কাৰণে। সেইখিনিকো ল'ৰাটোৱে খুজি আছে সি হেনো কিবা বিজনেছ কৰিব। আপুনিয়েই কওকচোন কোনো অভিজ্ঞতা নোহোৱাকৈ সি কি বিজনেছ কৰিব।"

চলিহাই কি ক'ব ভাবি পোৱা নাই। ইতিমধ্যে কলিতানীও আহি ওচৰতে থিয় হৈছিলহি। কলিতানীয়ে মাত লগালে, আপুনিয়েই বাৰু এখেতক বুজাওকচোন

নিজে সততাৰে ইমান বছৰ চাকৰি কৰি কি পালে। অকল দৰমহাৰে খোৱাপিন্ধা আৰু ল'ৰা-ছোৱালীৰ পঢ়াশুনাত খৰছ কৰোতে শেষ। ভৱিষ্যতলৈ কি সাঁচিব পাৰিলে। অথচ চকুৰ আগতে কত দেখিলো সাধাৰণ চাকৰি কৰা একোজনেও দুই-তিনি ঠাইত মাটি কিনি থৈছে। আমাৰ এখেতে কি কৰিব পাৰিলে। এটা ভাল ঘৰ, এডোখৰ ভাল ঠাইত মাটি একোতো নহ'ল। এতিয়া ল'ৰাৰ চাকৰিৰ নামত ষাঠি হাজাৰ টকাও খৰছ কৰিবলৈ অপাৰগ। ল'ৰাৰ মন ভাঙি নাযাবনে বাৰু?" কথাখিনি একেউশাহতে কৈ গ'ল মানুহজনীয়ে। চলিহাই লক্ষ্য কৰিলে কথাখিনি কওঁতে মানুহজনীৰ চকু চলচলীয়া হৈছে। ইফালে গিৰিয়েক নিৰুত্তৰ। বেচেৰা যেন অসহায়। চলিহাই কিবা কোৱাৰ আগতে কলিতাই লাহে লাহে কৈ উঠিল। "জীৱনটোত অন্যায়ক প্ৰশ্ৰয় নিদিয়াকৈ পাৰ কৰি দিলো। এতিয়া শেষ কালত হাৰ মানিব নোখোজো।" মানুহজনৰ মাত যেন থোকাথুকি হৈছে। "বেমাৰী দেহা লৈ আৰু কিমান দিন বাচি থাকিম। পেঞ্চনৰ টকাখিনি সময়মতে নাপালে চলিব নোৱাৰো যেনেই লাগে।"

"বাৰু নিৰঞ্জন। ল'ৰাটাক মোৰ তালৈ এদিন পঠিয়াই দিবাচোন। মইতো এতিয়া ৰাজধানীৰ ওচৰতে ঘৰ বান্ধিছো। মই কাৰোবাক কৈ-মেলি তাৰ কাৰণে কিবা কৰিব পাৰোনেকি চাওঁচোন। এতিয়া উঠোঁহে আৰু এতিয়া এই টকাখিনি লোৱা আৰু আজিৰ কামখিনি যেনেতেনে চলাই দিয়া।" বুলি জেপৰ পৰা পাঁচশ চকা উলিয়াই নিৰঞ্জন কলিতাৰ হাতত গুজি দিলো। "তোমাৰ যেতিয়া সুবিধা হয় মোক ঘূৰাই দিলেই হ'ব।" চলিহাই যাবলৈ বুলি চকীৰ পৰা উঠিল।

পৰম সন্তোষেৰে নিৰঞ্জন কলিতাই চলিহাৰ হাতদুখনত খামোচ মাৰি ধৰি কৈ উঠিল, "আজি আপুনি মোৰ বৰ উপকাৰ কৰিলে চলিহাদেউ। মোৰ সদায় মনত থাকিব।"

এটা আত্মসন্তুষ্টিৰ ভাবেৰে কলিতা-কলিতানীক মাত লগাই দিব্য চলিহাই তেওঁলোকৰ পৰা বিদায় ল'লে যদিও তেওঁৰ মনটো ভাৰাক্ৰান্ত হৈ উঠা যেনো অনুভৱ হ'ল। এই ক্ষণিক সহায়েৰে এই সবল মনৰ অধিকাৰী মানুহজনৰ মনোবল অটুট ৰাখিব পাৰিবনে বাৰু। ল'ৰাটোৰ সংস্থাপনৰ বাবে দিয়া প্ৰতিশ্ৰুতি কাৰ্য্যকৰী কৰিব পাৰিবনে? প্ৰশ্নবোৰে জুমুৰি দি ধৰিলে চলিহাৰ মন। ○

---

*শ্ৰীদয়াময় শইকীয়া ছিলং মুকুল সংঘৰ প্ৰাক্তন সম্পাদক। কবিতা ও চুটি গল্পৰ চৰ্চা আছে। গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰ বিষয়া।*

# পেঞ্চন

## ড° উৎপল কুমাৰ হাজৰিকা

আনদিনাৰ দৰে আজিও জনাৰ্দন বৰুৱাই পুৱাৰ প্ৰাতঃ ভ্ৰমণ সমাপ্ত কৰি ঘৰলৈ ঘূৰিছে। পত্নীৰ হাতৰ গৰম চাহৰ প্ৰয়োজন হয় আহি পোৱাৰ পিছতেই। পুৱা অফিচ যোৱাৰ আগে আগে বৰুৱাই লঘু আহাৰ কৰে, কেতিয়াবা ফলমূল লগতে কৰ্ণফ্লেক্স্। লাঞ্চত বৰুৱা ঘৰলৈ আহে আৰু একেলেগে পত্নীৰে সৈতে লাঞ্চ কৰে। ৰেভিনিউ বিভাগৰ ডেপুটি চেক্ৰেটেৰী হিচাবে কাম কৰি যোৱা পৰহি জনাৰ্দন বৰুৱাই অৱসৰ লৈছে। বুৰঞ্জীৰ অনাৰ্চ গ্ৰেজুৱেট বৰুৱাই এম. এ. লাভ কৰি এ. চি. এছ.ত অৱতীৰ্ণ হৈ আই. এ. এছ.ৰ সন্মানীয় নমিনেশ্যন পাই ৰেভিনিউৰ পৰা অৱসৰ গ্ৰহণ কৰে। জনাৰ্দন বৰুৱাৰ ঘৰ গোলাঘাটত। পত্নী ৰেণুকা ...াবৰ। বিয়াৰ পিছতেই সংসাৰলৈ আহিছিল দুটা ল'ৰা সন্তান আৰু এক কন্যা. কন্যা ৰীতা দিল্লী বিশ্ববিদ্যালয়ৰ পৰা ৰসায়নত এম. এছ. চি কৰি তাতেই চাকৰিত যোগ দিয়ে। ডিব্ৰুগড়ৰ নামি উকীল ৰমাকান্ত চৌধুৰীৰ বিলাত ফেৰত পুত্ৰ ডাঃ শান্তনু চৌধুৰীৰ লগত দিল্লীতেই বিয়া হৈ যায়। ডাঃ চৌধুৰী দিল্লীৰ এখন বে-চৰকাৰী চিকিৎসালয়ৰ শল্য চিকিৎসক। জনাৰ্দন বৰুৱাৰ ডাঙৰটো ল'ৰা বিনোদ কানাডাৰ কেলগেৰীত থাকে। মাল্টিনেশ্যনেল কম্পেনী এটাৰ ইঞ্জিনীয়াৰ। সৰু পুত্ৰ অনুপ থাকে গুৱাহাটীত, নুনমাটি ৰিফাইনেৰীৰ কেমিকেল ইঞ্জিনীয়াৰ। সেয়ে জনাৰ্দন বৰুৱাই পেঞ্চন পালেও একো চিন্তা নাই। মাজতে গুৱাহাটীত ফ্লেট এটা বুক কৰাৰ কথা নভবা নহয়। কিন্তু পিছত সেই কথা বাদ দিলে। চাকৰি কালত অফিচৰ বিভিন্নজনে মাজে মাজে প্ৰশ্ন কৰে, কিন্তু বৰুৱাই সেইবোৰ কথাত মাথা নষ্ট কৰা নাই। বৰুৱাই পত্নীক কয়, "ঘৰ সাজি কৰিম কি?" পেঞ্চনত পাম বহুখিনি টকা। সকলোবোৰ মিলি যোল্ল-ওঠৰ লাখ টকা মানেই চুবগৈ। ইয়াৰ উপৰিও মাহেকীয়া পেঞ্চন আছে। ৰীতাক বিয়া দিলো। ল'ৰা দুটা ইঞ্জিনীয়াৰ হ'ল। এতিয়া বাকী দিনকেইটা পুৰণা গোলাঘাটৰ ঘৰটোতে কটাব পাৰিম দেখোন। বৰুৱাৰ কথাত পত্নী ৰেণুকাই একো মাতিব নোৱাৰে। বৰ্ত্তমান এই চৰকাৰী কোৱাৰ্টাৰটোত কমেও বৰুৱা ছয়টা মাহ থাকিব পাৰিব। এই ছয়টা মাহতে বৰুৱাই কিবা এটা কৰি ল'ব পাৰিব। এইয়া জনাৰ্দন

বৰুৱাই সকলোকে সাধাৰণভাৱে দিয়া প্ৰশ্নৰ উত্তৰ।

বৰুৱাই অৱসৰ লোৱা আজি দুদিন হ'ল চাকৰি কালত পুৱা দহ বজাৰ আগে আগে গাড়ীৰ ড্ৰাইভাৰ ৰতন হাজিৰ আহে। বৰুৱাই সদায় প্ৰাতঃ ভ্ৰমণ কৰি উঠি চাহ খাই গা ধোৱে। গোঁসাই ঘৰত যায় দহ মিনিটমানৰ বাবে। আহি কানি-কাপোৰ পিন্ধি বাতৰিখন চায়। ৰতন আহিলেই অফিচৰ বেগটো ৰেণুকাই ৰতনৰ হাতত দিয়ে গাড়ীৰ চাবিটোৰে সৈতে। পাঁচ বজাত অফিচৰ পৰা আহি বৰুৱাই মুখ-হাত ধুই চাহ-জলপান খায়। মাজে মাজে শাকনি বাৰী আৰু ফুলনীখনত পানী দিয়ে। সদায় ব্যস্তমুখৰ পৰিৱেশত বৰুৱাই দিন নিয়ায়। কিন্তু এই ব্যস্ত জনাৰ্দন বৰুৱাৰ আজি দুদিন হ'ল অৱসৰ লোৱাৰ। কিন্তু অন্য দিনাৰ দৰে আজিও অফিচ যাবলৈ নাই অথচ ইমান খদমদম্ কিয়? আচৰিত হৈ ৰেণুকাই প্ৰশ্ন কৰিলে। "অ' পাহৰিয়ে গৈছিলো। মইটো আজিৰ পৰা মুক্ত।" আজি তেত্ৰিশটা বছৰে অফিচত কাম কৰি, ফাইলত চহী কৰি, নানান কামত সিদ্ধান্ত লোৱা, প্ৰশাসনিক বিষয়া, আৰ্থিক মঞ্জুৰী, চেকচন অফিচাৰ, নিম্ন-উচ্চ বৰ্গৰ ষ্টাফৰ ছুটি মঞ্জুৰ কৰা ইত্যাদি কৰিয়েই বৰুৱাৰ চাকৰি জীৱনৰ সামৰণি পৰিছিল।

মিচেছ বৰুৱাই (ৰেণুকাই) কথাষাৰ সোঁৱৰাই দিয়াত জনাৰ্দন বৰুৱা বাৰান্দাৰ হেলনীয়া চকীখনত বহি পৰিল।

"পেঞ্চন পালা। এতিয়া ঘৰৰ কামত মনোযোগ দিয়া। আজি অত বছৰে চৰকাৰী কোৱাৰ্টাৰত থাকি থাকি গোটেইখন ঘূৰি ফুৰিলো। এতিয়া ভাৰাঘৰ এটা লৈ তালৈকে এই বস্তুবোৰ নিয়াৰ চিন্তা কৰক, গুৱাহাটীত ঘৰ এটা বা ফ্লেট এটা কিনিব পাৰিলেও ভাল আছিল। অনুপ গুৱাহাটীত থাকে। তাক ক'লেও ঘৰ বা ফ্লেট্ এটা চাব পাৰে।" একে উশাহতে কথাকেইটা কৈ পেলালে মিচেছ বৰুৱাই। এই চৰকাৰী ঘৰটোত থকাৰ আৰু ইচ্ছা নাই তেওঁৰ। খন্তেক মৌনতাৰে পুনৰ বৰুৱাই আৰম্ভ কৰিলে— "শুনিছা। মই তেত্ৰিশ বছৰে চাকৰি কৰিলো। এই কোৱাৰ্টাৰটোত মই আৰু ছয়টা মাহ নিৰ্ভয়ে থাকিব পাৰিম। এইটো নিয়ম চলি আহিছে। মোৰ পেঞ্চন, গ্ৰেচুইটি আদি ঠিক-ঠাক কৰি লাহে লাহে কোৱাটাৰটো খালী কৰি দিম। এতিয়া ইমান খৰধৰ কৰাৰ কোনো প্ৰয়োজন নাই। খবৰ এটা দিলে অনুপেও আমাক লৈ যাব। তাৰ কোৱাৰ্টাৰ বেচ ডাঙৰ। ৰিফাইনাৰীৰ এক্সিকিউটিভ ইঞ্জিনীয়াৰৰ কোৱাৰ্টাৰ, বেচ কেইটামান কম। গাড়ীৰ গেৰেজ, চাৰ্ভেণ্ট ইত্যাদি বহুতো।"

এনেতে সজোৰে কলিং বেলটো বাজি উঠিল। অসময়ত বেলটো বাজিলত

বৰুৱা সচকিত হ'ল। লাহে লাহে বৰুৱাই বাহিৰলৈ ওলাই আহিল।

"চাৰ। মই ৰতন।"

বৰুৱাই ৰতনলৈ চালে।

বৰুৱাৰ অফিচৰ গাড়ীৰ ড্ৰাইভাৰ ৰতন। ৰতনে মুৰ তুলি পুনৰ বৰুৱালৈ চালে। "চাৰ আজি নতুন অফিচাৰে জইন কৰিছে। বৰ্ত্তমান গেষ্টহাউচত থকাৰ দিহা কৰা হৈছে। পৰিয়াল অনা নাই। গাড়ীৰ চাবিপাত চাৰ নিবলৈ..........."

ৰতনৰ কথা শেষ হওঁ-নহওঁতেই বৰুৱাৰ মিচেছে ছাবিপাত ৰতনৰ হাতত দিলেহি। ৰতনে ছাবিপাত লৈ গেৰেজৰ পৰা গাড়ীখন লৈ গুছি গ'ল। বৰুৱাই নেদেখা পৰ্যন্ত ৰাস্তাটোলৈ চাই থাকিল।

এৰা। আজিৰ পৰা গাড়ীখনো নোহোৱা হ'ল। কৰবালৈ যাওঁ বুলিলে টেক্সী বা অটো ল'ব লাগিব। চৰকাৰী গাড়ীত উঠি ফুৰা বৰুৱা-বৰুৱানীয়ে এতিয়া চিটিবাছ, ৰিক্সাৰ কথা ভাবিবই নোৱাৰে।

নাই, এইবোৰ চিন্তা কৰি লাভ নাই। অনুপৰ গাড়ী আছেই। তেল কম্পেনীৰ গাড়ী, তাৰোপৰি সিও এখন নতুন মাৰুতি কিনিছে। তেল কোম্পানীৰ ডাঙৰ কোৱাৰ্টাৰ। ৰন্ধা-বঢ়া মানুহ, ফুলনিৰ অৰ্দালী, গাড়ীৰ ড্ৰাইভাৰ সৱ আছে। তালৈ গলেই সব লেঠা শেষ। বৰুৱাই এবাৰ ভাবিলে।

দিন বাগৰিল। পুৱা এদিন দাড়ি খুৰাই থাকোতে হঠাতে মিছেছ বৰুৱাই ক'লে— "অনুপলৈ ফোন এটাকে কৰাচোন। গুৱাহাটীলৈ যাওঁ যাওঁ বুলি বহুদিন যোৱাই হোৱা নাই। নাতি দুটাকো (ৰূপ আৰু দীপ) দেখা নাই বহুদিন। ইয়াত আৰু ভাল নলগা হৈছে। ক'ৰবালৈ যাওঁ বুলিলেও গাড়ীখনো নোহোৱা হ'ল।"

"এৰা ঠিকেই কৈছা। —বৰুৱাই ক'লে। শোৱনী কোঠালৈ গৈ গুৱাহাটীলৈ গৈ ফোনটো লগালে। ০৩৬১-৬২০৪০৯, ঠিক ডায়েল কৰি উঠি পুনৰ ৰিডায়েল কৰিবলৈ লওঁতেই পুনৰ কলিং বেলটো বাজিল। ফোনৰ ৰিডায়েল কৰা নহ'ল। বৰুৱা বাহিৰলৈ ওলাই আহিল। হাতত টুলবক্স এটা লৈ দুজন মানুহ। সম্ভৱ পি. এণ্ড টি.ৰ লাইনমেন। বৰুৱাই ঠিকেই অনুমান কৰিলে। "চাৰ আমি এছ. ডি. অ. ফোনৰ পৰা আহিছো। ফোনটো দিছকনেক্ট কৰি ৰিচিভাৰটো লৈ যাবলৈ এছ. ডি. অ.ৰ পৰা চিঠি ইচ্যু হৈছে।

বৰুৱাই চিঠিখন নপঢ়িলে। লাইনমেন দুজনক ফোনটো দেখুৱাই দি খন্তেক

নিস্তব্ধ হৈ ৰ'ল।

নতুন চাহাবে পুৰণা কোৱাৰ্টাৰ এটাত এলটমেণ্ট পাইছে। আপোনাৰ এইটো খালী নোহোৱা পৰ্য্যন্ত তাতেই থাকিব হেনো। ফোনটো এতিয়াই লাগে। এছ. ডি. অ. চাহাবক বাৰে বাৰে ফোন কৰি অফিচৰ পৰা কৈ আছে। সেয়ে চাৰ..........." "বুজিছো।" বৰুৱাই হুমুনিয়াহ কাঢ়িলে। "চাকৰিৰ পৰা অৱসৰ পালো যেতিয়া চৰকাৰে ফোন, গাড়ী, সব দিবনে? কোৱাৰ্টাৰটোত কিছু দিনটো থাকিমেই।"

"শুনিছা। অনুপলৈ ফোন কৰা নহ'ল। পি. চি. অ.ৰ পৰাই কৰি তাক সোনকালে মাতি পথাওঁ।" বৰুৱানীয়ে মূৰ দুলিয়ালে।

বৰুৱাই কাপোৰ সলাই যাবলৈ ওলাল। এৰা অনুপৰ ডাঙৰ বঙলা, সুবিধাই সুবিধা। নিজৰ গাড়ী, অফিচৰ গাড়ী, তাতেই আৰাম হ'ব। ফোন কৰা হ'ল। ঠিক পোন্ধৰ দিনৰ পিছত অনুপ আহিল দুটা দিনৰ ছুটিৰে এটা দেওবাৰ হাতত লৈ।

"মা। সোনকালে যোৱাৰ বাবে সাজু হোৱা। ৺ৰহিলৈ যাম বুলি আহিছো। ছুটি নাই মোৰ। ৰাতি ৰাতি ছিফ্‌টিং ডিউটি কৰিব লাগে। মানুৱে ৰূপ-দীপক চম্ভালিব নোৱাৰে।" মানু অনুপৰ পত্নী ।

ইমান দিনৰ মূৰত ঘৰলৈ আহিছ। সিহঁতক আনিব নোৱাৰিলি।

কেনেকৈ আনিম বাৰু। স্কুল, টিউচন...." "হয়! হয়!!"

অনুপে পুনৰ আৰম্ভ কৰিলে। "মই তিনিটা ৰূমৰ ঘৰ এটা ঠিক কৰি থৈ আহিছো গুৱাহাটীৰ ৰুক্মিনী গাঁৱত। তোমালোকক তাতেই থকাৰ ব্যৱস্থা কৰি দিম বুলি ভাবিছো। ওচৰতে বজাৰ-সমাৰ। সব বস্তু পায়। খোজকাঢ়ি যাব পাৰি। ৰিক্সা, চিটিবাছ ওচৰতে পাবা। একো চিন্তা নাই।" অনুপে ক'লে।

"কিয়। তোৰ ইমান ডাঙৰ চৰকাৰী বঙলাটোত ঠাই নোহোৱা হ'ল নে? বৰুৱাই আচৰ্য্য প্ৰকাশ কৰিলে।"

• "কি কম দেউতা। ছয়টা ৰুমৰ ঘৰ। এটা হ'ল আমাৰ বেডৰুম। ৰূপ-দীপৰ দুটা ষ্টাডি ৰুম। এটা সৰু চাৰ্ভেণ্ট ৰুম। তাত ড্ৰাইভাৰ হালে থাকে। আৰু এটা ৰুম আছে তাত মোৰ পমেৰিয়ান কুকুৰ দুটা থাকে। সেয়ে মই গুৱাহাটীত ঠিক কৰি থোৱা ঘৰটোত তোমালোকে থাকিবলৈ ভাল পাবা। অনুপৰ কথা শুনি বৰুৱাৰ সৰ্ব্ব শৰীৰ কঁপি উঠিল।

ইতিমধ্যে বৰুবাই পালেং, ডাইনিং টেবুল, ড্রেছিং টেবুল ও অন্যান্য ফাৰ্ণিচাৰ, বাকচ আদি পেকিং কৰাই পেলাইছিল। তাকে দেখি অনুপে পুনৰ ক'লে। এইবোৰ ক'লৈ লৈ যাবা? পাৰিলে কম দামতে বেচি দিয়া। পুৰণা বস্তু। অফিচৰ পিয়ন, চকীদাৰ, কেৰাণী, মহৰীক কম দামত দিলে লৈ যাব। পিছত আহি এবাৰ বেছি থৈ যাবাহি। এই পুৰণা বস্তুবোৰ থ'বলৈ গুৱাহাটীৰ ঘৰত ঠাই নহ'ব।

কিবা লাগিলে দুখনমান খাট, আৰু দুখনমান ফোল্ডিং চেয়াৰ-টেবুল কিনি ল'ব পৰা যাব। ভাৰা ঘৰতো কিছু ফাৰ্ণিচাৰ দিয়েই। বেতৰ চোফা চেট এটাৰেও ড্ৰয়িং ৰুমৰ কাম চলি যায়। বৰুৱা নীৰব হৈ ৰ'ল।

দুদিন পাৰ হৈ অনুপৰ যোৱা দিনটো পালেহি। জনাৰ্দন বৰুৱা ও মিছেছ বৰুৱাৰ কোনো তৎপৰতা নাই। পুৱা পাঁচ মান বজাত উঠি প্ৰাতঃ ভ্ৰমণ কৰা অভ্যস্ত জনাৰ্দন বৰুৱা গভীৰ নিদ্ৰাত। অনুপ যাবলৈ সাজু হ'ল। বাহিৰত ড্ৰাইভাৰ চন্দন হাঁলোয়ে গাড়ীখন মুচি-কাচি ঠিক কৰিলে। মিছেছ বৰুৱাই নাতিয়েক দুটালৈ ও বোৱাৰীয়েকলৈ খুৰ্মা ও নাৰিকলৰ লাডু কৰিছিল। মানু ও ৰূপহঁতে লাডু মনে মনে খাইছিল। "এই বটল দুটাত লাডু দিছো। আৰু একো বনাব নোৱাৰিলো। বিহুত পাৰিলে দুদিনমানৰ বাবে হ'লেও আহিবলৈ চেষ্টা কৰিবি।। ছুটি নাপালে জোৰ নকৰো। আমি বৰ্ত্তমান নোজোৱাটোকে ঠিক কৰিলো।

মিচেছ বৰুৱাই কথাকেইটা কৈ পুতেকৰ মুখলৈ চালে।

"কিয়?"

মিছেছ বৰুৱাই একো নামাতিলে।

বৰুৱাই বাতৰিখন সামৰি থৈ ক'বলৈ ধৰিলে—

"মই কওঁ। শুনিবি?

তেত্ৰিশটা বছৰ চাকৰি কৰিলো। বি. এ. পাছ কৰিছিলো অনাৰ্চ লৈ। এম. এ. পঢ়িবলৈ যাব নোৱাৰিলো দেউতাৰ আৰ্থিক স্বচ্ছলতাৰ বাবে। আনৰ পৰা কিতাপ খুজি আনি পঢ়ি পঢ়ি চিভিল চাৰ্ভিচৰ পৰীক্ষা দিলো। পাছ কৰিলো। ককাৰ ঢুকাল। চাৰিজনী বাইদেউক বিয়া দি নিজৰ সংসাৰ নিজে কৰিলো। মাৰৰ ও মোৰ একান্ত ইচ্ছাত সকলো সুখ নেওচি কলৈকো নগৈ তোক আৰু

ককায়েৰক (বিনোদ) পঢ়ালো। কেতিয়াবা আৰ্থিক অনাটনৰ বাবে ধাৰ কৰিও তইঁতক পঢ়াই দুয়োকে ইঞ্জিনীয়াৰ কৰিলো। ৰীতাক পঢ়াইছিলো দিল্লীত। তইঁত তিনিটাৰ হোষ্টেলৰ খৰছৰ বাবে আমি খোৱা-বোৱাত, কাপোৰ-কানি ভালদৰে পিন্ধিব-উৰিব নোৱাৰিছিলো। ভাবিছিলো সন্তানৰ সুখেই আমাৰ সুখ। এতিয়া তইঁতি পঢ়ি-শুনি মানুহ হলি। বিনোদে কানাডাত ছেটেল কৰিলে। যোৱা বছৰ মাৰৰ টান অসুখতো সি নাহিল। শুনিলো এবাৰ ওবৰ্ল্ডবেঙ্কৰ টুৰত বেঙ্ককলৈ গৈছিল দিল্লী হৈ। তেতিয়াও তাৰ মাকক চাই যোৱাৰ সময় নহ'ল। ৰীতাই দিল্লীত পঢ়ি থাকোতে নিজেই বিয়া কৰাই ল'লে। সম্বন্ধ হেৰাই গৈছিল তাইৰ লগত আমাৰ। কিন্তু মাৰৰ অসুখত তাই দৌৰি আহিল। জোঁৱাইক লৈ। মাৰক দিল্লীলৈ নি ভালদৰে চিকিৎসা কৰালে।

তয়েই আমাৰ ওচৰত থাক। ভাবিছিলো অৱসৰৰ পিছৰ দিনকেইটা নিশ্চিন্ত মনে থাকিম তোৰ লগত। কিন্তু পঁচিশটা বছৰে পঢ়ুৱাই-শুনুৱাই ডাঙৰ-দীঘল কৰা পিতৃ-মাতৃক ৰখাৰ বাবে তোৰ ঘৰত অকণমান স্থানৰ অভাৱ হ'ল। কিন্তু কুকুৰ পোহাৰ বাবে তোৰ ঘৰত ঠাই আছে। আছে চাকৰ ড্ৰাইভাৰৰ বাবেও কম।

তোৰ ঘৰ, তোৰ টকাৰ উপাৰ্জ্জন আমাক নালাগে বোপাই। মোৰ পেঞ্চনৰ টকা, জি. পি. এফ., গ্ৰেচুইটি আদিৰে মোৰ যথেষ্টখিনি পইছা পাইছে,—মাথোন সুবিধামতে ঘৰ বা ফ্লেট এটা কিনিব লাগে। তয়ো যেতিয়া আঁতৰি গলি, সেইখিনি নিজেই কৰি ল'ব পাৰিম। তোৰ দেৰি হৈছে। যাগৈ। ভগৱানে তইঁতক কুশলে ৰাখক।" কথাখিনি কৈ উঠি ... ৰাই ভিতৰলৈ সোমাই আহিল। খুৰমা আৰু লাড়ুৰ বটল দুটা ডাইনিং টেবুলতে থাকিল। অনুপে তলমূৰ কৰি লাহে লাহে বাৰান্দাইদি নামি গ'ল। চাকৰিৰ পৰা অৱসৰ ল'লেও আজি পুত্ৰৰ পৰাও আমি অৱসৰ গ্ৰহণ কৰিলো। বৰুৱাই মিছেছ বৰুৱালৈ চালে। মিছেছ বৰুৱাই একো নামাতিলে। খুৰমাৰ বটলেৰে ... যোৱা পৰুৱা এটালৈ চাই মিঃ বৰুৱাই এটি হুমুনিয়াহ কাঢ়িলে। ○

---

*ড° উৎপল কুমাৰ হাজৰিকা ছিলং মুকুল সংঘৰ বৰ্ত্তমানৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ কাৰ্য্যকৰী সভাপতি। চুটি গল্প ও কবিতাৰ চৰ্চা আছে। গীতিকাৰ। ভাৰতীয় কৃষি গৱেষণা পৰিষদৰ এগৰাকী কৃষিবিজ্ঞানী।*

# অন্তর্দ্বন্দ্ব

প্ৰণৱ বৰা

অলপতে এটা কামত দিল্লীলৈ যাবলগীয়া হৈছিল। ৰেলেৰে গৈছিলো। গৰমৰ দিন। ৰেলখন পলমকৈ চলিছিল। দুপৰীয়া সময়ত বাৰাউনী ষ্টেচন পাইছিলো। ৰেলখন বাৰাউনীত কুৰি মিনিট ৰ'ব বুলি টিকত পৰীক্ষক এজনে কৈছিল। অলপ পানী ভৰাই লওঁ বুলি পানীৰ বটলটো লৈ ৰেলৰ পৰা প্লেটফৰ্মত নামিছিলো। পানীৰ টেপ এটালৈ কোবাকোবিকৈ খোজ দিছিলো। হঠাতে অনুভৱ কৰিছিলো—কোনোবাই যেন মোৰ ভৰি এখনত ধৰি মোক ৰখাব খুজিছিল। তললৈ চাই দেখিছিলো এজন ভিক্ষাৰী। ষ্টেচনত ভৰিত ধৰি ৰখাই ভিক্ষা খোজা ভিক্ষাৰীৰ মুখামুখি আগতে বহুতবাৰ হৈছো। কিন্তু সেইদিনা লগ পোৱা ভিক্ষাৰীজনক দেখি মোৰ বুকুখন চিৰিং কৈ উঠিল। ভালকৈ নিৰীক্ষণ কৰিলো ভিক্ষাৰীজনক। চেহেৰাটো একেবাৰে ক্ষীণকায়। মূৰত চুলি এডালো নাছিল। দাঁতকেইটাও নাছিল। কেইবাসাজো খাবলৈ নোপোৱাকৈ থকা যেন লাগিছিল। ওচৰত পেং-লাখুটি এডাল পৰি আছিল। ভিক্ষাৰীজনৰ সোঁ ভৰিখনৰ সৰু গাঠিটোৰ পৰা তলৰছোৱা নাই। ভিক্ষাৰীজনক সুধিলো, "তোমাৰ নামকি?" ভিক্ষাৰীজনে মোৰ মুখৰফালে তবধ লাগি চাবলৈ ধৰিছিল। মইয়ো তেওঁৰ চকুদুটালৈ চাইছিলো। ক'ৰবাত আগতে লগ পোৱা যেন লাগিছিল। মনত পেলাব পৰা নাছিলো। তেওঁৰ চকুদুটাৰ পৰা যেন জুই ওলাই আহিছিল। সেই জুইৰে যেন মোক ভষ্মীভূত কৰি পেলাব। মই ভিক্ষাৰীজনৰ নাম সোধা দেখি ওচৰতে বহি জোতা ৰং কৰি থকা এজন আদহীয়া জোতা মিস্ত্ৰীয়ে মোলৈ ভ্ৰূকুটিৰে চাই ক'লে, "চাহাব! ভিক্ষাৰীৰ নাম জানি আপুনি কি কৰিব? ভিক্ষা দিবলৈ মন আছে যদি কিবা এটা দি গুছি যাওঁক। ই কথা ক'ব নোৱাৰে। ই বোবা। মই জোতা মিস্ত্ৰীজনক সুধিলো, "বোবা? কেতিয়াৰ পৰা বোবা? জন্মৰে পৰা নে?" জোতা মিস্ত্ৰীয়ে ক'লে, "নহয়। ই জন্মৰে পৰা বোবা নাছিল। ই কোম্পানী এটাত খুউব সুন্দৰ স্বাস্থ্যৰ শক্তিশালী মজদুৰ আছিল। কোম্পানীটো আহিছিল দিল্লীৰ পৰা। ফাৰ্টিলাইজাৰ ফেক্টৰী বনাবলৈ আহিছিল। সেই কোম্পানীটোৰ ই কাম কৰিছিল। এদিন ৰাতি চিমেণ্টৰ ট্ৰাক ঠেলোতে ইয়াৰ সোঁ ভৰিটো পিছলি চকাৰ তলত সোমাল। ভৰি একেবাৰে থেতেলা খাই

গ'ল। ডাক্তৰে ভৰি কাটি পেলালে। কাম কৰিব নোৱাৰা হ'ল। কোম্পানীটোৰ মেনেজাৰতো অসমীয়া আছিল। মৰমীয়াল আছিল। কিন্তু খুউব জেদী আছিল। ই কোম্পানীটোৰ ঠিকাদাৰৰ অস্থায়ী মজদুৰ আছিল যদিও ইয়াৰ হস্পিটালত হোৱা খৰছৰ টকা কোম্পানীৰ পৰা দিয়াইছিল। চাইটত কাম কৰিব নোৱাৰা হোৱাৰ কাৰণে চকীদাৰৰ কামত লগাই দিছিল। কিন্তু ই চাল্লাই ইউনিয়নৰ নেতাৰ উচটনিত মেনেজাৰ চাহাবটোৰ বিৰুদ্ধে কেচ কৰি দিলে। বচ্ চৰ্ খটম্। কাম শেষ হোৱাত দিল্লীৰ কোম্পানী ইয়াৰ পৰা গুছি গ'ল। ইয়াৰ বিবি-বাচ্চা চব মৰিল। এতিয়া কোনোবাই কিবা দিলে খায়, নাপালে ভোকত পৰি থাকে ষ্টেচনতে।" জোতা মিস্ত্রীজনে অনর্গল কৈ থাকিল জোতা ব্রাচ মাৰি মাৰি।

মই ভিক্ষাৰীটোক কি ভিক্ষা দি সন্তুষ্ট কৰিব পাৰিম? এটা টকাৰে? দুটা টকাৰে? তেনেতে ৰেলখনে উকি মাৰিছিল। লাহে লাহে ৰেলখনে চলিবলৈ আৰম্ভ কৰিছিল। মই মোৰ ডবাটোৰফালে দৌৰিবলৈ ধৰিলো। দৌৰি দৌৰি গৈ দুৱাৰখন ঠেলা মাৰি ভিতৰ সোমালোগৈ। নিজৰ চীটটোত বহি পৰিছিলোগৈ। উশাহবোৰ ঘনঘনকৈ ওলাইছিল। পিয়াহত মুখ শুকাই গৈছিল। বটলটোত পানী এটোপাও নাছিল। মোৰ সন্মুখত বহি থকা যাত্রীজনৰ পৰা পানী এগিলাছ খুজি খালো। চকু দুটা মুদি দিলো।

আজিৰ পৰা বাৰ বছৰ আগৰ অর্থাৎ ১৯৮৮ চনৰ সেই ৰাতিটোলৈ ঘূৰি গৈছিলো। মই তেতিয়া হিন্দুস্থান সাৰ নিগমৰ বাৰাউনী গোটৰ ষোল্ল মেগাৱাট ক্ষমতাৰ কেপ্‌টিভ্ পাৱাৰ প্লেন্ট নির্মাণৰ চিভিল কামখিনিৰ দায়িত্বত থকা কনষ্ট্রাক্‌চন্ কোম্পানীটোৰ প্রকল্প প্রবন্ধক হিচাবে নিযুক্ত আছিলো। সেইদিনা ৰাতিপুৱাৰে পৰা আমাৰ চাইটটোত খুউব ব্যস্ততাৰে কাম চলিছিল। পিচদিনা টার্ব জেনেৰেটৰৰ ফাউণ্ডেচনৰ কনক্রিটিঙৰ কাম আৰম্ভ হ'ব। কনক্রিটিং দুদিন এৰাতি অকণো নোৰোৱাকৈ ধাৰাবাহিক ভাবে চলিব। গুৰুত্বপূর্ণ কনক্রিটিং। সেই কামৰ কাৰণে প্রয়োজনীয় শিল, বালি, চিমেণ্ট আদি কনক্রিটিং হ'বলগীয়া ঠাইৰ ওচৰত থোৱাৰ কাম তিনিদিনমানৰ আগৰে পৰা যুদ্ধকালীন প্রস্তুতিৰে চলি আছিল। প্রস্তুতিকৰণ প্রায় শেষ হৈ আহিছিল। তেতিয়া ৰাতি আঠ বাজিছিল। মই ৰিক্রেইমিং হপাৰৰ চাইটত চাইট ইঞ্জিনীয়াৰ ওমপ্রকাশ গর্গৰ লগত আলোচনা কৰি আছিলো। দুজন বনুৱা মোৰফালে দৌৰি আহি থকা দেখিলো। অন্য ঠাইত কাম কৰি থকা বনুৱাবোৰ ক'ল হেণ্ডলিং চাইটৰ ফালে দৌৰি যোৱা দেখিলো। মোৰ ওচৰলৈ অহা বনুৱা দুজনৰ এজনে ক'লে, "চাৰ,

লেবাৰ চৰ্দাৰ সেৱক মাহাতোৰ এক্সিডেণ্ট হ'ল চিমেণ্ট আনলোডিং কৰা ঠাইত। ভৰি এটা ভাগিছে।" মই আৰু ওমপ্ৰকাশ গৰ্গ ক'লহেগুলিং চাইটৰ ওচৰলৈ বেগাবেগিকৈ গ'লো সেই ঠাইত চিমেণ্টৰ বস্তাবোৰ ট্ৰাকৰ পৰা নমাই থোৱা কাম চলি আছিল।

তালৈ গৈ দেখিলো যে বনুৱা চৰ্দাৰ সেৱক মাহাতো মাটিত পৰি আছে। সি চিঞঁৰি চিঞঁৰি কান্দি আছে। মোক দেখি তাৰ কান্দোন আৰু বাঢ়িছিল। তাৰ সোঁ ভৰিখনৰ সৰু গাঠিৰ তলৰছোৱা তেজেৰে ৰাঙলী হৈ আছে। সি মোলৈ চাই কান্দি কান্দি ক'বলৈ ধৰিলে, "চাৰ। মই মৰিলো। মোৰ বিবি-বাৎচাৰ কি হ'ব? সিহঁতক কোনে চাব? চাৰ মই মৰি গ'লো আৰু।"

মই ক'লো, "চিন্তা নকৰিবি সকলো ঠিক হৈ যাব। তোক এতিয়াই হাস্পতাললৈ লৈ যাম।"

তেতিয়া চুপাৰভাইজাৰ নচীমুদ্দিনে জীপখন লৈ ওচৰ পাইছিলহি। বনুৱাবোৰে সেৱক মাহাতোক জীপ গাড়ীখনত উঠালে। কেইজনমান বনুৱাও গাড়ীত বহিল। সেই সময়ত আমাৰ কোম্পানীৰ লেবাৰ অফিচাৰ অশোক ভাৰ্মাও আহি পাইছিলহি। অশোক ভাৰ্মাই ক'লে, " আপুনিও লগত যাওক। সকলো ব্যৱস্থা কৰি দিব। হাস্পতালৰ পৰা অহাৰ পিছত মোক লগ ধৰিব।"

অশোক ভাৰ্মাই মোক অলপ আঁতৰলৈ মাতি নি মনে মনে ক'লে, "চাৰ আপুনি ইয়াৰ পৰা কোৱাৰ্টাৰলৈ যাওকগৈ। লেবাৰবোৰ উত্তেজিত হৈ আছে। কিবা অঘটন ঘটাব পাৰে।" এই বুলি কৈয়েই অশোক ভাৰ্মা গাড়ীত উঠিলগৈ। সেৱকক মোকামৰ নজ্‌ৰথ্ হাস্পতাললৈ লৈ গ'ল। হিন্দুস্থান সাৰ নিগমৰ নিজা হাস্পতাললৈ আমি এনে ধৰণৰ দুৰ্ঘটনা হোৱা মানুহক নপঠিয়াওঁ। মোকামা বাৰাউনী সাৰ কাৰখানাৰ পৰা দহ কিলোমিটাৰ দূৰত। নজ্‌ৰথ্ হাস্পতালত অস্ত্ৰোপচাৰৰ সু-বন্দবস্ত আছে। চুপাৰভাইজাৰ ৰজনীশক মোৰ অফিচলৈ আহিবলৈ কৈ ওমপ্ৰকাশ গৰ্গ আৰু মই গুছি আহিলো। আহিবৰ সময়ত ট্ৰাকখনৰ পৰা চিমেণ্টৰ বস্তাবোৰ নমাই ঠিক কৰি থৈ দিবলৈ ক'লো চিমেণ্ট আনলোডিং কন্‌ট্ৰেক্টৰজনক।

অফিচৰ ভিতৰত বহি ৰজনীশৰ পৰা ঘটনাটো জানিবলৈ বিচাৰিলো।

"চাৰ, আটাইকেইখন ট্ৰাকৰ পৰাই চিমেণ্ট আনলোডিং ঠিকমতেই চলি আছিল। ঠাইখনত আমাৰ কোম্পানীৰফালৰ পৰা লাইটৰ ব্যৱস্থা কৰিব পৰা

নহ'ল। কাৰণ সেই চাইটটো আমাৰ কোম্পানীৰ নাছিল। ক'ল হেগুলিং কন্‌ট্ৰেক্টৰৰ চাইট। আমি দুদিনৰ কাৰণেহে চিমেণ্ট থ'বলৈ চাইটটো লৈছিলো।"

ওমপ্ৰকাশ গৰ্গে ৰজনীশৰ ওপৰত গৰ্জি উঠিল। "তোৰ পৰা সেই বিষয়ে জানিব খোজা নাই। সেই ব্যৱস্থাটো চাৰে কৰা ব্যৱস্থা। তই আচল কথাতো ক। দুৰ্ঘটনাতো হ'বলৈ পালে কেনেকৈ? তইঁতে কি কাম চাব? কি কৰি আছিলি? তই সেই সময়ত তাত আছিলিনে?"

মই ওমপ্ৰকাশ গৰ্গক শান্ত হ'বলৈ ক'লো।

"চাৰ, চাইটটোত বৰষুণৰ পানী পৰি আগৰে পৰা বোকা হৈ আছিল। তাতে দিনটোত বহুত ট্ৰাক অহা-যোৱা কৰিছিল। শেষৰ ট্ৰাকখন বোকাত ফাচি গৈছিল। গতিকে ঠেলিবলগীয়া হৈছিল। ট্ৰাকখনৰ বাওঁফালৰ ঠাইখিনিত ক'লহেগুলিং প্লেণ্টৰ ফ্লাড্ লাইটৰ পোহৰ নাছিল। আন্ধাৰ হৈ আছিল। লেবাৰ চৰ্দাৰ সেৱক মাহাতোই লেবাৰ বিলাকক সহায় কৰি দিছিল ট্ৰাকখন ঠেলোত। সি বাওঁফালৰ পিছ চকাৰ ওচৰত ট্ৰাকৰ বডিত ধৰি ঠেলি আছিল। তাৰ সোঁ ভৰিতো চকাৰ পিছফালে আছিল। হঠাতে ট্ৰাকখন পিছলৈ আহি গ'ল। চকা দুটা তাৰ ভৰিৰ ওপৰেৰে পাৰ হৈ গ'ল।"

মই ৰজনীশক সুধিলো, "সেৱক মাহাতো হৈছে কনক্ৰিটিং লেবাৰ গেঙৰ চৰ্দাৰ। চিমেণ্ট আনলোডিং গেঙৰ লেবাৰৰ লগত তাৰ কোনো কাম নাছিল। সি তালৈ কিয় গৈছিল?"

"ই ৰজনীশে চাগৈ মাতি নিছিল। ই চাগৈ কেণ্টিনত বহি আড্ডা মাৰিবলৈ গৈছিল।" ওমপ্ৰকাশ গৰ্গে আকৌ উত্তেজিত হৈ ক'লে।

"নাই চাৰ। মই সেৱকক মতা নাছিলো। সি তাত এনেয়েই বৈ আছিল। লেবাৰ বিলাকক সি তাৰ নিজ ইচ্ছামতেই সহায় কৰিছিল।"

ৰজনীশক যাবলৈ ক'লো। "চিমেণ্টৰ বস্তাবোৰ নমোৱা হ'ল যদি লেবাৰ বিলাকক ছুটি কৰি দিবা।" ৰজনীশ অফিচৰ পৰা ওলাই গ'ল।

• ওমপ্ৰকাশ গৰ্গক ক'লো, "ৰজনীশ হৈছে ইউনিয়নৰ নেতাৰ মানুহ। ইউনিয়নৰ নেতাক সন্তুষ্ট কৰিবৰ কাৰণেই কামত ৰাখিছো। তুমি জানাই। গতিকে ৰজনীশক বেয়াকৈ কৈ আমাৰ ক্ষতি কৰাহে হ'ব। কালিলৈ এই প্ৰজেক্টটোৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কনক্ৰিটিংটো হ'ব। কালিলৈ যাতে কোনো বেমেজালি নহয়—এইটো আমি সকলোৱেই চাব লাগিব। কথাবোৰ অলপ

সাৱধানে ক'বা। তুমি চাবে ন বজাত সকলো ঠিক-ঠাক কৰি কোৱাৰ্টাৰলৈ যাবাগৈ। মই এতিয়া থানাত খবৰটো দি মজদুৰ ইউনিয়নৰ নেতা কিষাণ সিংৰ ঘৰলৈ যাওঁ। কিষাণ সিং জনাবুজা পৈণত নেতা। তেওঁক সকলো বুজাই কম।" মই প্ৰজেক্ট চাইটৰ পৰা ওলাই গ'লো।

নিৰ্মাণ কাৰ্য্যৰ স্থানবোৰত দুৰ্ঘটনা হোৱাতো অস্বাভাৱিক কথা নহয়। কিন্তু বেগুচৰাই জিলাখনত মজদুৰ সমস্যা এক ডাঙৰ সমস্যা। সৰু সৰু কথা একোটাইও ডাঙৰ সমস্যা কৰি তোলে। বাৰাউনী বেগুচৰাই জিলাত। এই প্ৰজেক্টটোত কাম আৰম্ভ কৰিবৰ দিনৰ পৰাই বহু সমস্যাৰ সন্মুখীন হৈছো। প্ৰতিটো খোজতে সাৱধান হ'ব লাগে। সেইদিনা ৰাতি হোৱা ঘটনাটোৰ দৰে ঘটনা মোৰ প্ৰজেক্ট চাইটত প্ৰথম ঘটিছিল। তাৰোপৰি দুৰ্ঘটনাটোত মই দোষমুক্ত নহয়। সেইকাৰণেহে মই বৰ চিন্তাত পৰিছিলো।

মজদুৰ ইউনিয়নৰ নেতা কিষাণ সিংৰ ঘৰ পালোগৈ। কিষাণ সিং হিন্দুস্থান সাৰ নিগমৰ বাৰাউনী গোটৰ মজদুৰ ইউনিয়নৰ সভাপতি। বয়স তিনিকুৰি বছৰমান হ'ব। ওখ-পাখ মজবুত চেহেৰাৰ লোক। সকলোৰে সমীহ কৰি কথা-বতৰা কয়। তেওঁ সাৰ নিগমৰ চাকৰিয়াল বিষয়া নহয়। স্থানীয় চি. পি. আই. গোটৰ সভাপতি। অঞ্চলটোত তেওঁৰ খুউব প্ৰভাৱ আছিল। মই মজদুৰ সমস্যাজড়িত কামবোৰ কৰোঁতে কিষাণ সিংক বিশ্বাসত লৈ কৰিছিলো। নিয়ম-কানুনবোৰো তেওঁ খুউব ভালকৈ জানিছিল। কিষাণ সিঙক ঘটনাটোৰ বিষয়ে সকলো বুজাই কৈছিলো। কিষাণ সিঙে মোক আশ্বাস দি কৈছিল, "যি হ'বৰ আছিল হৈ গ'ল। এতিয়া আপুনি মজদুৰজনৰ চিকিৎসাৰ সু-বন্দৱস্ত কৰক। ক্ষতিপূৰণ আদিৰ বিষয়ে পিছত আলোচনা কৰিম। কালিলৈ আপোনাৰ কাম বন্ধ নহয়। আপুনি আগবাঢ়ক।" মই কিষাণ সিঙৰ ঘৰৰ পৰা মোৰ কোৱাৰ্টাৰলৈ আহিলো।

পিছদিনা ৰাতিপুৱা লেবাৰ অফিচাৰ অশোক ভাৰ্মাই আহি খবৰ দিছিল, "চাৰ সেৱক মাহাতোৰ সোঁ ভৰিৰ সৰু গাঁঠিৰ তলত এম্‌পিউটেচন কৰিবলগীয়া হ'ল। চাৰ্জন স্মীথৰ মতে আৰু অন্য কোনো অল্টাৰনেটিভ নাছিল।" খবৰটো পাই মোৰ মনটো বৰ বেয়া লাগিছিল। সেৱক মাহাতোৰে ভৰিটো হেৰুৱাবলগীয়া হ'ল। এটা সুঠাম দেহৰ তজবজীয়া ডেকা ল'ৰা চিৰজীৱনৰ কাৰণে ঘূণীয়া হৈ গ'ল। মোৰ দুখ লাগিলেও উপায় নাই। আবেগক প্ৰশ্ৰয় দিয়াটো মোৰ কৰ্ত্তব্যৰ সংস্কৃতিৰ ভিতৰত নপৰে। লৰালৰিকৈ ওলাই গৈ প্ৰজেক্ট চাইট পাইছিলোগৈ।

সেইদিনা কোনো অসুবিধা নোহোৱাকৈ টাৰ্বজেনেটৰ ফাউণ্ডেচনৰ কনক্ৰিটিং আৰম্ভ হৈছিল। দুদিন এৰাতিৰ সময়ৰ ভিতৰত পিছদিনা সন্ধিয়া কনক্ৰিটিং শেষ হৈছিল। তিনিমাহৰ পিছত সেৱক মাহাতোক হস্পিতালৰ পৰা ঘৰলৈ আহিবলৈ দিছিল। তাৰপিছত এদিন যেতিয়া সেৱকক পেং-লাখুটি এযোৰৰ সহায়ত মোৰ অফিচৰ সন্মুখত থিয় হৈ থকা দেখিছিলো। তাৰ মুখখনত আগৰ সেৱকৰ চেহেৰা নাছিল। সি ক্ষীণাই গ'ল। দহবছৰমান বয়স বাঢ়ি যোৱা যেন লাগিছিল। তাক মোৰ অফিচৰ ভিতৰলৈ মাতি নিছিলো।

তাৰ লগত কথা-বতৰা হৈ বুজি পাইছিলো যে শাৰিৰীকভাৱে নহয় মানসিকভাৱেহে বেছি হতাশাত ভুগিছে। তেতিয়া তাৰ বয়স ত্ৰিশ মান আছিল। ঘৰত তাৰ ঘৈণীয়েক আৰু তিনিজনী সৰু সৰু ছোৱালী। তাৰ বাহিৰে অন্য কোনো পৰিয়ালটোত উপাৰ্জন কৰা মানুহ নাছিল। ঘৈণীয়েকে সাৰ নগৰীত দুঘৰমান মানুহৰ ঘৰত বাচন-বৰ্তন ধুই কিছু পইচা পাইছিল। মই তাক কৈছিলো, "তই চিন্তা কৰিব নালাগে। মই কোম্পানীৰ হেড অফিচত কৈ তোৰ কাৰণে কৃত্ৰিম ভৰি অনাই দিম। তই মোৰ অফিচতে চকীদাৰৰ কাম কৰিবি। চাইটৰ কাম কৰিব নালাগে।" সি সকাহ পোৱা যেন লাগিছিল। কিন্তু সি পিছ মুহূৰ্ত্ততে সুধিছিল, "আপুনি দয়ালু। বহুত ধন্যবাদ। কিন্তু আপোনাৰ কোম্পানী এদিন ইয়াৰ পৰা গুছি যাবগৈ। সেইদিনাৰ পৰা মোৰ কি হ'ব?" সি তাৰ ডিঙিত থকা গামোচাখনেৰে চকুৰ পৰা ওলোৱা পানীখিনি টুকি কৈছিল, "মোৰ ল'ৰা নাই তিনিটাই ছোৱালী। বিহাৰত তিনিজনী ছোৱালীৰ বাপেক হোৱাৰ অৱস্থা কি হয় আপুনি জানেই। কোম্পানীৰ কাম শেষ হোৱাৰ পিছত মোৰ কি হ'ব?" মই নিৰৱে তাৰ কথাখিনি শুনি আছিলো। একো কোৱা নাছিলো। ক'বলৈ মোৰ একো নাছিল।

দুমাহ মানৰ পিছৰ কথা। মই চাইটত কাম চাই আছিলো। সেৱকে আহি মোক কৈছিল, "চাৰ, নেতাজী কৃপালদেৱ সন্ধোৱাৰ চাহাব আহিছে। আপোনাক লগ পাব বিচাৰিছে।" সাধাৰণতে মই ঠিক কৰি দিয়া নিয়ম মতে আগবেলা নেতা, সা-সামগ্ৰীৰ যোগান ধৰোতাক লগ ধৰা নহয়। পিছবেলাহে লগ ধৰো। তথাপি মই অফিচলৈ গৈছিলো কৃপালদেৱ সন্ধোৱাৰক লগ ধৰিবলৈ। সন্ধোৱাৰ কংগ্ৰেছী নেতা আছিল। কিষাণ সিঙৰ দলৰ সদস্যৰ সংখ্যাতকৈ সন্ধোৱাৰ দলৰ সদস্যৰ সংখ্যা বহুত কম। সেইকাৰণে কিষাণ সিঙৰ তুলনাত কৃপালদেৱ সন্ধোৱাৰক কম গুৰুত্ব দিওঁ বুলি কৃপালদেৱ সন্ধোৱাৰৰ মনত এক নীচাত্মিকা ভাব আছিল।

"আপুনি কৰা অন্যায় সহ্য কৰা নহ'ব। সেৱক মাহাতোক লেঙেৰা কৰি মিঠা মিঠা কথা কৈ ফুচুলাই সাৰি যাবলৈ আমি নিদিওঁ। সেৱকৰ বিষয়ে আপুনি কি ভাবিছে ? কেইটামান টকা দি, কৃত্ৰিম ভৰি এটা দি, চকীদাৰৰ কাম এটা দিয়াতেই আপোনাৰ দায়িত্ব শেষ হ'ল বুলি ভাবিছে নেকি?" উত্তেজিত সুৰত মোক লক্ষ্য কৰি কৃপালদেৱে মোক কথাখিনি ক'লে। তেওঁৰ সুৰতে সুৰ মিলাই কৃপালদেৱ সহযোগীৰ লগত যোৱাকেইজনেও মোক যিহকে মন যায় তাকে ক'বলৈ ধৰিছিল।

মই শান্তভাৱে কৈছিলো, "চাওক। কৃপালদেৱ বাবু। না মই সেৱকক লেঙেৰা কৰিছো। না মই তাক ফুচুলাবলৈ চেষ্টা কৰিছো। সেৱকৰ কাৰণে এতিয়ালৈকে যিখিনি কৰিছো কোনো বাধ্যবাধকতাত মই কৰা নাই। কেৱল মানৱতাৰ খাতিৰতহে কৰিছো। মই অন্যায় কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে। আপুনি কি ক'ব খুজিছে পৰিষ্কাৰকৈ কওক।"

"শুনক। আপোনাৰ মানৱতাৰ ভাষণ · বন্ধ কৰক। আপোনাৰ পৰা কৃপা মাগিবলৈ আমি অহা নাই। সেৱকৰ প্ৰাপ্য দাবী কৰিবলৈ আহিছো। আপুনি দিনৰ দিনটো মজদুৰক খটুৱাই ৰাতিও কাম লৈছিল। তাৰোপৰি চাইটত লাইত আদিৰ ব্যৱস্থা কৰা নাছিল। আপোনাৰ অত্যাচাৰ আৰু সহ্য নকৰো। আপুনি কাৰ অনুমতি লৈছিল সেৱকৰ ভৰি কটাবৰ সময়ত? মোকামৰ নজৰথ হাস্পতালৰ ডাক্তৰে যদি তাৰ ভৰি নকটাকৈ তাক ভাল কৰিবলৈ অক্ষম বুলি কলেহেঁতেন আমি তাক বোম্বাইলৈ লৈ গ'লোহেঁতেন। দিল্লীলৈ লৈ গলোহেঁতেন। আপুনি ভৰি কটাই তাক পঙ্গু কৰিবলৈ অধিকাৰ পালে ক'ৰ পৰা?

মই ধৰিব পাৰিছিলো যে বিষয়টো বেলেগফালে গতি কৰিছে। কৃপালদেৱ সহযোগীৰ প্ৰশ্নবোৰৰ চিধা-চিধি উত্তৰ নিদি চমুকৈ কৈছিলো, "আপোনাৰ দাবী কি কওক।" কৃপালদেৱ সহযোগীয়ে কৈছিল, "কাম কৰা থাইত যদি লাইট আদিৰ সুবন্দৱস্ত থাকিলহেঁতেন আৰু দিনত কাম কৰা মজদুৰ বিলাকক ছুটি দি ৰাতি কাম কৰিবৰ কাৰণে বেলেগ মজদুৰ নিয়োগ কৰিলেহেঁতেন, তেতিয়া তেনে দুৰ্ঘটনা হ'বলৈ নাপালেহেঁতেন। দুৰ্ঘটনাটো ঘটিল কেৱল আপোনাৰ কোম্পানীৰ খৰছ কমোৱাৰ অভিপ্ৰায় আৰু আপোনাৰ বে-পৰোৱা মনোভাৱৰ কাৰণে। গতিকে ক্ষতিপূৰণ হিচাবে আপুনি সেৱক মাহাতোক দুই লাখ টকা দিব লাগিব।"

"দুৰ্ঘটনাটোত মোৰ কোনো দোষ নাই। মই আগতেই কৈছো যে সেৱক মাহাতোক যিখিনি দিয়া হৈছে সেইয়া তাৰ প্ৰাপ্য হিচাবে দিয়া হোৱা নাই।

মানৱতাৰ খাতিৰতহে দিয়া হৈছে। দুইলাখ টকা কিয়? আপুনি যেতিয়া দাবীৰ কথা উত্থাপন কৰিছে, দুটকাও দিবলৈ মই ৰাজী নহওঁ। এতিয়া আপুনি অনুগ্ৰহ কৰি ইয়াৰ পৰা ওলাই যাওক। মোক নিজৰ কাম কৰিবলৈ দিয়ক। মই টান সুৰত কৈছিলো।

"আপোনাক চাই লম।" বুলি খঙেৰে কৈ কৃপালদেৱ সন্ধোৱাৰ আৰু তেওঁৰ লগত অহা মানুহকেইজন মোৰ অফিচ কোঠাৰ পৰা উচাট মাৰি ওলাই গৈছিল। অলপ পিছত সেৱক মাহাতোক বিচাৰিছিলো। তাক পোৱা নাছিলো। সেই দিনৰ পিছৰ পৰা সেৱক মাহাতো কামলৈ অহা নাছিল।

এসপ্তাহ মানৰ পিছত বেগুচৰাই জিলাৰ শ্ৰম আয়ুক্তৰ পৰা এখন নোটিচ্ পাইছিলো। নোটিচখনৰ দ্বাৰা মোক জনাইছিল যে সেৱক মাহাতোই দুৰ্ঘটনাটোত হোৱা তাৰ ক্ষতিৰ ক্ষতিপূৰণ বিচাৰি আমাৰ কোম্পানিৰ বিপক্ষে এটা অভিযোগ দিছে। সেই অভিযোগৰ শুনানীৰ কাৰণে ধাৰ্য্য কৰা দিনটোত মই উপস্থিত থাকিব লাগে তেওঁৰ কাৰ্য্যালয়ত। সেই ব্যৱস্থামতেই মই ধাৰ্য্য কৰা দিনটোত তেওঁৰ কাৰ্য্যালয়ত উপস্থিত হৈছিলোগৈ।

সেইদিনা সেৱক মাহাতোৰ কথাৰ সুৰ সম্পূৰ্ণ বেলেগ আছিল। সেৱক মাহাতোই কথা কওঁতে খোকোজা লাগিছিল মাজে মাজে। তেনে অৱস্থাত সি তাৰ লগত যোৱা নেতা কৃপালদেৱ সন্ধোৱাৰলৈ চাইছিল। সেই দৃষ্টিত তাক সহায়ৰ প্ৰয়োজন হোৱা যেন লাগিছিল। মই বুজিব পাৰিছিলো যে সেৱক মাহাতোৰ বক্তব্য তাৰ নিজা নাছিল। সেইখিনি আছিল তাক ক'বলৈ শিকাই দিয়া বক্তব্য। যিয়েই নহওঁক মই সেৱক মাহাতোৰ প্ৰতি থকা মোৰ অন্তৰৰ দুখ, আবেগ, সহানুভূতি সকলোকে বাধা দি মোৰ কোম্পানিৰ স্বাৰ্থত পাৰ্য্যমানে চেষ্টা কৰিছিলো যাতে কোম্পানীয়ে এটা পইচাও ক্ষতিপূৰণ দিবলগীয়া নহয়। তাৰ বিপৰীতে মই সেৱক মাহাতোৰ চিকিৎসাত যি খৰছ কৰিছিলো সেইখিনিও ঘূৰাই বিচাৰিছিলো। মোৰ বক্তব্যত মই জনাইছিলো যে সেৱক মাহাতোই কাৰো নিৰ্দ্দেশ নোপোৱাকৈ নিজ ইচ্ছামতে অন্যৰ কামত ট্ৰাক ঠেলিবলৈ গৈ দুৰ্ঘটনাৰ সন্মুখীন হৈছিল। সেই দুৰ্ঘটনাৰ ফলস্বৰূপে আমাৰ মানসিক আৰু কোম্পানীৰ কামত যথেষ্ট ক্ষতি হৈছিল। মোৰ বক্তব্য শুনি আশ্চৰ্য্য প্ৰকাশ কৰি সেৱক মাহাতোই হুকহুকাই কান্দি পেলাইছিল। সি হয়তো ভাবিবই পৰা নাছিল যে মই সেইদৰে ক'ব পাৰিম। সেইদিনা মই মোৰ আৰু সেৱক মাহাতোৰ ব্যক্তি অস্তিত্বৰ কথাক স্থান নিদি নীতি-যুদ্ধত অৱতীৰ্ণ হৈছিলো। যুদ্ধ কৰা নাছিলো সেৱক মাহাতোৰ লগত। যুদ্ধ কৰিছিলো স্বাৰ্থান্বেষী মজদুৰ নেতাই নিজৰ

মুনাফাৰ কাৰণে কৰা প্ৰচেষ্টাক অকৃতকাৰ্য্য কৰাত। কাৰণ এবাৰ যদি তেনেধৰণৰ নেতাক মিছাৰ প্ৰশ্ৰয়ত কৃতকাৰ্য্য হ'বলৈ এৰি দিয়া হয় সেইটো ভৱিষ্যতৰ কাৰণে এটা নজিৰ হৈ পৰিব। ফলত দেশৰ কাৰণে ক্ষতিৰ বাহিৰে একো নহ'ব।

সেইদিনা ৰাতি মোৰ টোপনি অহা নাছিল। মই এক মানসিক অন্তৰ্দ্বন্দত ভুগিছিলো। মই লোৱা ব্যৱস্থাৰ ফলস্বৰূপে নেতা বা কোম্পানীৰ কি লাভ-লোকচান হ'ব সেইটো পিছৰ কথা। কিন্তু এই যুদ্ধত যে সেৱক মাহাতোৰ একো লাভ নহ'ব মই এক প্ৰকাৰ নিশ্চিত আছিলো। তাৰপিছত কেইবাটাও তাৰিখত শুনানী হ'ল। কিন্তু সেৱক মাহাতোৰ অভিযোগৰ যি ফলাফল ঘোষণা হ'ল সেই ফলাফল মই ভবাৰ বিপৰীত হ'ল। বিচাৰৰ ৰায় সেৱক মাহাতোৰ সপক্ষে গৈছিল। ষাঠিহাজাৰ টকাৰ ক্ষতিপূৰণ ঘোষণা হৈছিল। মই অকণো সময় নষ্ট নকৰাকৈ সেই ৰায়ৰ বিৰুদ্ধে পাটনা উচ্চ ন্যায়ালয়ত পুনৰ বিচাৰৰ কাৰণে প্ৰাৰ্থনা কৰিছিলো। আইনগত ব্যৱস্থা অনুসৰি মই কোম্পানীৰ ফালৰ পৰা ষাঠি হাজাৰ টকা সহকাৰী শ্ৰম আয়ুক্তৰ কাৰ্য্যালয়ত জমা দিছিলো। পাটনা উচ্চ ন্যায়ালয়ে সহকাৰী শ্ৰম আয়ুক্তৰ ৰায় স্থগিতকৰণৰ নিৰ্দ্দেশ দিয়াত সেই টকা সেৱক মাহাতোক আদায় দিব নোৱাৰিছিল। এবছৰৰ পিছত আমাৰ কোম্পানীৰ কাম শেষ হৈছিল। মোৰ সেই ইউনিট্‌টোৰ নতুন কাম আৰম্ভ হৈছিল ট্ৰম্বেৰ পাৰমাণৱিক শক্তি কেন্দ্ৰত। ট্ৰম্বেৰ পৰা দুবাৰ পাটনা উচ্চ ন্যায়ালয়লৈ আহিবলগীয়া হৈছিল সেই বিচাৰ সংক্ৰান্তত। ঠিক ছমাহমানৰ পিছতে অসমত বিদ্যুৎ শক্তি প্ৰকল্প নিৰ্মাণৰত কোম্পানী এটাৰ পৰা চাকৰিৰ বাবে প্ৰস্তাৱ পাইছিলো। মোৰ চাকৰি জীৱনৰ গোটেই সময়ছোৱা অসমৰ বাহিৰতে কটাইছিলো। সেয়েহে নিজৰ জন্ম হোৱা প্ৰদেশখনত চাকৰিৰ প্ৰস্তাৱটো পাই আগৰ কোম্পানী এৰি অসমলৈ গুচি আহিছিলো। নতুনকৈ কাম কৰিবলৈ লোৱা কোম্পানীটোত বেলেগ কাম, বেলেগ সমস্যা, বেলেগ চিন্তা। সেৱক মাহাতোৰ ঘটনাটো মনৰ পৰা আঁতৰি গৈছিল। পাটনা উচ্চ ন্যায়ালয়ে কি ৰায় দিলে, সেৱক মাহাতোৱে টকাখিনি পালে নে নাই মই একো নাজানিছিলো। খবৰো ৰখা নাছিলো।

ৰেইলখন মোগলচৰাই ষ্টেচন পাইছিলগৈ। মই প্লেটফৰ্মলৈ নামি গৈ অলপ মুকলি বতাহ লৈছিলোগৈ। তেতিয়া ৰাতি হৈছিল। ভোক লাগিছিল যদিও একো খাবলৈ মন নগৈছিল। বাৰে বাৰে বাৰাউনী ষ্টেচনত লগ পোৱা ভিক্ষাৰীজনৰ মুখখন মনলৈ আহি আছিল। ভিক্ষাৰীজন যে সেৱক মাহাতোৰ বাহিৰে আন

কোনো নহয় মই নিশ্চিত। একো নোখোৱাকৈ ৰেলত শুই পৰিলোঁগৈ।

পিছদিনা ৰাতিপুৱা দিল্লী পালোঁগৈ। দিল্লীত মোৰ কামবোৰ কৰাত ব্যস্ত হৈ পৰিলোঁ। কামবোৰ শেষ কৰাত দুদিন লাগিল। গুৱাহাটী অভিমুখে যাত্ৰা আৰম্ভ কৰিলোঁ ৰেলত দিল্লীৰ পৰা। কিন্তু এইবাৰ টিকত লওঁতে বাৰাউনীত "ব্ৰেক-জাৰ্ণী" কৰি টিকত লৈছিলোঁ। উদ্দেশ্য আছিল সেৱক মাহাতোক লগ ধৰা। বাৰাউনী পাই নামিলোঁ। গুৱাহাটী অভিমুখে অহা ৰেলখন ৰোৱা প্লেটফৰ্মখন একেখন নাছিল। 'চুটকেচ'টোত বেছি বস্তু নাছিল। গতিকে গধুৰ পোৱা নাছিলোঁ। এক হাতেৰে চুটকেচটো লৈ সেৱকক লগ পোৱা প্লেটফৰ্মখনলৈ গ'লোঁ। তাত জোতামিস্ত্ৰীজনক বিচাৰিলোঁ। নাপালোঁ। এখন এখনকৈ আটাইকেইখন প্লেটফৰ্মত বিচাৰিবলৈ ধৰিলোঁ। সেৱক মাহাতো আৰু জোতা মিস্ত্ৰীজনৰ এজনকো নাপালোঁ। মনটো বৰ বেয়া লাগিছিল। চাৰি নম্বৰ প্লেটফৰ্মত বেঞ্চ এখনত বহি পৰিলোঁ। কেইবছৰমান আগতে এদিন যাক দুখ দি এৰি গুছি গৈছিলোঁ তাক আকৌ কিয় বিচাৰি ফুৰিছোঁ। বিষাদ মনেৰে জিৰণীগৃহলৈ খোজ দিছিলোঁ। মোৰ টিকত হৈ থকা গুৱাহাটী অভিমুখী ৰেলখন ৰাতি আহি পাবহি। তেতিয়া দিনৰ দুই বাজিছিল। সময় ভালেখিনি আছে। ভাবিছিলোঁ জিৰণীগৃহতে জিৰণী ল'ম। জিৰণী গৃহলৈ যাওঁতে এখন অভাৰব্ৰীজেদি পাৰ হৈ যাবলগীয়া হৈছিল। অভাৰব্ৰীজত দেখিছিলোঁ এজন জোতামিস্ত্ৰীয়ে  কাম কৰি আছিল। ওচৰ পাই দেখিছিলোঁ মই বিচাৰি ফুৰা জোতা মিস্ত্ৰীজনেই। তেওঁক দেখি মনটো ভাল লাগি গ'ল। তেওঁক মাত লগালোঁ। তেওঁ মূৰ তুলি মোলৈ চালে।

"অ। চাহাব আপুনি।" জোতামিস্ত্ৰীজনে মোক চিনি পোৱা বুলি ধৰিব পাৰিলোঁ।

: সেই ভিক্ষাৰীটো ক'ত আছে?

: কোনটো ভিক্ষাৰী?

: সেই যে মই সেইদিনা দিল্লীলৈ যাওঁতে তোমাৰ ওচৰত লগ পাইছিলোঁ।

: চাহাব, আপুনি বহুত দেৰি কৰিলে। সময় কাৰো কাৰণে বৈ নাথাকে। আপুনি সেইদিনা দৌৰি দৌৰি ৰেলত উঠিবলৈ যাওঁতে সি আপোনাক কিবা ক'ব বিচাৰিছিল। কয়নো কেনেকৈ? সি যে কথা ক'ব নোৱাৰিছিল। ৰেলখন চলিছিল তেতিয়া। সিও থিয় হ'বলৈ চেষ্টা কৰিছিল আপোনাৰ পিছে পিছে যাবলৈ। সি থিয় হ'ব নোৱাৰিলে। আপুনি ৰেলৰ ভিতৰ সোমাইছিলগৈ। সি ৰেলখন দেখা পোৱালৈকে চাই আছিল। খুউব কান্দিছিল। তাৰ পিছত সি

প্লেটফৰ্মতে ঢলি পৰিছিল। আমি কেইজনমানে তাক প্লেটফৰ্মত থকা বেঞ্চ এখনত শুৱাই দিছিলো। সি আৰু নুঠিল। একেবাৰে শুইছিল। এই দুনিয়াৰ জ্বালা-যন্ত্ৰণাৰ পৰা মুক্তি পালে। তাৰ দেহটো ফাৰ্টিলাইজাৰ ফেক্টৰীৰ সিটো ফালে থকা গঙ্গাৰ পাৰৰ বালি-মাটিৰ লগত বিলীন হৈ গ'ল।

মই ৰুমালখন উলিয়াই মোৰ চকুদুটা মোহাৰি ল'লো। চুটকেচটো লৈ জিৰণী গৃহৰফালে যাবলৈ অভাৰব্ৰীজৰ তললৈ নামি গ'লো। জিৰণী গৃহত বহি শান্তিত থাকিব নোৱাৰিলো। গুৱাহাটী অভিমুখী ৰেলখন আহিবলৈ তেতিয়াও বহুত সময় বাকী আছিল। দেখিছিলো প্লেটফৰ্মত ৰেল এখন বৈ আছিল। জানিব পাৰিছিলো যে ৰেলখন কিষাণগঞ্জলৈ যাব। লোকেল ৰেল। দিনৰ পোহৰত বেগুচৰাই জিলাৰ মাজেৰে ৰেলখন যাব। বিশেষ ভবা-চিন্তা নকৰাকৈ ৰেলখনত উঠিলো। ৰেলখন চলিবলৈ ধৰিলে। হিন্দুস্থান সাৰ নিগমৰ সাৰুনগৰীৰ কাষেৰে ৰেলখন পাৰ হৈ গৈছিল। সাৰ কাৰখানাটো চাবলৈ দুৱাৰৰ ওচৰলৈ আহিছিঁলো। নেদেখিলো। সাৰ কাৰখানাটো তাৰ পৰা দেখা পোৱা নগৈছিল। দেখিছিলো সাৰ কাৰখানাটোৰ যোল্ল মেগাৱাট পাৱাৰ প্লেণ্টটোৰ চিমনীৰ পৰা ওলোৱা ধোঁৱাখিনি। আমাৰ ৰেলখন আগবাঢ়িছিল। ধোঁৱাখিনিয়ে যেন মোৰ ফালে লক্ষ্য কৰি খেদি খেদি আহি আছিল। ○

---

*শ্ৰীপ্ৰণৱ বৰা কেন্দ্ৰীয় চৰকাৰৰ এগৰাকী প্ৰশাসনিক বিষয়া। প্ৰবন্ধকাৰ আৰু চুটি গল্প লিখক।*

# কোনো সৰু নহয়

## ধীৰেণ তালুকদাৰ

দুয়োজনেই মহা বুধিয়ক, চতুৰ তথা উপস্থিত বুদ্ধি সম্পন্ন লোক। দুয়োজনৰে শিক্ষা-দীক্ষা কম। কিন্তু সাংসাৰিক জীৱন যুদ্ধত দুয়ো সাহসী আছিল।

আধুনিক সভ্যতাই লাহে লাহে অক্টোপাচৰ দৰে নগৰ, চহৰ চানি ধৰিছে। ব্যস্ততাই মানুহৰ সঙ্গ ত্যাগ নকৰা হ'ল। আদিম মানুহৰ সভ্যতাৰ নিদৰ্শন 'মিউজিয়াম'ৰ চাৰি বেৰত আবদ্ধ। বিজ্ঞানৰ নতুন নতুন আবিস্কাৰে পুৰণি বস্তুবোৰৰ অস্তিত্ব নাইকীয়া কৰিছে। খৰিৰে ভাত ৰন্ধাটো আজিকালি আওপুৰণি কৌশল। ৰন্ধন গেচ ওলাল। মানুহ সভ্যতাৰ জখলাত আৰু এখোপ ওপৰলৈ উঠিল। এতিয়া আকৌ সৌৰশক্তিৰ সহায়ত ভাত-দাইল সিজাব পৰা হ'ল। লাহে লাহে ৰন্ধন গেছবো প্ৰচলনো বন্ধ হৈ যাব। মানুহ আগবাঢ়ি আছে উন্নতি তথা সভ্যতাৰ শেষ গন্তব্য স্থানলৈ।

আধুনিকতাৰ প্ৰচণ্ড বতাহে কিন্তু অনুপ আৰু ৰাজীৱক লৰাব পৰা নাই। কাৰণ সিহঁত দুটা গৰীৱ। দুখীয়াৰ বাবে আধুনিক সভ্যতা এটি সপোন। সিহঁতে দূৰৰ পৰা আধুনিক সভ্যতা চাই থাকে। সিহঁতে এই সভ্যতাৰ সোৱাদ ল'ব নোৱাৰে। অনুপ আৰু ৰাজীৱ যেন আধুনিক জগতত বাস কৰা কেইবা শতিকাৰ আগৰ প্ৰাণী। কিন্তু চহৰখনত দুয়োজনেই মিলি গ'লেও যেন সিহঁত দুটাই সিহঁতৰ আগৰ দেউতা নাইবা ককাদেউতাহঁতৰ কৰ্মখিনি ত্যাগ কৰিব পৰা নাই। সিহঁতে চেষ্টা নকৰা নহয়, কৰিছে। কিন্তু আৰ্থিক ক্ষেত্ৰত সিহঁত কিয়, দেশৰ আশী শতাংশ লোক দুখীয়া।

অনুপ আৰু ৰাজীৱ দুয়োজনেই সমান চতুৰ। প্ৰত্যেকেই প্ৰত্যেকক ঠগাব খোজে। কিন্তু শেষত দুয়োজনেই দুয়োজনৰ ওচৰত পৰাজয় স্বীকাৰ কৰে। এদিনৰ কথা। দুয়োজনেই নিজৰ কৰ্ত্তব্যখিনি শেষ কৰি 'মনীষা' চিনেমা হ'লটোৰ সন্মুখত শাৰী শাৰীকৈ থকা চানাবালা এজনৰ পৰা দুটকাৰ শুকান ভজা মটৰ কিনিলে। মটৰৰ টোপোলাটো লৈ দুয়োজনে চিনেমা হলটোৰ

পাছফালে গাড়ী, মটৰ চাইকেল, স্কুটাৰ, চাইকেল আদি ৰখা ঠাইডোখৰ পাৰ হৈ এডোখৰ আচুতীয়া ঠাইত উপস্থিত হ'ল। এই ঠাইডোখৰ দুয়োজনৰে বৰ প্ৰিয়। ঠাইডোখৰ অকণমান ওখ। বৰষুণ আহিলে তাত পানী জমা হৈ নাথাকে। সেইবাবে ঠাইডোখৰ কেতিয়াও বোকাময় নহয়। আনহাতে দুবৰি বন থকাৰ বাবে ঠাইডোখৰত এখন কাৰ্পেট পাৰি থোৱা যেন লাগে। ঠাইডোখৰৰ আন এটা বৈছিষ্ট্য হ'ল এই যে ইয়াৰ পৰা মুক্ত আকাশখন আৰু শান্ত দেখা যায়। ব্যস্ত চহৰখনৰ পৰা আকাশখন মনিবই নোৱাৰি। বতৰ ফৰখাল হ'লেও আকাশখন গোমোঠা দেখি। গাড়ী, উদ্যোগ আদিৰ পৰা নিৰ্গত হোৱা ধোঁৱাবোৰে চহৰবাসীৰ উশাহ-নিশাহ বন্ধ কৰিব খোজে। তাৰোপৰি ৰাস্তাৰ দুয়োকাষে থকা নৰ্দমাৰ পৰা ওলোৱা দুৰ্গন্ধবোৰ আছেই। কেতিয়াবা কেতিয়াবা এই নৰ্দমাবোৰত মৰা গৰু, গাহৰি আদি পেলাই দিয়া হয় যিবোৰ শগুণৰ দিব্য দৃষ্টিয়ে বিচাৰি নাপায়। মুঠতে চহৰখনৰ নগ্ন ৰূপ চাবলৈ কাৰো সময় নাই। পৌৰসভাৰ মেয়ৰ, সদস্য আৰু চাকৰিয়ালসকলে এইবোৰ দেখে। দেখিও নেদেখাৰ ভাওঁ জুৰে। মানুহ আহিছে, গৈছে। তেওঁলোকে যেন জাতিৰ পিতা মহাত্মা গান্ধীৰ কথাবাৰ আখৰে আখৰে পালন কৰিছে— "বেয়া নাচাবা, বেয়া নুশুনিবা আৰু বেয়া নকবা"। তেওঁলোকে বেয়া নাচায় নাকত ৰুমাল দি বেগা-বেগিকৈ ঠাইডোখৰ পাৰ হৈ যায়। কাৰো কথাবতৰালৈ কাণ নিদয়ে আৰু কাকো একো নকয়। কোনোবাই খোজ কাঢ়ি গৈছে, আন কোনোবাই মটৰ চাইকেল নাইবা স্কুটাৰত গৈছে। কেৱল গৈ আছে। তাৰ মাজতে পুলিচে হাতৰ টিপতে ট্ৰাক চালকৰ পৰা মাননিখিনি লৈ ট্ৰাকবোৰ যাবলৈ দিছে। ট্ৰাক চালকবোৰো মহা চালাক। ট্ৰাকখন যদি এজন পুলিচে ভালদৰে তালাচী লয় কমেও এঘণ্টা সময় ল'ব লাগিব। গতিকে এঘণ্টা সময় বেকাৰ বহি থকাতকৈ পুলিচক হাতৰ টিপতে মাননিখিনি দি শোঁ-শোঁ কৰি ট্ৰাক চলাই নিছে। আনহাতে ৰাস্তাবোৰৰ মাজত প্ৰকাণ্ড প্ৰকাণ্ড একোটা গাঁত। ৰিক্সা চালকে কেতিয়াবা নিজৰ অজানিতে ৰিক্সাখন গাতত পেলাই দিলে 'আইঐ মৰিলো' বুলি চিঞৰি উঠে।

এইবোৰ কথা অনুপ আৰু ৰাজীৱেও চিন্তা নকৰা নহয়। কৰে। কিন্তু সিহঁতৰ সীমিত জ্ঞানে ইয়াৰ সমাধান বিচাৰি নাপায়। কাৰণ দুয়োজনেই প্ৰবেশিকা পৰীক্ষা পাছ কৰি আগলৈ পঢ়িব নোৱাৰিলে আৰ্থিক দুৰৱস্থাৰ বাবে।

অনুপৰ দেউতাক নাই। বিধবা মাক আৰু সৰু ভনীয়েকজনীৰ বাহিৰে তাৰ আপোন বুলি ক'বলৈ কোনো নাই। আগতে মাকে গাঁৱৰে মহাজনৰ ঘৰত কাম

কৰিছিল। ঢেকীত ধান বানিছিল, সাজ-বাচনবোৰ ধুইছিল, ঘৰটোত 'ঝাৰু' দিছিল। কিন্তু আজিকালি মহাজনহঁতে ঢেকীত ধান নাবানে। নিজেই এটা ধান বনা মেচিন কিনি লৈছে। গাঁৱৰ অন্য মানুহবোৰেও তাত ধান বানে, গম ভাঙি আটা তৈয়াৰ কৰে। মহাজনৰ ঘৰত বাঢ়নীৰো প্ৰচলন নোহোৱা হ'ল। 'ভেকুৱাম ক্লিনাৰেৰে' মজিয়া, চোতাল আদি পৰিস্কাৰ কৰা হ'ল। আনকি কাপোৰ-কানিও মেচিনৰ সহায়ত ধোৱাৰ ব্যৱস্থা কৰিলে। মহাজনৰ বাবে অনুপৰ মাক এলাগী হ'ল। অনুপে নিজৰ শুৱনী গাওঁখন ত্যাগ কৰিব খোজা নাছিল। কিন্তু পৰিস্থিতিয়ে তাক বাধ্য কৰিলে। কৰ্মসংস্থান গাঁৱত নাই—আছে চহৰত।

আনহাতে ৰাজীৱৰ দেউতাক থাকিও নথকাৰ দৰে। সুৰাৰ ৰাগীত বিভোৰ হৈ থাকে। তেওঁ সুৰাপান নকৰিলে পৃথিৱীখন নিৰস দেখে। সুৰাৰ ৰাগীত বিভোৰ হৈ তেওঁ পৃথিৱীখন সুন্দৰ দেখে। ঘৰৰ বস্তু-বাহানি এপদ এপদকৈ হ্ৰাস হ'বলৈ ধৰিলে। আনহাতে ৰাজীৱে মাকক বহুদিন আগতেই হেৰুৱাইছে। ঘৰত কেৱল সি আৰু তাৰ দেউতাক। দেউতাকৰ অত্যাচাৰত ৰাজীৱে ঘৰখনৰ লগতে গাওঁখনো ত্যাগ কৰি কামৰ সন্ধানত চহৰলৈ ঢাপলি মেলিলে।

চহৰখন চিনি লওঁতে প্ৰথমতে ৰাজীৱৰ অলপ অসুবিধা হৈছিল। এদিনাখন তাৰ অনুপৰ লগত পৰিচয় হ'ল। দুই আত্মাৰ মহামিলন। দুয়োৰে ভাৱনা একে, চিন্তাধাৰাও একে। দুয়ো দুয়োজনৰ লগত মিলি গ'ল।

জীৱন সংগ্ৰাম। ই এখন যুদ্ধক্ষেত্ৰ। বাচি থকাৰ সংগ্ৰাম। অনুপ আৰু ৰাজীৱ দুজন ক্ষুদ্ৰ সৈনিক। জীৱন যুদ্ধত অৱতীৰ্ণ। ন্যায়ভাৱে যুদ্ধ কৰি গ'ল। কিন্তু প্ৰত্যেকখন যুদ্ধতেই পৰাজিত হ'ল। কি কাম কৰা নাই সিহঁত দুজনে? চাহ দোকান, হোটেলৰ কাপ-প্লেট, বাচন-বৰ্ত্তন ধোৱাৰে পৰা আৰম্ভ কৰি ৰাস্তাৰ শিল ভঙালৈকে। কিন্তু প্ৰত্যেকজন মালিকৰ পৰা নিষ্ঠুৰ ব্যৱহাৰৰ বাদে আন একোকে নাপালে। অৱশেষত সিহঁত দুটাই চিনেমাৰ টিকট ক'লা বজাৰত বেচিব ধৰিলে। কিন্তু এই বজাৰতো এজন ৰজা থাকে। ৰজা মানে 'লোকেল দাদা'। এই লোকেল দাদাজনৰ নিৰ্দেশত সিহঁত দুটাই চিনেমাৰ টিকট ক'লা বজাৰত বেচিব লাগে। লাভৰ সিংহভাগ এই দাদাজনে লাভ কৰে। অনুপ আৰু ৰাজীৱে কেৱল প্ৰথম দৰ্শনীত দেখুওৱা চিনেমা খনৰহে টিকট বিক্ৰি কৰিব পাৰে। এইয়া 'লোকেল দাদা'ৰ আদেশ। এই আদেশ সিহঁতে অমান্য কৰিব নোৱাৰে। দাদাৰ এই আদেশ অমান্য কৰিলে সিহঁত দুটাই এই চহৰখন ত্যাগ কৰিব লাগিব। 'লোকেল দাদা'ৰ মুখৰ কথাই আইনত পৰিণত হয় এই অন্ধকাৰ

ৰাজ্যত। এইটো অতীতৰে পৰা চলি অহা লৌকিক পৰম্পৰা।

অনুপ আৰু ৰাজীৱে শুকান ভজা মটৰৰ টোপোলাটো দুয়োৰে মাজত থলে। তাৰ পিছত টোপোলাটো খুলি দুই-এটাকৈ দুয়ো মটৰ খাব ধৰিলে। অনুপে দহ-বাৰটামান মটৰ হাতত লয়, তাৰ আধাখিনিৰ বেছি ৰাজীৱৰ অলক্ষিতে নিজৰ পেন্টৰ পকেটত সোমাই থয় আৰু অৱশিষ্টখিনি দুই-এটাকৈ মুখত দি চোবাব ধৰে। তাৰ পিছত আৰু দহ-বাৰটামান মটৰ হাতত তুলি লৈ অতি সাৱধানেৰে ৰাজীৱৰ চকুত ধুলি মাৰি সাত-আঠটামান আগৰ দৰে পেন্টৰ পকেটত সুমুৱাই থয় আৰু বাকী থকাখিনি মুখত ভৰাই চোবাব ধৰে। ৰাজীৱো মহা ধূৰ্ত্ত। সিও অনুপৰ কৌশলটোৱে প্ৰয়োগ কৰিলে অনুপৰ অলক্ষিতে। অলপ সময়ৰ ভিতৰতে মটৰবোৰ নাইকীয়া হ'ল। দুয়ো লৰালৰিকৈ থিয় হ'ল। লাহে লাহে চহৰৰ ব্যস্ত পথেৰে সিহঁত দুটা খোজকাঢ়ি যাব ধৰিলে। অস্তগামী সূৰুজৰ হালধীয়া কিৰণে পশ্চিম আকাশত নিস্প্ৰভ পোহৰ বিলাব ধৰিছিল। অলপ পাছতে আকাশখন সূৰ্যবিহীন হ'ব। এটা ৰাতি আগবাঢ়ি আহিব। অনুপ আৰু ৰাজীৱ আগবাঢ়ি আছে। সিহঁত দুটা একেলগে চহৰখনৰ নাতি দূৰত এটি জুপুৰী ঘৰত থাকে। দুয়োজন নীৰৱ। মাতবোল নাই। কিছু সময়ৰ পিছত ৰাজৱে সুধিলে, "অনুপ কি চোবাইছা? মুখৰ পৰা মুৰুট-মুৰুট শব্দ কিয় ওলাইছে?"

"কি চোবালোহে? দাঁতৰ মাজত অথনিৰে এটা নে দুটা মটৰ লাগি আছিল।" অনুপৰ উত্তৰ।

সিহঁত দুটা গৈ আছে। কিছু সময়ৰ পিছত অনুপে সুধিলে "ৰাজীৱ মুখৰ মুৰুট-মুৰুট শব্দ তোৰ মুখতো শুনিবলৈ পাইছো। মোৰ কৌশলটো তই চুৰ কৰিছ। বদমাচ।"

দুয়ো দুয়োৰে মুখলৈ চালে আৰু উচ্চস্বৰে হাঁহি হাঁহি দুয়োজনে দুয়োজনক ক'লে, "কোনো সৰু নহয়"। ○

---

*শ্ৰীধীৰেণ তালুকদাৰ দূৰসংযোগ বিভাগৰ এগৰাকী বিষয়া। কবি, গীতিকাৰ আৰু গল্প লিখক। মুকুল সংঘৰ প্ৰাক্তন সদস্য।*

# শিৰোনামাত মৌচুমী

## গীতাৰ্থ পাঠক

সদায়েই হাঁহি মাৰি থকা ছোৱালীজনীয়ে কিছু দিনৰ পৰা মনটো মাৰি আছে। তাইৰ এই পৰিবৰ্ত্তন সকলোৰে লক্ষ্য কৰিছে। লক্ষ্য কৰাৰে কথা। তাইৰ নামো মৌচুমী আৰু কামো মৌচুমীৰ দৰেই। তাই য'তে নাথাকক কিয় হিলদল ভাঙি থাকে। মৌচুমীয়ে পৰিবেশটোকে জীপাল কৰি তোলে। ভাস্কৰ বৰাৰ ঘৰখন তাই পোহৰাই ৰাখে। ভাস্কৰ আৰু দীপাৰ তাই একমাত্ৰ সন্তান। তাই এইবাৰ নৱম শ্ৰেণী পাইছে। অহাবাৰলৈ মেট্ৰিক দিব। অধিক পঢ়া-শুনা কৰিবলগীয়া হৈছে। পঢ়া-শুনাতো তাই চোকা। সকলোৰে কয় যে মৌচুমীয়ে মাক-দেউতাকৰ নাম ৰাখিব।

মৌচুমীয়ে এনেদৰে মন মাৰি থকা দেখি মাক-দেউতাকে তাইৰ কি হ'ল সোধে। তাই পিছে একো হোৱা নাই বুলি কয়। আজিকালি তাই যেন মাক-দেউতাকক এৰাই চলিব খোজে। ৰুপুত বাদে তাই কাৰো সৈতে কথা পাতিব নোখোজে। ৰুপু বন কৰা ছোৱালী। পিছে ভাস্কৰ বৰাই তাইক বন কৰা ছোৱালীৰ দৰে নাৰাখে। দেখিলে তাইক কোনোবাই মৌচুমীৰ ভনীয়েক বুলি ভুল কৰিব পাৰে।

ভাস্কৰ বৰা এক বিখ্যাত শিল্পী। শিল্পী মানে অভিনেতা নহয়, তেওঁ ৰঙ-তুলিকাৰ শিল্পী। ছবি আঁকে। অসমত বহু শিল্পী আছে, কিন্তু অসমৰ বাহিৰত তথা ভাৰতৰ বাহিৰত কোনোবা অসমীয়া শিল্পীৰ নাম যদি প্ৰচাৰিত হৈছে সেয়া ভাস্কৰ বৰাৰেই। আজিকালি প্ৰচাৰৰ যুগ, গতিকে নিজৰ প্ৰচাৰ কেনেকৈ কৰিব লাগে সেই কথা বৰাই ভালদৰে জানে। বৰা বৃত্তিধাৰী শিল্পী হ'লেও তেওঁ বিজনেছ মেনেজমেন্ট পাছ। গতিকে শিল্পক কেনেদৰে বাণিজ্যিক সফলতালৈ ৰূপান্তৰিত কৰিব পাৰি ভাস্কৰ বৰাই ভালদৰে জানে। ইয়াৰ অৰ্থ এইটো নহয় যে বৰাৰ শিল্পকৰ্ম্ম অনবদ্য নহয়। তেওঁ কেউফালে সিদ্ধ লোক। তেওঁৰ সমকক্ষ শিল্পী অসমত কিয় ভাৰতবৰ্ষতেই পাবলৈ টান। বিদেশত সেয়েহে তেওঁৰ ছবিৰ সমাদৰ আছে। ভাস্কৰ বৰাৰ বদনামৰ প্ৰতি ৰৰ ভয়। তদুপৰি তেওঁ নিজকে এক প্ৰগতিশীল শিল্পী বুলি ভাবে। তেওঁ গণনাট্য সংঘৰো

এগৰাকী কৰ্ম্মকৰ্ত্তা।

মৰমৰ ছোৱালীজনী হঠাৎ কিছুদিন ধৰি বিমৰ্ষ হৈ পৰা দেখি ভাস্কৰ আৰু দীপাৰ মনত বৰ দুখ। ভিতৰে ভিতৰে কিবা অসুখ হৈছে বুলি ডাক্তৰকো দেখুৱালে। ডাক্তৰে কয় বোলে তাইৰ একো অসুখ নাই। দিন যোৱাৰ লগে লগে তাইৰ বিমৰ্ষতা বাঢ়িহে গৈ আছে। মাকৰ প্ৰতি বিশেষকৈ দেউতাকৰ প্ৰতি তাইৰ পৰম অনীহা। সিহঁতে তাইক কিবা সুধিলে মৌচুমীয়ে খঙেৰে উত্তৰ দিয়ে। ডাক্তৰে ক'লে যে কিশোৰ কালত ল'ৰা-ছোৱালীৰ কেতিয়াবা এনেকুৱা হয়, পিছলৈ ঠিক হৈ যাব, বাহিৰলৈ তাইক ফুৰিবলৈ লৈ যাব লাগে, বন্ধু-বান্ধৱীৰ সৈতে সৰহ সময় কটালে ঠিক হৈ যাব।

হঠাৎ ঘৰলৈ এদিন ভাস্কৰৰ ল'ৰালিৰ বন্ধু দীপক সপৰিয়ালে আহি ওলাল। দীপক ভাস্কৰৰ সৈতে একেলগে স্কুলত পঢ়িছিল। দীপকে ইঞ্জিনীয়াৰিং পাছ্ কৰি ভাৰত হেভী ইলেক্ট্ৰিকেল লিমিটেডত সোমাল আৰু হায়দাৰাবাদত থাকিবলৈ ল'লে। প্ৰায় ওঠৰ বছৰ দুয়োৰে দেখা-দেখি নাই। দীপকেও বিয়া কৰালে, ভাস্কৰেও বিয়া কৰালে, কিন্তু ইজনে সিজনৰ বিয়াত উপস্থিত থাকিব নোৱাৰিলে। দীপকৰ পত্নী শীলায়ো এতিয়া হায়দৰাবাদৰ স্কুলৰ চাকৰিত সোমাল। বহুদিনৰ মূৰত দীপকক পাই ভাস্কৰৰ বৰ আনন্দ। দীপকৰ এটাই মাথো ল'ৰা। তাক অৱশ্যে দীপকহঁতে এইবাৰ অসমলৈ লৈ অহা নাই। কাৰণ সি কিবা ক্ৰিকেটৰ প্ৰশিক্ষণ লৈ আছে। ভাস্কৰৰ ল'ৰা-ছোৱালী কেইটা বুলি সুধিবলৈ লওঁতেই মৌচুমী কোঠাটোলৈ সোমাই আহিল। অচিনাকী মানুহ দেখি তাই ইতস্ততঃ কৰিবলৈ ধৰিছিল। কিন্তু মাক দীপাই মৌচুমীক দীপক আৰু শীলাৰ সৈতে চিনাকি কৰি দিলে। নমস্কাৰ জনাই মৌচুমী ভিতৰলৈ গ'লগৈ।

"তোমাৰ ছোৱালীজনী বৰ ধুনীয়া বুজিছা ভাস্কৰ, দেখিবলৈ সাইলাখ তোমাৰ দৰে হৈছে।" —দীপকে ক'লে।

"মুখত দেউতাকৰ লক্ষণ আছে, কিন্তু চকুহাল আৰু কপালখন হুবহু মাকৰ দৰে হৈছে।" —শীলাই ক'লে।

ভাস্কৰ আৰু দীপাই হাঁহিলে। হঠাৎ ভিতৰৰ পৰা মৌচুমীয়ে খিলখিলাই হঁহা শব্দ দীপকে শুনিবলৈ পালে। দীপা গহীন হৈ এক মিনিট বহক বুলি কৈ ভিতৰ সোমাল। ঘৰৰ ভিতৰত কোনোৱেই নাই। দিপালী গাখীৰ আনিবলৈ গৈছে। গতিকে মৌচুমীয়ে নিশ্চয় অকলে অকলে হাঁহি আছে। দীপাৰ বৰ ভয় লাগিল। লাহে লাহে ছোৱালীজনীয়ে অদ্ভুত ধৰণৰ ব্যৱহাৰ কৰিবলৈ লৈছে।

"তই এনেদৰে অকলে অকলে কিয় হাঁহিছ মৌ?" মাকে মৌচুমীক

সুধিলে।

"এনেয়ে। কিয় অকলে অকলে হাঁহিব নোৱাৰি নেকি?" মৌচুমীয়ে খং ভাবেৰে ওলোটাই প্ৰশ্ন কৰিলে।

"পাগলেহে এনেদৰে হাঁহে বুজিছ।" —দীপাই ক'লে।

"ধৰি ল মই পাগলেই হলো।" —মৌচুমীয়ে এইবুলি কৈ মাকলৈ অপেক্ষা নকৰি বাথৰুমত সোমাল।

দীপাক আৰু শীলাই মৌচুমীক মাতি আনি কথা-বতৰা পাতিলে। মৌচুমীয়ে সিহঁতৰ সৈতে সহযোগ কৰিলে। মৌচুমীক সিহঁতৰ বৰ ভাল লাগিল। কিন্তু দীপাহঁত যোৱাৰ পিছত মৌচুমী তাইৰ কোঠাত সোমাই কিবা-কিবি কৰাত ব্যস্ত হ'ল। মানুহ-দুনুহ ঘৰলৈ আহিলে মৌচুমীয়ে ভালদৰেই কথা পাতে কিন্তু কোনো নাথাকিলে মাক-দেউতাকৰ সৈতে তাই কথা পাতিবলৈ টান পায়। টি. ভি.ৰ কেইখনমান চিৰিয়েল মৌচুমীয়ে কেতিয়াও চাবলৈ নাপাহৰিছিল। আজিকালি তাই টি. ভি.ৰ ওচৰলৈকে নাহে। মৌচুমীয়ে গান শুনি বৰ ভাল পায় সেইবাবে দেউতাকে তাইৰ বাবে অত্যাধুনিক দামী টেপডেক কিনি দিছে। পিছে আজিকালি তাই গানো শুনিব নোখোজে। বান্ধৱীৰ ঘৰলৈকো নাযায়। অৱশ্যে তাইৰ কোনো বান্ধৱী ঘৰলৈ আহিলে মৌচুমীয়ে ভাল ব্যৱহাৰেই কৰে।

প্ৰতিবছৰেই ভাস্কৰ আৰু দীপাই ধুমধামেৰে মৌচুমীৰ জন্মদিন পালন কৰে। ধুমধামেৰে মানে দীপাৰ শ্ৰেণীৰ প্ৰায়বোৰ ছাত্ৰী লগতে চুবুৰীয়াখিনিক নিমন্ত্ৰণ কৰে। তদুপৰি ভাস্কৰ আৰু দীপাৰ যিমানখিনি আত্মীয়-কুটুম মহানগৰত থাকে আটাইকে মাতে। মৌচুমীৰ জন্মদিন পহিলা মাৰ্চৰ দিনা। সেইবাৰো মৌচুমীৰ জন্মদিন পাওঁ পাওঁ। ফেব্ৰুৱাৰী মাহৰ তেইশ তাৰিখে স্কুলৰ পৰা আহি হাত-মুখ ধুই জলপান খাই তাই মাকৰ ওচৰ পালে। এনেদৰে হঠাত মাকৰ ওচৰ পোৱাত দীপাই ভাল পালে যদিও আচৰিত হ'ল।

"তই কিবা ক'ব খুজিছিলি নেকি মৌ?" —দীপাই লাহেকৈ সুধিলে।

"মা। এইবাৰ মোৰ জন্মদিন পাতিব নালাগে। কাকো নেমাতিবি মোৰ লগো নাই" —মৌচুমীয়ে ক'লে। দীপাই পাকঘৰত কিবা ৰান্ধি আছিল। মৌচুমীৰ অদ্ভুদ ধৰণৰ কথা শুনি গেচটো চিমাৰত দি হাতখন মচি লৈ মৌচুমীৰ কান্ধত হাতখন থৈ তাইক সুধিলে।

"চা মৌ প্ৰতিবছৰে তোৰ জন্মদিন পাতি আহিছো। এইবাৰ নাপাতিম কিয়। তোৰ দেউতাৰাই সাতবন/দহোবন কাটি কৰি থৈ তোৰ জন্মদিনৰ বাবে বৈ থাকে। তই এনেকৈ কিয় কৈছ?"

"মোৰ জন্ম পহিলা মাৰ্চত বুলি তোমালোকে নিশ্চিত নে?" —মৌচুমীয়ে সুধিলে। মৌচুমীৰ কথা শুনি ক্ষন্তেকৰ বাবে দীপা থমকি ৰ'ল।

"তই এনেকুৱা অদ্ভুদ প্ৰশ্নবোৰ কৰিছ কিয়? কোন মাকে বাৰু নিজৰ সন্তানৰ জন্মদিনটো নাজানে?" —দীপাই ক'লে।

"দীপাৰ কথা শুনি মৌচুমীয়ে খিলখিলাই হাঁহিলে। মাকে তাইৰ ফালে আচৰিত হৈ চাই থাকিল।

"মা তোৰ মুখৰ পৰা মিছা কথা শুনিবলৈ মোৰ ভাল নালাগিব, সেয়েহে তোক আৰু মই একো নোসোধো।" কথাষাৰ কৈ মৌচুমীয়ে বেগেৰে পাকঘৰৰ পৰা ওলাই নিজৰ কোঠালৈ গৈ দুৱাৰখন বন্ধ কৰি দিলে। মৌচুমীয়ে যোৱাৰ ফালে দীপাই চাই থাকিল। হঠাৎ দীপাৰ গাটো জিকাৰ খাই উঠিল।

তেনেহ'লে মৌৱে বাৰু সকলো কথা জানি গ'ল নেকি? যিটো ভয় ইমানদিনে কৰিছিলো সেইটোকে হ'ল নেকি? এইবোৰ প্ৰশ্ন দীপাৰ মনত উদয় হ'ল। ইমানদিনে যে মৌচুমীয়ে আচৰিত ধৰণৰ ব্যৱহাৰ কৰি আহিছে তাৰ গুৰি নিশ্চয় ইয়াতেই। দীপাৰ ভাস্কৰৰ ওপৰত খং উঠিল। ভাস্কৰক দীপাই তেতিয়াও কৈছিল যে কথাটো ইমান প্ৰচাৰ কৰিব নালাগে। কাৰণ এদিন তাৰ ফল বিষম হ'বই। কিন্তু সদায়েই প্ৰচাৰ বিচৰা ভাস্কৰে দীপাৰ কথা নুশুনিলে। সন্তানটোৰ ভৱিষ্যতৰ কথা নাভাবি মানুহটোৱে কেৱল নিজৰ প্ৰচাৰৰ ওপৰতহে গুৰুত্ব দিলে। ছোৱালীজনীৰ ভৱিষ্যতৰ কথা নাভাবিলে। দীপাৰ মাজে মাজে ভয় হয় কিজানি মৌচুমীলৈ সময়ত দৰা এজনো বিচাৰি পোৱা নাযাব। কাৰণ চহৰখনৰ সেই সময়ৰ লোকসকলে আটায়ে জানে ঘটনাটো।

মৌচুমীক সকালোৱে প্ৰয়োজনতকৈ অধিক মৰম কৰে। হয়তো মৌচুমীয়ে সেইটো স্বাভাৱিক বুলিয়েই ধৰি লৈছিল। কিন্তু ডাঙৰ হৈ অহাৰ লগে লগে তাই আনৰ সৈতে তুলনা কৰি ধৰিব পাৰিছে যে তাইক প্ৰায় সকলোৱেই বেছি মৰম কৰে। দীপাই জানে যে সেই অতিৰিক্ত মৰমখিনি মৌচুমীয়ে পায় তাইৰ প্ৰতি থকা সহানুভূতিৰ বাবেই। এতিয়াহে মৌচুমীয়ে সেই সহানুভূতিৰ কাৰণটো আৱিষ্কাৰ কৰিব পাৰিছে। সেইবাবেই যিসকলে তাইক আগ্ৰহেৰে মাতে, অধিক অনুকম্পা দেখুৱায় সেইসকলক মৌচুমীৰ ভাল নলগা হৈছে। আজিকালি তেনে ব্যৱহাৰ কৰা লোকক মৌচুমীয়ে পাট্টাই দিব নোখোজে। সেইবাবেই কেইবাজনো লোকে দীপাক অভিযোগ দিছে সিহঁতে তাইক লগ পাই আথে-বেথে মতাৰ পিছতো মৌচুমীয়ে মাত নামাতি আঁতৰি যায়। মৌচুমীৰ গাটো ভাল নহয় বুলি কৈ দীপাই জীয়েকৰ দোষ গাপ দি থয়। আগেয়ে এনে

অভিযোগ শুনিলে দীপাৰ খং উঠিছিল। সিদিনাৰ ঘটনাটোৰ পৰা দীপাই আৰু খং নকৰে।

সিদিনা দীপাই ভাস্কৰক শোৱাপাটিত কাথাটো ক'লে।

"মৌক কোনে কথাটো ক'লে?" ভাস্কৰে সুধিলে।

"কোনোবাই কৈছে নিশ্চয়। কোৱা মানুহৰ জানো অভাব।" দীপাই ক'লে।

"মৌৱে বাৰু ঘটনাতো জানিলেই কিন্তু তাইকতো আমি নিজৰ ছোৱালীৰ দৰেই ব্যৱহাৰ কৰিছো। তাইক জানো আমি আমাৰ ব্যৱহাৰত ঘূণাক্ষৰেও জানিবলৈ দিছো। তেনেহ'লে তাই চিন্তা কৰিছে কিয়?" ভাস্কৰে সুধিলে।

"কাৰণ আমাৰ সমাজখনে সদায়েই মানুহৰ পৰিচয় বিচাৰে, বিচাৰে বংশগতি। মানুহ এজনক তেওঁৰ ব্যৱহাৰ, তেওঁৰ জ্ঞানবুদ্ধি চাই মানুহে বিচাৰ নকৰে। বিচাৰ কৰে তেওঁ কাৰ ঘৰৰ, কোন বংশ, কোন জাতৰ। মানুহ এজনক বিচাৰ কৰাৰ এই সামাজিক বৈষম্যৰ কথা জানিবলৈ মৌহঁত আৰু সৰু হৈ থকা নাই। কোনোৱে হয়তো মৌক এনে ব্যৱহাৰ কৰিছে যে যিহেতু তাইৰ মাক-দেউতাকৰ কোনো পৰিচয় নাই গতিকেই সেইটোৱেই তাইৰ কলংক।" দীপাই কৈ গ'ল।

"হ'ব দিয়া। দাৰ্শনিকৰ দৰে কথা ক'ব নালাগে। সেইটোৱেই যদি কথা তেনেহ'লে মৌক কথাটো ভালদৰে বুজাই কৰা। তাই নিশ্চয় বুজিব। তাইতো আৰু এতিয়া সৰু হৈ থকা নাই।" ভাস্কৰে এনেদৰে কৈ সিকাটি হৈ টোপনি গ'ল। দীপাৰ পিছে টোপনি নাহিল। ভাস্কৰে ঘটনাটো ইমান সহজে লোৱা দেখি দীপাৰ চিন্তা বাঢ়িলহে।

এতিয়াৰ পৰা প্ৰায় চৈধ্য বছৰ আগৰ কথা। ভাস্কৰহঁতৰ ঘৰৰ পৰা প্ৰায় তিনিশ মিটাৰ মান আঁতৰত বাটৰ কেঁকুৰীটোৰ সোঁফালে শিৱমন্দিৰটো। এই মন্দিৰটো বিখ্যাত মন্দিৰ। চহৰখনৰ বিভিন্ন ঠাইৰ পৰা ভক্তসকলে প্ৰায়েই পূজা-অৰ্চনা কৰিবলৈ এই মন্দিৰটোলে আহে। সিদিনা ৰাতিপুৱা মন্দিৰৰ পূজাৰী বিপ্ৰ গোঁসায়ে মন্দিৰৰ কাম-কাজ কৰিবলৈ আহি মন্দিৰৰ সন্মুখত কেচুৱাৰ কান্দোন শুনি আগুৱাই গৈ দেখিলে সুন্দৰ কাপোৰেৰে মেৰুৱাই থোৱা এটি প্ৰায় সদ্যজাত শিশু। ওচৰত শিশুটোৰ মাক থাকিব পাৰে বুলি ইফালে সিফালে চাই কাকো নেদেখিলে। কেচুৱাটোৱে কান্দি থকা দেখি পূজাৰী বিচুৰ্তিত পৰিল। কেচুৱাটোক আথে-বেথে কোলাত তুলি ল'লে। বেচেৰা গোঁসায়ে জীৱনটো পূজা কৰিয়েই কটালে। ল'ৰা-ছোৱালী কেনেকে শাঁত কৰিব লাগে নাজানে। উপায়হীন হৈ ওচৰৰ বৰুৱাৰ ঘৰলৈ কেচুৱাটো লৈ গ'ল। বৰুৱানীয়ে কেচুৱাটোক

গাখীৰ খুৱাই নিচুকাই শাঁত কৰিলে। পিছে সিহঁতে কেচুৱাটোক লৈ কি কৰিব ভাবি থাকোতেই ওচৰ-পাজৰে কথাটো ৰতি গ'ল। কোনো কোনোৱে আহি কেচুৱাটো নিব বিচাৰিলে। বিবুদ্ধিত পৰি অৱশেষত বৰুৱাই ওচৰৰ পুলিচ থানাতেই কেচুৱাটো দি থৈ আহিল। এনে ধৰণৰ কেচ দেখি শিৱমন্দিৰ পুলিচ থানাৰ ভাৰপ্ৰাপ্ত বিষয়াগৰাকীৰ চকু কপালত উঠিল। সাধাৰণতে চুৰি, ডকাইটি, হত্যা, লুণ্ঠন, ধৰ্ষণৰ কেচবোৰে থানালৈ আহে। এইবাৰ থানাই দায়িত্ব ল'বলগীয়া হ'ল কেচুৱাৰ। দিনটো আগবাঢ়ে মানে খবৰতো চাৰিওফালে বিয়পি পৰিল। ইমান পৰ অচিয়ে কেচুৱাটো ল'ৰা নে ছোৱালী চাবকে পাহৰিছিল। ছোৱালী বুলি নিশ্চিত হোৱাত অ'চিৰ চিন্তা বাঢ়িলহে। কিজানি কোনোৱে তাইক লৈ নাযায়েই। পিছে তাইক নিবলৈ বহু মানুহ অহাত তেওঁ নিশ্চিন্ত হ'ল। পিছে তেওঁ দিয়ে কাক? সিও এক ডাঙৰ সমস্যা। পিছে সমস্যাটো বহুখিনি লাঘৱ কৰি দিলে এগৰাকী মহিলা উপ-পৰিদৰ্শকে। তাইৰ নাম কল্পনা ডেকা। কল্পনাই ক'লে যে কেচুৱাটোৰ দেখা-শুনা তাই কৰিব অ'চিয়ে চিন্তা কৰিব নালাগে। কল্পনাৰ ল'ৰা-ছোৱালী তিনিটা। একেবাৰে সৰুটো ল'ৰা, এবছৰ হৈছেহে। কেচুৱাটো তুলি ল'বলৈ কল্পনাৰে মন গৈছিল। কিন্তু এই উপাৰ্জনেৰে তিনিটা ল'ৰা-ছোৱালী ডাঙৰ কৰাই টান। গতিকে সেই লোভ তাই সম্বৰণ কৰিলে কাৰণ কল্পনাৰ গিৰিয়েক জীৱনৰ চাকৰি নাই বুলিয়েই ক'ব পাৰি। জীৱনে দোকান এখনত অলপ টকাৰ বিনিময়ত বিক্ৰেটাৰ চাকৰি এটাহে কৰে। ঘৰখন কল্পনাইহে চলাই ৰাখিছে।

শেষত ডি. এছ. পি. আৰু এছ. পি.ৰ সৈতে আলোচনা কৰি বুদ্ধি এটা উলিয়ালে। যিসকলে ছোৱালীজনীক তুলি ল'ব বিচাৰে তেনে লোকে নিজৰ বিতং পৰিচয়সহ লিখিতভাৱে আবেদন কৰিব লাগিব বুলি ক'লে। আবেদনৰ সংখ্যা এশতকৈয়ো অধিক হ'ল।

পোনতে খবৰটো পালে দীপাই। ভাস্কৰ তেতিয়া ক'ৰাবালৈ ওলাই গৈছে। খবৰটো পায়েই দীপাই থানালৈ গৈ কেচুৱাটো চাই আহিল। কল্পনাৰ কোলাৰ পৰা দীপাই নিজৰ কোলাত লৈ ভালকৈ নিৰীক্ষণ কৰিলে।

"আই ঔ দেহি! ইমান মৰম লগা ছোৱালীজনী কোন স'তেনো মাকজনীয়ে পেলাই থৈ যাবলৈ পালে?" দীপাৰ মুখৰ পৰা স্বতঃস্ফূৰ্তভাৱে কথাষাৰ ওলাই আহিল।

থানাৰ পৰা দীপাই ঘৰলৈ আহি ভাস্কৰ. য'ত য'ত সাধাৰণতে থাকে সেইবোৰ ঠাইলৈ ফোন কৰিবলৈ ধৰিলে। অৱশেষত ভাস্কৰক আৰ্টগেলেৰীত

দীপাই পালে। কথাটো শুনি ভাস্কৰ ততালিকে ঘৰলৈ আহিল।

ভাস্কৰ আৰু দীপাৰ বিয়া হ'বৰ প্ৰায় চাৰিবছৰ হ'ল কিন্তু সিহঁতৰ কোনো সন্তান নাই। কলিকতা, দিল্লী, মাদ্ৰাজ সকলোতে দেখুৱালে কিন্তু সকলো চেষ্টা নিস্ফল হ'ল। ডাক্তৰে টেষ্টটিউব সন্তানৰ বাবেও পৰীক্ষা কৰি চাইছিল কিন্তু সেয়াও সম্ভৱ নহ'ল। দীপাৰ জৰায়ুত গণ্ডগোল আছে গতিকে তাইৰ দ্বাৰা গৰ্ভধাৰণ সম্ভৱ নহয় বুলি ক'লে। কিছুদিন আগেয়ে দুয়ো কোনো অনাথ ল'ৰা বা ছোৱালী পালে তুলি ল'ব বুলি কথা পাতিছিল। ল'ৰা পালেও কোনো আপত্তি নাই পিছে ছোৱালী হ'লে দুয়োটাই ভাল পায়। পিছে ইমান সহজে পায়েই বা ক'ত? আৰু পালেও নহ'ব, স্বাস্থ্যবান আৰু মৰম লগা হ'ব লাগিব। ছোৱালী পালে আন নাচালেও অন্ততঃ ধুনীয়া হোৱাটো যুগুত। এইবোৰ ভাবিগুনি থাকোতেই এই খবৰটো পাই দুয়ো উত্ৰাৱল হৈ পৰিল। ভাস্কৰেও থানালৈ গৈ শিশুটো চাই আহিল। তাৰো পছন্দ হ'ল। থানাত বহিয়েই ভাস্কৰে শিশুটো তোলনীয়া হিচাবে নিজৰ বিতং তথ্যসহ আবেদন জনালে। সিদিনা আবেদন লওঁতেই দিনটো পাৰ হৈ গ'ল। সিদিনা নিশা কল্পনাই কেচুৱাটো ঘৰলৈ লৈ গ'ল। পিছদিনা অফিচলৈ আহোতে তাই কেচুৱাটো লগত লৈ আহিল। সিদিনাই দুপৰীয়া ডি. এছ. পি. সিঙে নিজেই দৰ্খাস্তবোৰ পৰীক্ষা কৰি চালে। এশ সোতৰখন আবেদন চাই শেষত সিঙে ভাস্কৰ বৰাকেই ছোৱালীজনী দিবলৈ সিদ্ধান্ত ল'লে। কাৰণ ভাস্কৰ বৰাৰ পৰিয়ালৰ সুনাম আছে, বৰা নিজেই এগৰাকী স্বনামধন্য শিল্পী যাৰ খ্যাতি ভাৰতৰ বাহিৰতো আছে। তদুপৰি ভাস্কৰ আৰু দীপা নিঃসন্তান। ভৱিষ্যতেও সন্তান হোৱাৰ কোনো সম্ভাৱনা নাই। এই আটাইবোৰ কাৰণ গমিপিটি চায়েই সিঙে ভাস্কৰ বৰাক ছোৱালীজনী চমজাই দিলে।

সিদিনা দুয়োৰে কি আনন্দ। আনন্দতেই দুয়ো ওচৰ-চুবুৰীয়াক নিমন্ত্ৰণ কৰি আনি পিছদিনা ভোজ খুৱালে। ইফালে অসমৰ প্ৰতিখন বাতৰি কাকতেই ডাঙৰ ডাঙৰ শিৰোনামাৰে প্ৰকাশ পালে।

"শিৱমন্দিৰৰ শিশুটো ভাস্কৰ বৰাই পালে।" এই শিৰোনামাৰে বাতৰিতো প্ৰকাশ পালে। বাতৰিটোত কেনেদৰে শিশুটো পোৱা হৈছিল। পুলিচে কেনেকৈ পালে। বাতৰিটো প্ৰকাশ পোৱাৰ পিছত ভাস্কৰৰ বন্ধু-বান্ধৱে ফোনেৰে, টেলিগ্ৰাম, ফেক্স আদিৰে ভাস্কৰ বৰাক অভিনন্দন জনালে।

এই শিশুটিয়ে দুয়োৰে দাম্পত্য জীৱনত এক নতুন প্ৰেৰণাৰ সৃষ্টি কৰিলে। সিহঁতৰ সংসাৰখন পৰিপূৰ্ণ কৰি তুলিলে। এই শিশু কন্যাটিৰ নাম থলে

মৌচুমী। তাইক মৰমতে ঘৰত মৌ বুলি মাতে। সেইদেখি তাইৰ বান্ধৱী, স্কুলৰ শিক্ষক সকলোৱে তাইক ঘৰত মতা নামটোৰে 'মৌ' বুলিয়েই মাতে।

সৰুতে মৌচুমীক কোনোবাই কৈছিল যে তাই হেনো তোলনীয়া সন্তানহে। তেতিয়া মৌচুমীয়ে কথাটো বুজা নাছিল। তাইৰ খং তোলাবলৈ জোকোৱা বুলিহে ভাবিছিল। ভাস্কৰৰ বন্ধু শংকৰ হাজৰিকাৰ ছোৱালী বন্তিৰ বয়স মৌৰ সমানেই হ'ব। বন্তিয়ে শিৱমন্দিৰৰ চুক এটা দেখুৱাই মৌচুমীক কৈছিল—

"সেই যে চুকটো দেখিছা। তোমাক তাতেই হেনো মন্দিৰৰ পূজাৰীয়ে পাইছিল। কোনোবাই তোমাক তাত পেলাই থৈ গৈছিল।"

"তোমাক কোনে ক'লে এইবোৰ কথা। মোক নোজোকাবা বন্তি কিন্তু।" মৌচুমীয়ে অলপ খঙেৰে কৈছিল।

"মই তোমাক জোকোৱা নাই। আমাৰ মাই সিদিনা তোমালোকৰ কথা দেউতাৰ সৈতে পাতি থাকোতেই মই শুনিছিলো। পিছত মাক সোধাত কথাটো সঁচা বুলি ক'লে। তুমি তোমাৰ মাক কথাটো সুধি চাবাচোন।"

বন্তিয়ে ক'লে। মৌচুমীৰ মুখখন ক'লা পৰি গ'ল। মৌচুমীয়ে কিন্তু কথাটো মাকক বা দেউতাকক নুসুধিলে। পিছদিনা স্কুলৰ পৰা আহি শিৱমন্দিৰলৈ গৈ পূজাৰীক বিচাৰিলে। আজিকালি বিপ্ৰ গোঁসাই ল'ৰা মধুৱেহে মন্দিৰটো চোৱাচিতা কৰে। বিপ্ৰ গোঁসাইৰ বয়স প্ৰায় আশীমান হ'ল। অৱশ্যে তেওঁ এতিয়াও চলাফুৰা কৰিব পাৰে। নিয়মীয়াকৈ তেওঁ মন্দিৰৰ পূজাপাতি এতিয়াও কৰে। মৌচুমীয়ে বিপ্ৰ গোঁসাইক লগ ধৰি প্ৰথমতে চিনাকী দিলে যে তাই ভাস্কৰ বৰাৰ ছোৱালী মৌচুমী। চিনাকি দিয়াৰ লগে লগেই বুঢ়াই তাইক ওচৰলৈ একপ্ৰকাৰ টানি নি গালে-মুখে হাত ফুৰাই মৰম কৰিলে। মৌচুমীয়ে কোনো অন্য কথাৰ অৱতাৰণা নকৰি সুধিলে—

"ককা তুমি মোক মন্দিৰৰ কোনখিনিত পাইছিলা কোৱাচোন?

মৌচুমীৰ প্ৰশ্নটো শুনি বিপ্ৰ গোঁসাই এক মিনিটমান সময় নিৰৱে ৰ'ল। তাৰ পিছত সুধিলে—

"আই তোমাক কোনে ক'লে কথাতো?"

"মই জানিছো নহয় ককা। তুমি কোৱাচোন।" মৌচুমীয়ে ক'লে।

"কোনোবাই তোক নিশ্চয় কৈছে। ডাঙৰ হৈছ যেতিয়া এদিন নহয় এদিন জানিবিয়েই। শুন তেতিয়াহ'লে কথাটো।" বিপ্ৰ গোঁসায়ে আদ্যোপান্ত বিবৰি ঘটনাটো মৌক ক'লে।

পূজাৰীৰ পৰা কথাখিনি শুনিয়েই ক্ষান্ত নাথাকিল। এদিন মৌচুমীয়ে জিলা

পুথিভড়াললৈ আহি চৈধ্য বছৰ আগৰ বাতৰি কাকতবোৰ তন্ন তন্নকৈ চালে। অৱশেষত যেতিয়া তাই কাকতত খবৰটো পালে তেতিয়া তাই একেবাৰে নিশ্চিত হ'ল যে তাই প্ৰকৃততে ভাস্কৰ বৰা আৰু দীপাৰ সন্তান নহয়। সিদিনাৰ পৰা তাইৰ মনতো মৰি গ'ল। ভাস্কৰ বৰাই তাইক তোলনীয়া কৰি লোৱা কাকতবোৰৰ বাতৰিটো মৌচুমীয়ে ফটোষ্টেট কৰি আনিলে। ভাস্কৰ আৰু দীপাৰ সন্তান যদি তাই নহয় তেনেহ'লে প্ৰকৃততে তাই কাৰ সন্তান। কিন্তু সেইটো জনাৰ আৰু উপায় নাই। তাইক এৰি থৈ যোৱা মাকক ধিক্কাৰ দিয়াত বাদে আন উপায়েই বা ক'ত?

ৰাতিপুৱা ঘৰৰ মূল দুৱাৰখন খোল খাই থকা দেখি দীপাই মৌচুমীৰ কোঠালৈকে গ'ল। দেখিলে তাইৰ কোঠাৰ দুৱাৰখনো খোলা আৰু মৌচুমীও কোঠাত নাই। কেতিয়াবা কেতিয়াবা মৌচুমীয়ে ৰাতিপুৱা বস্তিহঁতৰ সৈতে ওচৰৰ খেলপথাৰলৈ গৈ কিবকিবি ব্যায়াম কৰে নহ'লে বা কিছুদূৰ খোজকাঢ়ে। সিদিনাও মৌচুমীয়ে তেনেদৰে যোৱা বুলি ভাবিলে দীপাই। পিছে বহু সময়লৈকে মৌচুমী ঘূৰি নহা দেখি বস্তিহঁতৰ ঘৰলৈ পঠালে মৌচুমীৰ খবৰ লবলৈ। দিপালীয়ে বস্তিক বিচনাত পালে। শেষত খেলপথাৰখনলৈকে আগবাঢ়ি গৈ মৌচুমীক বিচাৰিলে। পিছে তাতো তাই নাই। কণুৰে মৌচুমীক ক'তো নোপোৱাত ভাস্কৰ আৰু দীপাৰ বুকুখন ধপধপাবলৈ ধৰিলে। কাৰণ আজিকালি তাই যিহে ব্যৱহাৰ কৰিবলৈ লৈছে তাই কি কৰে কোনো ঠিকনা নাই। দুয়ো চাৰিওফালে খবৰ কৰিলে, কিন্তু মৌচুমীক বিচাৰি নাপালে। অৱশেষত মৌচুমীৰ কোঠাত সোমাই দুয়ো কোঠাটো তন্ন-তন্নকৈ চালে। তাইৰ পঢ়া মেজৰ ড্ৰয়াৰ খুলি সযতনে জাপি থোৱা কেতবোৰ কাগজ পালে। সেইবোৰ আন একো নহয়। চৈধ্য বছৰ আগৰ ভাস্কৰ বৰাই মৌচুমীক তুলি লোৱা খবৰ প্ৰকাশ পোৱা বাতৰি কাকতৰ পৰা ফটোষ্টেট কৰি অনা কপি। সেইবোৰ দেখি ভাস্কৰ আৰু দীপা অলপ পৰ থৰ হৈ ৰ'ল। লগত পালে এটা কবিটা। মৌচুমীয়ে লেখা—

মই এটি ফুল সুবাস আছে মোৰ
কিন্তু কোনেও নাজানে মোৰ নাম
মই এক বনৰীয়া ফুল
কলিতেই পেলাই দিয়া
দেৱতাই সাৱতি লোৱা
মই সমাজৰ এক ভুল
নাম বিচাৰি মই কলৈনো যাম

নে নীৰৱে ক'ৰবাত হেৰাই যাম।

কবিতাটো পঢ়ি দীপাৰ দুগালেদি দুটোপাল চকুপানী বৈ আহিল। ভাস্কৰে দীপাক কন্দা দেখি দীপাৰ হাতৰ পৰা কবিতাটো আনি পঢ়িলে। ভাস্কৰৰো চকুজুৰি সেমেকিল। কিন্তু নিজকে সংযত কৰি ক'লে ঃ

"ইমান ভাঙি নপৰিবা। তাইনো কলৈ যাব। আমাক এৰি তাই জানো যাব পাৰিব। চাবা তাই আহি ওলাব।"

দুপৰীয়ালৈ চালে। চাৰিওফালে খা-খবৰ দিলে। অৱশেষত শিৱমন্দিৰ থানাত খবৰটো জনালে। মৌচুমীৰ লগত পঢ়া প্ৰতিজনী ছোৱালীৰ ঘৰলৈ ভাস্কৰ আৰু দীপা গ'ল। কিন্তু মৌচুমীৰ কোনো শুং-সূত্ৰ নাপালে। উপায়হীন হৈ দুয়ো ঘৰলৈ উভতিল। ঘৰত সোমোৱাৰ লগে লগে টেলিফোন বাজি উঠিল।

"হেল্লো। মই শিৱমন্দিৰ পুলিছ থানাৰ অ'চিয়ে কৈছো। দুই নম্বৰ গেটৰ ওচৰত এজনী ফ্ৰক পৰিহিতা পোন্ধৰ-যোল্ল বছৰীয়া ছোৱালী ৰেলৰ আগত পৰি আত্মহত্যা কৰিছে। আমাৰ সন্দেহ হ'ব পাৰে সেইজনী মৌচুমীও হ'ব পাৰে। নহ'বও পাৰে অৱশ্যে। অনুগ্ৰহ কৰি চিনাক্তকৰণ কৰিবলৈ পল্টন বজাৰ থানালৈ আহিব লাগে।"

ভাস্কৰৰ গাটো জিকাৰ খাই উঠিল। দীপাক কথাটো কোৱাৰ লগে লগে হুৱাবৰাৱে কান্দিবলৈ ধৰিলে। দীপাক বহুত বুজাই-বঢ়াই পল্টন বজাৰ থানালৈ তাইক লৈ গ'ল। কাপোৰেৰে ঢকা মৃতদেহটো চোৱাৰ আগমুহূৰ্ত্তত উত্তেজনাত ভাস্কৰ কঁপিবলৈ ধৰিলে। দীপাই চকুজুৰি বন্ধ কৰি থাকিল। পিছত কাপোৰখন যেতিয়া আঁতৰ কৰি দিলে তেতিয়া এক ধুমুহাৰ অন্ত পৰিল। পিন্ধা কাপোৰযোৰ দেখিয়েই ভাস্কৰ নিশ্চিত হ'ল যে সেয়া মৌচুমী নহয়। ছোৱালীজনীৰ মুখখনত আঘাতৰ চিন থাকিলেও ভাস্কৰে বাৰুকৈয়ে ধৰিব পাৰিছিল, দীপায়ো নিশ্চিত হৈছিল সেয়া মৌচুমী নহয়।

থানাৰ পৰা যেতিয়া সিহঁত ঘৰলৈ ঘূৰি আহিছিল তেতিয়া সন্ধিয়া হওঁ হওঁ। দুখে-ভাগৰে হেলনীয়া চকীখনত গাটো এৰি দিছিল। ইমানকৈ ঢোল পিটি প্ৰচাৰ কৰি মৌচুমীক কিয় তুলি লৈছিল সেই কথা ভাবি ভাস্কৰে নিজকে ধিক্কাৰ দিছিল। ভাস্কৰে আজি আৱিষ্কাৰ কৰিলে যে সি এতি স্বাৰ্থপৰ। বাটৰ ছোৱালী তুলি লৈ নিজৰ মহানুভৱতা প্ৰমাণ কৰাৰ বাবে সি কথাটো চাৰিওফালে ৰাষ্ট্ৰ কৰি দিছিল, তাৰ ফল আজি সি পাইছে। মৌচুমী অবিহনে ভাস্কৰে জীয়াই থকাৰ কোনো অৰ্থ বিচাৰি নাপালে। আত্মহত্যা কৰাৰ বাবে এক প্ৰৱণতা জাগি

উঠিল তাৰ মনত। দীপাৰো মানসিক অৱস্থা একেটাই।

দিগন্তত অন্ধকাৰ নামি আহিল। অথচ ভাস্কৰ বৰাৰ ঘৰত লাইট কোনোৱে জ্বলোৱা নাই। বন কৰা ছোৱালী ৰুণুৱেও এচুকত ফেকুৰী ফেকুৰী কান্দি বহি আছে। দিনটো কোনেও ভাত-পানী খোৱা নাই।

হঠাৎ ঘৰৰ কলিং বেলটো বাজি উঠিল। ৰুণুৱে পোনতে লাইটবোৰ জ্বলালে। ভাস্কৰ আৰু দীপাই একপ্ৰকাৰ দৌৰি আহি দুৱাৰমুখ পালে। পৰ্দাখন আঁতৰাই খিলিটো খুলি দেখে সন্মুখত শিৱমন্দিৰৰ পূজাৰী বিপ্ৰ গোঁসাই। গোঁসাইৰ পিছফালে তলমূৰকৈ থিয় দি আছে মৌচুমী। দুৱাৰখন খোলাৰ লগে লগে মৌচুমীয়ে 'মা' বুলি চিঞৰি মাকক সাৱটি ধৰি কান্দিবলৈ ধৰিলে। মৌচুমীক সাৱটি ধৰি দীপায়ো কান্দিব ধৰিলে। ভাস্কৰৰো চকুপানী ওলাল। মাকৰ বুকুৰ পৰা ওলাই এইবাৰ 'দেউতা' বুলি চিঞৰি মৌচুমীয়ে ভাস্কৰক সাৱটি ধৰিলে। ভাস্কৰে তাইক সাৱটি ধৰি কান্দিলে। বিপ্ৰ গোঁসাই ইমান পৰে ধৈৰ্য্য ধৰি আছিল। এইবাৰ নিঃশব্দে গোঁসাইৰ দুগালেদি দুটোপাল চকুপানী বৈ আহিল। ডিঙিৰ গামোছাখনেৰে চকুপানীখিনি মচি লৈ কাকো নুসুধি বিপ্ৰ গোঁসায়ে চকীত বহি পৰিল। ভাস্কৰে সোধাৰ আগেয়ে গোঁসায়ে কৈ গ'ল। মৌচুমীক মাকে ভিতৰলৈ লৈ গ'ল।

"ৰাতিপুৱা মন্দিৰলৈ পূজাপাতল কৰিবলৈ আহি দেখো মন্দিৰৰ বাৰাণ্ডাৰ এচুকত ছোৱালী এজনীয়ে আঠুত মূৰটো গুজি বহি আছে আৰু ফেকুৰী ফেকুৰী কান্দি আছে। তাই ঠিক সেইডোখৰ ঠাইতেই বহি আছিল য'ত চৈধ্য বছৰ আগেয়ে আবিষ্কাৰ কৰিছিলো। কোননো বুলি ওচৰলৈ গৈ দেখিলো সেইজনী মৌচুমী। মূৰত হাত ফুৰাই কিনো হৈছে সোধাত মৌচুমীয়ে সশব্দে কান্দিবলৈ ধৰিলে। তাইক বিশেষ একো নুসুধি ঘৰৰ ভিতৰলৈ মাতি নিলো। তাইক এগিলাচ পানী খাবলৈ দিলো। তাৰ পিছত পুনৰ সোধাত মৌচুমীয়ে ক'লে যে এই পৃথিবীত তাইৰ কোনো নাই। সেয়েহে তাই আৰু জীয়াই থাকিব নোখোজে। সকলোৱে তাইৰ প্ৰতি অস্বাভাৱিক ব্যৱহাৰ কৰে। লগৰ ছোৱালীবোৰে তাইক তোলনীয়া বুলি কয়। মই তাইক বুজালো যে ভাস্কৰ আৰু দীপাই তোমাক জানো কেতিয়াবা এনে ব্যৱহাৰ কৰিছে যি ব্যৱহাৰৰ পৰা তুমি এনে অনুভৱ কৰিছা যে সিহঁতে তোমাক পৰৰ সন্তানৰ দৰে ভাবিছে।বহু পৰ তাই নীৰৱে ৰ'ল। তাইক ভাত খাবলৈ দিলো। পোনতে তাই খাবলৈ ইচ্ছা কৰা নাছিল। জোৰ কৰাত তাই ভাত অলপ খালে। আবেলি তাইক পুনৰ বুজালো। শেষত তাই ঘৰলৈ উভতিবলৈ মান্তি হ'ল। এইবাৰ কিন্তু তাইৰ ভয় লাগিল

ঘৰলৈ ঘুৰি যাবলৈ—যদিহে নোকোৱাকৈ গুছি অহা বাবে তোমালোকে তাইক গালি পাৰা। সেই দায়িত্ব তুমি মোৰ ওপৰত এৰি দিয়া বুলি কলতহে আহিবলৈ মান্তি হ'ল। সি যি কি নহওঁক—তোমালোকে তাইক একো নকবা। তাইৰ মনত নতুনকৈ আঘাত নিদিবা।"

"পিছে গোঁসাই আপুনি নিজে নাহিলেও আপুনি কাৰোবাৰ হতুৱাই আমাক খবৰতো দিয়াব পাৰিলেহেঁতেন। আমি গোটেই দিনটো কিমান টেনশ্যনত আছো আপুনি জানেনে?" ভাস্কৰে সুধিলে।

"সেয়া মই জানো। কিন্তু তাইৰ মনলৈ বিশ্বাস এটা ঘুৰাই ননাকৈ জোৰকৈ তোমালোকে তাইক লৈ গ'লে হিতে বিপৰীত হ'লহেঁতেন। সেই ভাবিয়েই মই ইমান পৰলৈ কোনো খবৰ দিয়া নাছিলো।" বিপ্ৰ গোঁসায়ে ক'লে।

"যি হওক গোঁসাই তাইক আমি ওভোতাই পাইছো সেয়ে যথেষ্ট নহ'লে আমি কিজানি জীয়াই নাথাকিলোহেঁতেন।"

"একেই ঠাইৰ পৰা ছোৱালীজনীক দ্বিতীয়বাৰৰ বাবে আনি মই তোমাৰ হাতত তুলি দিলো বোপা ভাস্কৰ। এইবাৰ পিছে আগৰদৰে ভুল নকৰিবা। কথাতো কাকো নকবা।' গোঁসায়ে ক'লে।

"অতীতৰ ভুলৰ বাবে মই আজি অনুতপ্ত গোঁসাইদেউ। মোক ক্ষমা কৰিব।' এইবুলি কৈ ভাস্কৰে গোঁসাইৰ ভৰিতেই ধৰিব খুজিছিল। পিছে গোঁসায়ে বাধা দিলে।

এনেতে টেলিফোনটো বাজি উঠিল। ভাস্কৰে ৰিচিভাৰ দাঙিলে।

"হেল্লো, মই শিৱমন্দিৰ পুলিচ থানাৰ পৰা অ'চিয়ে কৈছো। আপোনাৰ ছোৱালী আমি পাইছো। আপুনি তৎক্ষণাত পুলিচ থানলৈ আহক।"

"মোৰ ছোৱালী? চাওক আপুনি আন কাৰোবাক লৈ আহিছে।" আচৰিত হৈ ভাস্কৰে ক'লে।

"কি কথা কয়হে, আপুনি দিয়া ফটোখনৰ সৈতে প্ৰায় মিলি গৈছে আমি পোৱা ছোৱালিজনী। আপুনি সোনকালে আহক।" অ'চিয়ে ক'লে।

"কিন্তু মই .....।" কথাবাৰ সম্পূৰ্ণ কৰিবলৈ নৌ পাওঁতেই সিফালে অ'চিয়ে ৰিচিভাৰ থলেই।

ইতিমধ্যে বিপ্ৰ গোঁসাই গ'লগৈ। পুলিচৰ কাণ্ড দেখি ভাস্কৰৰ হাঁহি উঠি গ'ল। ঘটনাটো কি, পুলিচে ক'ৰপৰানো মৌৰ দৰে ছোৱালী এজনী ধৰি আনিছে তাকে চাবলৈ ভাস্কৰ পুলিচ থানালৈ যাবলৈ ওলাল। ভাস্কৰে কথাটো কোৱাত দীপা গম্ভীৰ হৈ পৰিল। শৈশৱতেই বিচ্ছিন্ন হৈ যোৱা দুই বায়েক-

ভনীয়েক দুই ভিন্ন পৰিবেশত ডাঙৰ-দীঘল হৈ পিছত কেনেদৰে দুয়ো লগ পালে এনে এটি কাহিনীৰ ওপৰত নির্মিত হিন্দী ছবি এখন অলপতে দীপাই চাইছিল। ছবিখনলৈ দীপাৰ মনত পৰিল। তাইৰ মনত সংশয় উপজিল। যদিহে পুলিচে পোৱা ছোৱালীজনী মৌচুমীৰ ভনীয়েক বা বায়েক হয়, যদিহে মৌচুমীৰ মাক-দেউতাকৰ প্রকৃত পৰিচয় ওলাই পৰে তেনেহ'লে কি হ'ব।

"আমি আমাৰ ছোৱালী পাইছো বুজিছা। গতিকে এই ৰাতিখন থানালৈ যাব নালাগে। ফোনত অ'চিক কৈ দিয়া যে আমি আমাৰ ছোৱালী পাইছো। বচ্ কথা শেষ।" দীপাই ভাস্কৰক ক'লে।

"হেল্লো, শিৱমন্দিৰ পুলিচ ষ্টেশ্যন?" ভাস্কৰে থানালৈ ফোন কৰিলে।

"নমস্কাৰ। শিৱমন্দিৰ পুলিচ ষ্টেশ্যন, কওক।" সিমূৰৰ পৰা ক'লে।

"মই ভাস্কৰ বৰাই কৈছো। মোৰ ছোৱালীজনী ইতিমধ্যে ঘৰ আহি পাইছে।"........... ভাস্কৰে কোৱা কথা শেষ হ'বলৈ অ'চিয়ে নিদিলে।

"কি কথা কয়হে, আপোনাৰ ছোৱালী ইয়াতেই বহি আছে। আমি বহুত কষ্ট কৰি বিচাৰি লৈ আহিছো। আপোনাৰ ভুল হৈছে, আপুনি এতিয়াই থানালৈ আহক।" অ'চিয়ে বিশেষ কথা ক'বলৈ সুযোগ নিদি ৰিচিভাৰটো থৈ দিলে।

"হেৰা শুনাচোন, আহো দিয়া থানাৰ পৰা, খেলটো চাই আহো। "

"যি ভাল দেখা তাকে কৰা। মোৰ পিছে ভয় হৈছে।" দীপাই ক'লে।

"ভয় কৰিবলগীয়া কি আছে। ৰ'বা মই যাম আৰু আহিম। তুমি ভাত-পানীৰ ব্যৱস্থা কৰা। দিনটো খোৱা নাই বৰ ভোক লাগিছে।" এইবুলি কৈ গাড়ীখন লৈ ভাস্কৰ থানালৈ গ'ল।

ছোৱালীজনীৰ বয়স প্রায় মৌচুমীৰ সমানেই হ'ব। হ'লে এবছৰমান সৰুহে হ'ব পাৰে ডাঙৰ নহয়। বাও গালত তাইৰ মৌচুমীৰ দৰেই তিল আছে, যিটো বর্ণনা এজাহাৰত দিয়া হৈছিল। গাৰ ৰং প্রায় মৌচুমীৰ দৰেই কিন্তু মৌচুমীৰ মুখমণ্ডলৰ সৈতে তাইৰ সামান্য মিল নথকাও নহয়।

ভাস্কৰৰ ভয় হ'ল। কিজানি এই ছোৱালীজনী মৌচুমীৰ ভনীয়েক হয়। আৰু যদি সেয়ে হয়, তেনেহ'লে মৌচুমীৰ মাক-দেউতাকৰ পৰিচয় নিশ্চয় ওলাব। ছোৱালীজনীৰ কাপোৰ-কানিলৈ চাই তাই যে দুখীয়া পৰিয়ালৰ সেই কথা ধৰিব পাৰি। মৌচুমী সিহঁতৰ মাজৰ পৰা হেৰাই যাব বুলি ভাস্কৰৰ বিৰাট ভয় হ'ল।

"তোমাৰ নামটো কি ভণ্টি?" ভয়ে ভয়ে ভাস্কৰে ছোৱালীজনীক সুধিলে। ভাস্কৰে তিনিবাৰমান সুধিলে কিন্তু তাই একো উত্তৰ নিদিলে।, কেৱল ভাস্কৰৰ

মুখলৈ একেৰাহে চাই থাকিল।

অ'চিয়ে ক'লে যে ছোৱালীজনীৰ নাম-ঠিকনা সিহঁতে সুধিছিল, কিন্তু তাই একো উত্তৰ নিদিয়ে। অ'চিৰ মতে হয় তাই বোবা নহলেবা কিবা কথাত তাই সাংঘাটিক শ্বক পাইছে।

ছোৱালীজনীয়ে কথা ক'ব নোৱাৰা দেখি ভাস্কৰে সকাহ পালে। অ'চিক কষ্ট দিয়া বাবে নেয়া নাপাবলৈ কৈ ভাস্কৰ ঘৰলৈ উভতি আহিল। দিনজোৰা দুঃচিন্তাৰ অন্তত নিশা ভাত খাই ভাস্কৰ আৰু দীপা শুবলৈ গ'ল। মৌচুমীয়েও মাক-দেউতাকৰ সৈতে ভাত খাই নিজৰ কোঠাত শুই পৰিল। ভাস্কৰৰ পিছে টোপনি নাহিল।

"সেই ছোৱালীজনী যদি সঁচাকৈয়ে মৌচুমীৰ ভনীয়েক হয় কি হ'ব বাৰু?" ভাস্কৰে দীপাক সুধিলে।

"সেইবোৰ চিন্তা কৰিব নালাগে। তুমি শুই থাকা।' দীপাই ক'লে।

""ছোৱালীজনীক পুলিচে প্ৰকৃত অভিভাৱকৰ হাতত তুলি দিব পাৰিবনে? যদি তাই অকলশৰীয়া হয়?" ভাস্কৰে কৈ গ'ল।

"মিছাকৈয়ে তুমি এইবোৰ কিয় ভাবিছা। শুই থাকা।" দীপাই ক'লে।

"তাইক পুলিচে অনাথ আশ্ৰমত থ'বনেকি?" ভাস্কৰে পুনৰ প্ৰশ্ন কৰিলে।

"শুনা। এইবোৰ কথা তুমি নাভাবিবা। মৌচুমী আমাৰ ছোৱালী। তাইৰ কোনো ভনীয়েক নাই, কোনো ভায়েক নাই, তাইৰ মাক-দেউতাক তুমি আৰু মই। বাজে কথা নাভাবি এতিয়া শুই থাকা।" দীপাই ভাস্কৰৰ চুলিত হাত ফুৰাই দি কৈ গ'ল।

ভাস্কৰৰ কেতিয়া টোপনি আহিল সি ক'ব নোৱাৰিলে। সি যেতিয়া সাৰ পাই এণ্ডামুৰি ভাঙি বাৰান্দালৈ বাতৰিকাকতকেইখন চাবলৈ ওলাই আহে তেতিয়া মৌচুমীয়ে ট্ৰেক্‌চুট্‌যোৰ পিন্ধি জগিং কৰি বিনীতাহঁতৰ সৈতে উভতি আহিছে।○

---

*শ্ৰী গীতাৰ্থ পাঠক এগৰাকী প্ৰতিষ্ঠিত গল্পকাৰ। বিভিন্ন আলোচনী, বাতৰি কাকতত তেখেতৰ গল্প প্ৰকাশ হৈ আছে।*

# মালিনী

## অচ্যুতানন্দ ভট্টাচাৰ্য্য

দুপৰীয়া অনুপমাৰ চিলমিলকৈ টোপনি আহিছিল। সপ্তাহটোৰ ব্যস্ততাৰ পিছত এদিন বন্ধ পালে অনুপমাই অকণমান শুই ল'বলৈ বিচাৰে। ঘৰৰ কোনোবা এঠাইত কাঠত গজাল মৰাৰ শব্দ যেন শুনি তেওঁৰ টোপনি ভাঙি গ'ল। কোঠালিৰ ভিতৰত ল'ৰা-ছোৱালীকেইটাৰ ব্যস্ত অহাযোৱাৰ শব্দই অনুপমাক উৎকৰ্ণ কৰি তুলিলে। বনকৰা ছোৱালী গঙ্গাৰ ওপৰত অনুপমাৰ একো ভৰষা নাই। ল'ৰা-ছোৱালীহালক লৈ তাই কেতিয়া কি কৰি পেলায় ঠিকনা নাই। গঙ্গা অনুপমাৰ কাৰণে এক প্ৰকাৰ মূৰ কামোৰণিহে হৈছে।

গঙ্গাক অতনুই নিজৰ গাঁৱৰ ঘৰৰ পৰা লৈ আহিছিল ঘৰখনত গঙ্গাৰ প্ৰয়োজন নাই কাৰণেহে। বৃদ্ধা মাকৰ আলপৈচান ধৰাৰ কাৰণে গঙ্গাক অনা হৈছিল যদিও মাক অতনুৰ সৰু ভায়েক অনিৰ্ব্বানৰ লগত থকাকৈ গৈছিল হেতুকে গঙ্গা অতনুহঁতৰ গাঁৱৰ ঘৰখনত এটি হাড়মালহে হৈছিল। অতনু আৰু অনুপমা দুয়ো চাকৰি কৰে যদিও নিজৰ কাম নিজে কৰি লোৱাৰ অভ্যাস দুয়োৰে আছে। তথাপিও সৰু-সুৰা দুই-একোটা কাম কৰি দিব অথবা গঙ্গা দুখীয়া মাক-বাপেকৰ ঘৰলৈ ঘূৰি নোযোৱাকৈ থাকিব পাৰিব বুলিয়েই অতনুই গঙ্গাক লৈ আহিছিল।

গঙ্গাক তাইৰ সামৰ্থ্যৰ ভিতৰৰ কাম-কাজ কেইটা শিকাই-বুজাই লওঁতে অনুপমাৰ বেছ কিছু দিন লাগিছিল। দুখীয়া ঘৰত ওপজা ছোৱালী, অনুপমাৰ ঘৰখনৰ লগত মিলাকৈ কাম-কাজ কৰিবলৈ শিকোতে কিছু সময়টো লাগিবই। অনুপমাৰ কোনো বিৰক্তি নাই। বন্ধৰ দিনত অনুপমাৰ কাম-কাজ আৰু ব্যস্ততাৰ অন্ত নাই। ল'ৰা-ছোৱালীয়ে ইটো নাখাওঁ, সিটো নাখাওঁ, অতিথি-আলহীৰ ভিৰ, গিৰিহঁতৰ নানান ফৰমাইচ ইত্যাদিত অনুপমা পিষ্ট হৈ থাকে। ইয়াৰ মাজতে গঙ্গাই হুইছেল মৰাৰ পিছত প্ৰেছাৰ কুকাৰটো নমাই থোৱা, ধুই থৈ দিয়া কেৰাহীখনৰ তলীখন মছি ষ্টভৰ ওপৰত দিয়া, ফিল্টাৰৰ পৰা পানী আনি প্ৰথমে জগত ঢালি তাৰপিছত গিলাছত ঢলা কাম অতি সহজতে কৰি দিব

পাৰে। ইয়াতকৈ বেছি গঙ্গাই কৰিব পাৰিব বুলি অনুপমাৰ ধাৰণা নাই। অতনুৰো একেই। দোকানৰ পৰা তামোল দুটকাৰ অথবা চিগাৰেট এপেকেট আনি দিয়া আৰু টেবুলৰ পৰা বাতৰিকাকতখন আনি দিয়াতে গঙ্গাৰ কাম শেষ। পিছে গীতা আৰু ঋতুৰ কাৰণেহে গঙ্গাৰ বহুত কাম। গঙ্গা মোৰ পেঞ্চিল বক্স ক'ত? গঙ্গা টি. ভি.ৰ চুইচটো দে না। গঙ্গা মোৰ ইস্ত্রি কৰি থোৱা ইউনিফৰ্ম ক'ত? গীতা আৰু ঋতুৰ মাথোন হমওৱৰ্কহে গঙ্গাই কৰি দিব নালাগে। বাকী সকলোতে গঙ্গাৰ অবাধ দখল আৰু কৰ্তৃত্ব।

গীতা আৰু ঋতুৰ খেলৰ লগৰী হ'বলৈও গঙ্গাৰ বেছি দিন লগা নাছিল। অৱশ্যে গীতা আৰু ঋতু দুয়ো প্ৰথমতে গঙ্গাক জোকাইছিল। গঙ্গাই হ'লে সিহঁতক খং কৰা নাছিল। সিহঁত দুয়োৰ কথা-বাৰ্ত্তাত যেন গঙ্গা সম্মোহিত হৈ আছিল। সিদিনা ঋতুই গঙ্গাক সুধিলে— অই। তই চেছ খেলিব জান? গঙ্গাই চাগৈ চেছ শব্দটো ঋতুৰ মুখতহে প্ৰথম শুনিছিল। মুখৰ ফালে হাঁকৈ চাই থকা দেখি ঋতুই তাইক ধমক দি কৈ উঠিছিল— বেঙী। তই ক'ত জানিবি? গীতাই আকৌ গঙ্গাক কেৰম খেলিবলৈ লগ ধৰিছিল। পিছে চুটি-চাপৰ গঙ্গাই কেৰম বোৰ্ডখন ঢুকিকে নাপাইছিল। গঙ্গাক মাজত টানি দুয়ো ভাই-ভনীৰ মাজত কেতিয়াবা কাজিয়া লাগি গৈছিল। গঙ্গা ঘৰখনলৈ প্ৰথম অহাৰ দিনটো অনুপমাৰ কাৰণে মনত ৰাখিবলগীয়া আছিল। অতনুৰ লগত গঙ্গা আহি বাৰান্দাত উঠাৰ পিছতে গীতা আৰু ঋতুই গঙ্গাৰ ইন্টাৰভিউ লোৱা আৰম্ভ কৰি দিছিল। ঋতুই প্ৰথমতে সুধিছিল— অই। তোৰ ঘৰ গাঁৱত নহয় নে? জেলত ভৰাই থবলৈ অনা কয়দীৰ দৰে গঙ্গাই উত্তৰ দিছিল— ও। গীতাই ঋতুক ধমক দি উঠি কৈছিল— ৰহচোন। আগতে নামটোকে সুধি লওঁ। ভয় আৰু সঙ্কোচৰ মাজতে কিছু সাহস গোটাই গঙ্গাই লাহে লাহে তাইৰ নামটো উচ্চাৰণ কৰিছিল— গঙ্গা। নাম শুনি গীতা আৰু ঋতুৰ মুখত মিছিকি হাঁহি বিৰিঙি গৈছিল। ঋতুৰ দ্বিতীয় প্ৰশ্ন— অই। কছোন তোৰ ওপৰত কেইখন দলং আছে? ঋতুৰ প্ৰশ্ন শুনি গঙ্গাৰ সলনি অনুপমাৰহে বুকুখন ধান বনাদি বানিছিল। কল্পনাৰ চকুৰে তেওঁ দেখিবলৈ পাইছিল গঙ্গাৰ সামান্য দৰ্মহা কেইটাৰ কাৰণে তেওঁলোকৰ ঘৰৰ দুৱাৰমুখত এজন শীৰ্ণকায় চেহেৰাৰ আদহীয়া মানুহে হাতত মোনা এখন লৈ ৰৈ আছে। হিয়াৰ মাজত তেওঁৰ এদল বুভুক্ষ মানুহৰ কোলাহল। শৰীৰত তেওঁৰ শতচ্ছিন্ন মলিয়ন বস্ত্র। প্ৰশ্নবান কৰি আনন্দিত হোৱা ল'ৰা-ছোৱালীহাল, অতনু আৰু গঙ্গা আটাইকে মৃদু ধমকি দি ভিতৰলৈ লৈ গৈ অনুপমাই খোৱাৰ যোগাৰ কৰিছিল।

অনুপমাই ৰান্ধনী ঘৰৰ ওচৰৰ কোঠাটোতে গঙ্গাৰ শোৱাৰ কাৰণে বিছনাৰ ঠাই ঠিক কৰি দিছিল। আঠুৱা, লেপ, তুলি আদি সকলো অনুপমাই নিজে ঠিক কৰিছিল। মাজে-সময়ে গঙ্গাৰ কানি-কাপোৰ ৰ'দত দিয়া, ধুই লোৱা আদিবো অনুপমাই তদাৰক কৰিছিল। গঙ্গাই ভাত খোৱা দৃশ্যটোও অনুপমাৰ উপভোগ্য। গীতা আৰু ঋতুৰ ইটো নাখাওঁ, সিটো নাখাওঁৰ সলনি গঙ্গাই থালত একো এটা নৰখাকৈ গোটেইখিনি শেষ কৰি খোৱাৰ দৃশ্যটোৱে অনুপমাক অন্য এক আনন্দ দিয়ে। পিছে ইমান ভাল লগা কথাৰ পিছতো অনুপমাৰ কিছু অশান্তি আছে। গঙ্গাৰ মগজুটো একেবাৰে গোবৰেৰে ভৰ্ত্তি। কাম এটা ভালকৈ বুজাই দিয়াৰ পিছত কৰে গৈ অন্য এটা। হয়তো গঙ্গাই বুজি নাপায়, অথবা তাই লগে লগেই পাহৰি যায়। ৰাতিপুৱাতে অনুপমাই ৰন্ধা-বঢ়া কৰি সকলোকে খুৱাই-বুৱাই আজৰি কৰি অফিচলৈ যায়গৈ। দুপৰীয়া গীতা আৰু ঋতু স্কুলৰ পৰা অহাৰ পিছত সিহঁতক খোৱা বস্তুখিনি গঙ্গাই উলিয়াই দিব লাগে আৰু নিজেও খাব লাগে। কিন্তু গঙ্গাই সেইখিনি নকৰে। তাই গীতা আৰু ঋতু দুয়োকে লৈ দৌৰা-দৌৰি কৰি থাকে। কাৰ পেটত ভোক আছে কোনেও গম নাপায়। অনুপমাই আবেলি অফিচৰ পৰা ঘুৰি আহি সকলোকে খোৱা যতনাই দিব লাগে। গঙ্গাই কেতিয়াবা কাম কৰি থকাৰ মাজতে টোপনিয়ায়। কেইবাদিনো গঙ্গাই ষ্টোভৰ ওপৰত উতলি থকা গাখীৰ পুৰি শেষ কৰিলে। অনুপমাৰ সেইকাৰণে গঙ্গাৰ ওপৰত অকণো আস্থা নাই। তথাপিও গঙ্গা তেওঁৰ চেনেহৰ পাত্ৰ।

তন্দ্ৰালস অৱস্থাৰ পৰা অনুপমা জাগৃত হ'ল। ল'ৰা-ছোৱালীকেইটাৰ কৰ্ম্ম-কাণ্ডৰ বাবে শঙ্কিত হৈ তেওঁ বিছনাৰ পৰা নামি ড্ৰয়িং ৰুমৰ ফালে গ'ল। তাৰ পিছত চকু স্থিৰ কৰি তেওঁ যিটো দৃশ্য দেখিলে তাৰ সহজ ব্যাখ্যা তেওঁৰ ওচৰত নাই। গঙ্গাৰ নেতৃত্বত আটায়ে এটা মহান কলাৰ সৃষ্টিত মগ্ন। কুচন আঁতৰাই থোৱা চোফাৰ ওপৰত আছে গঙ্গা, হাতত লৈ থকা হাতুৰীটো গীতাই আগবঢ়াই দিছে গঙ্গাৰ ফালে। হাতত লৈ থকা গজালটো কাঠত লগাই দি গঙ্গাই অতি সাৱধানেৰে গজালৰ মূৰত কোব দিছে। অনুপমাই অনুমান কৰিলে এইমাত্ৰ মৰা গজালটো বোধহয় অন্য এঠাইত মাৰিছিল আৰু হয়তো কিবা ভুল হোৱাৰ কাৰণে গঁজালৰ স্থান সলনি হৈছে। এটা সময়ত গঁজালৰ মূৰত কেলেণ্ডাৰ এখন ওলমি গৈছে। কেলেণ্ডাৰৰ ছবিত এজনী ধুনীয়া কিশোৰীয়ে হাত এখন কপালৰ এঠাইত লগাই মোহনীয় ভঙ্গীমাৰে যেন কোনোবা দূৰণিৰ ঠাইলৈ চাই আছে। কেলেণ্ডাৰৰ কিশোৰীয়ে চাই থকাৰ ফালে চকু ঘুৰাই অনুপমাই চাই দেখিলে আনখন বেৰত আন এখন কেলেণ্ডাৰ। তাতো অন্য এক

অপূৰ্ব দৃষ্টি লৈ এজন সমবয়সৰ কিশোৰ বৈ আছে। কিশোৰৰ মুখত ধুনীয়া হাঁহি। চকুত উজ্জ্বল দিপ্তী। অনুপমাৰ চেতনাশক্তি যেন কিছু সময়ৰ কাৰণে লোপ পালে। অলপ পিছত তেওঁ চুপে-চাপে অতনুক লৈ আহিলগৈ। গীতা আৰু ঋতু চাটকৈ তাৰ পৰা অন্তৰ্ধান হ'ল। সকলো চুপ-চাপ। অনুপমা বা অতনু কাৰো মুখত ভাষা নাই। মাথোন গঙ্গাৰ চকুত উজ্জ্বল দিপ্তী, ওঠত ঈষৎ হাঁহিৰ ৰেশ।

অনুপমা আৰু অতনু কমৰ পৰা ওলাই যোৱাৰ পিছতো বিশ্ববিজয়িনীৰ গৌৰৱৰ আভা মুখত লৈ গঙ্গা চোফাৰ ওপৰতে থিয় হৈ আছিল। অনুপমাই বুজিলে গঙ্গা ডাঙৰ হ'ল, পিছে লগতে ভয়ো লাগিল আৰু অলপমান ডাঙৰ হ'লে গঙ্গাই বা আকৌ কি কৰে। ○

---

*শ্ৰীঅচ্যুতানন্দ ভট্টাচাৰ্য্য ছিলং মুকুল সংঘৰ প্ৰাক্তন সম্পাদক। চুটি গল্প লিখক। কেন্দ্ৰীয় চৰকাৰৰ এগৰাকী বিষয়া।*

# উভটি চাওঁ

## শীলভদ্র

মোৰ পৰিবাৰে আপত্তি কৰে।

"এনেকৈ ঘৰৰ ভিতৰত সোমাই থকা কিয়? এপাক ঘূৰি আহিবওতো পাৰা। তেনেকুৱা অথৰ্বতো হোৱা নাই। এই বৰপূজাৰী চাৰকে নোচোৱা কিয়? তোমাতকৈ কিমান ডাঙৰ। এতিয়াও দিল্লী-চিল্লী ঘূৰি ফুৰে।"

মোৰ সৰু ল'ৰাজনে ফোৰণ দিলে।

"অকলেই অহাযোৱা কৰে। কিয় নকৰিব? তেওঁ ৰাতিপুৱা আৰু গধূলি দুয়োবেলা নিয়ম কৰি ফ্লাইওভাৰেদি দুপাক দুপাক ঘূৰি আহে।"

ল'ৰাজনে পোনে পোনে নক'লেও তাৰ এই মন্তব্যৰ অৰ্থ হ'ল যে ময়ো সদাই এপাক-দুপাককৈ ঘূৰি আহিব লাগে। মই পিছে ঠিক ঘৰৰ ভিতৰতে সোমাই নাথাকো। মোৰ শৰীৰটো কোঠাৰ ভিতৰত সোমাই থাকিলেও মনটো মোৰ স্থান আৰু কালৰ বন্ধন নেওচি দুৰন্ত গতিত বিচৰণ কৰি থাকে। সময়ৰ কোনো অনুক্ৰম নাই। এই কাঠমাণ্ডুৰ এটা ৰেস্তোঁৰাত দুপৰীয়াৰ আহাৰ খাই শৰৎ শৰ্মাৰগত ধস্তা-ধস্তি কৰি আছো। মই কওঁ দুয়োটা পৰিয়ালৰ খোৱাৰ বিল মই দিম, শৰ্মাই কয় তেৱেঁই দিব। শেষ পৰ্যন্ত কোনে জিকিলে মোৰ এতিয়া ঠিক মনত নাই। বোধহয় শৰ্মাই জিকিলে। তেওঁ আৰু শ্ৰীমতী শৰ্মা ভ্ৰমণৰ ক্ষেত্ৰত অধিক পাৰদৰ্শী প্ৰতি বছৰেই তেওঁলোকে একোবাৰকৈ ফুৰিবলৈ ওলাই পৰে। ভাৰতৰ পূৰ্ব, পশ্চিম, উত্তৰ, দক্ষিণ একোৱেই প্ৰায় বাদ নাই। সেই হিচাবে আমাৰ ভ্ৰমণসূচী তেনেই সংক্ষিপ্ত। আগডোখৰত পইচা নাছিল।, পিছডোখৰত অকলে যোৱাৰ সাহসৰ অভাৱ। দূৰলৈ যাবলৈ হ'লে অইন কোনোবা পৰিয়ালৰ সহযাত্ৰী হিচাবেহে গৈছিলো। ৰত্ন বৰুৱা, বদন বৰুৱা আদি ঘনিষ্ঠ মানুহৰ লগতেই গৈছিলো। টিকট কটা, থকামিলাৰ ব্যৱস্থা কৰা, এই সকলোবোৰ দায়িত্ব তেওঁলোকৰ। কাঠমাণ্ডুলৈ গৈছিলো কণ্ডাক্টেড টুৰত। তেতিয়াই শৰ্মাক সহযাত্ৰী হিচাবে পাইছিলো। আগৰ বছৰ শৰ্মাহঁত অমৰনাথলৈ গৈছিল। কুণ্ডু কোম্পানিৰ পৰিচালিত ভ্ৰমণসূচী। খুব হেনো ভাল ব্যৱস্থা। মন্দিৰৰ পৰা ওলোৱাৰ লগে লগে গৰম চাহ। নেপাল ভ্ৰমণ কালতো শৰ্মাই স্বতঃসিদ্ধভাবে আমাৰ অভিভাৱকৰ ভূমিকা লৈছিল। কিমান আন্তৰিকতা। তাত সঁচাকৈ কৃত্ৰিমতা নাছিল। কিন্তু যাত্ৰাও শেষ সম্বন্ধও শেষ। মই আৰু শৰ্মা দুয়ো একেখন চহৰতে থাকো। পৰস্পৰৰ ঠিকনা জানো, ফোন নম্বৰ জানো। দহ

বছৰমানেই হ'ল আৰু পিছত কিন্তু যোগাযোগ হোৱা নাই। এনেকুৱাইতো সম্বন্ধবোৰ। কিছুমান কেইদিনমানৰ, কিছুমান কেইবছৰমানৰ আৰু কিছুমানহে দুই পুৰুষমানৰ। তাৰ পিছত সম্বন্ধত ভাই হয় নে ভতিজা হয় অংক কৰি উলিয়াব লাগে। এই চহৰতেই আমাৰ বংশৰ মানুহ আছে। সমৰ, নৃপেন, এওঁলোক বয়সীয়াল মানুহ। মোক আতা অৰ্থাৎ ককা বুলি মাতে। অৱশ্যে তাৰ পিছৰ প্ৰজন্মই সম্বন্ধ ঠিক ৰাখিব পৰা নাই। এই নাতিবোৰৰ ল'ৰাবোৰেও মোক আতা বুলিয়েই মাতে। অলপতে পৰিবাৰে চন'গ্ৰাফী কৰিবৰ কাৰণে এখন ক্লিনিকলৈ গৈছিল। তাত থকা ডেকা ডাক্তৰজনে তেওঁক সুধিলে যে তেওঁ ভূদেৱ আতাৰ আবু নেকি? পৰিবাৰে আগতে কেতিয়াবা তাক দেখিলেও পাহৰি গৈছিল। তেতিয়াহে ওলাল যে ডেকা ডাক্তৰজন সমৰৰ ল'ৰা। খুব যত্ন কৰি হেনো চালে, অলপ বয়সিয়াল ডাক্তৰ এজনকো মাতি আনিলে। তাকেই কৈছো। ঠিক বহি নাথাকো। মোক নিজকে ৰবীন্দ্ৰনাথৰ দৰে লাগে। "মন মোৰ মেঘেৰ সংগী, উড়ে চলে দিগ-দিগন্তেৰ পানে.......।" পিছে মোৰ মনৰ সীমা ইমান দিগন্তবিস্তৃত নহয়। চিন্তাবোৰে সংকীৰ্ণ গণ্ডীতেই পাক খাই ফুৰে। একো একোটা সূত্ৰ লৈ একো একোটা কথা মনত পৰে। সেই কথাৰ সূত্ৰ লৈ আৰু এটা বেলেগ কথা। হেৰাই যোৱা অনুভূতিবোৰ আকৌ পুনৰুজ্জিৱিত হৈ উঠে। মান, অপমান, আনন্দ আৰু বেদনা। আজি বহুদিন আগতে মোৰ এটা গল্পৰ ইংৰাজী অনুবাদ এখন সম্ভ্ৰান্ত আলোচনীত প্ৰকাশ পাইছিল। তেতিয়া গল্পটো পঢ়ি ভাল পাই পশ্চিম বঙ্গৰ হুগলিৰ ননী সুৰ বোলা মানুহ এজনে আলোচনীখনৰ পৰা মোৰ ঠিকনা সংগ্ৰহ কৰি মোলৈ এখন চিঠি লিখিলে। লাহে লাহে এই চিঠিৰ জৰিয়তে আমাৰ মাজত এক আন্তৰিকতাপূৰ্ণ সম্বন্ধ গঢ়ি উঠিল। মোৰ চিঠি লিখাৰ অভ্যাস বিশেষ নাই। মই উত্তৰ দিয়াত পলম কৰিলে তেওঁ অভিযোগ কৰিবলৈ ল'লে। চিঠিৰ পৰা বুজিব পাৰি যে মানুহজনৰ অধ্যয়নৰ পৰিধি বিশাল আৰু তেওঁ এজন সংবেদনশীল মানুহ। তাৰ পিছত হঠাতে ননী সুৰৰ চিঠি বন্ধ হ'ল। মই দুখনমান চিঠি দিয়ো কোনো উত্তৰ পোৱা নাছিলো। দহ বছৰমানেই হ'ল। আজি পুৰণি নোটবুকত তেওঁৰ নাম ঠিকনা পালো। একো কাম নাই। ভাবিলো ননী সুৰকেই এখন চিঠি লিখো। তেওঁ আচৰিত হৈ যাব। নাই, নিলিখো। মানুহজন বা আছে নে নাই। মৃত্যুৰ দহবছৰমান পিছত মৃত মানুহজনৰ নামত অজ্ঞাত মানুহ এজনে লিখা চিঠি পাই ঘৰৰ মানুহবোৰে কি ভাবিব? বঙালী গান এটাৰ কথা মনত পৰিছে। "যাহা ৰহিল পিছে, ফিৰে চেওনা তাৰে।" তথাপিও উভতি নাচাই নোৱাৰো। ○

---

*শীলভদ্ৰ এগৰাকী প্ৰখ্যাত উপন্যাসিক ও গল্প লিখক।*

# এনট্ৰ'পি আৰু ক্ষণভংগুৰতা

ৰীতা বসুমতাৰী

এযোৰ তাচত ৫২ খন তাচ থাকে। প্ৰতিটো ৰঙত ১৩ খনকৈ কাৰ্ডেৰে তাচযোৰত মুঠ চাৰিটা ৰং থাকে। ৰং অনুসৰি কাৰ্ডবোৰ সজালে চাৰি ভাগত বিভক্ত সু-শৃংখল তাচ এযোৰ পোৱা যায়। এতিয়া তাচযোৰ এবাৰ চাফল (shuffle) কৰা যাওক। তাৰ পিছত দেখিব বিভিন্ন ৰঙৰ কাৰ্ডবোৰ মিহলি হৈ গৈছে। এইটো তাচবোৰৰ এক বিশৃংখল অৱস্থা। আৰু চাফল কৰি গৈ থাকিলে তাচযোৰৰ বিভিন্ন বিশৃংখল অৱস্থা পোৱা যাব। কিন্তু, চাফল কৰি গৈ থকাৰ পৰিণাম স্বৰূপে তাচযোৰে মূল সুশৃংখল অৱস্থা পুনৰাই লাভ কৰাটো সম্ভাৱনা নিচেই কম। বা তেনে সম্ভাৱনা অনাৰ উপাই হ'ল— বিভিন্ন ৰঙৰ কাৰ্ডবোৰ হাতেৰে বাছি বাছি একেলগ কৰা য'ত শক্তিৰ খৰছ নিশ্চিত। তেনেকৈ আৰু অনেক উদাহৰণ আছে। য'ত শৃংখল অৱস্থা নষ্ট হ'লে আপোনা-আপুনি পুনৰায় মূল ৰূপত উভতি নাহে। যেনে— এটা বস্তাত আছে বগা বালি আৰু আন এটা বস্তাত আছে ক'লা বালি। আন এটা বস্তাত যদি এই দুই ভিন্ন ৰঙৰ বালিক মিহলাই জোকাৰি থকা যায়। তেন্তে জোকাৰণিৰ ফলত মিশ্ৰণটো অধিকৰ পৰা অধিকতৰ সুষম হ'ব আৰু মটিয়া ৰূপ ল'ব। কিন্তু জোকাৰণিৰ ফলত আপোনা-আপুনি কোনো কালেও বিশুদ্ধ ৰূপত পোৱা নাযাব। আৰু এটা উদাহৰণ দিছো। দুটা বাচন আছে — এটাত আছে গৰম পানী আন এটাত আছে ঠাণ্ডা। দুই ভিন্ন উষ্ণতাৰ পানী আন এটা বাচনত মিহলালে কুহুমীয়া পানী পোৱা যাব। এই কুহুমীয়া পানীৰ পৰা কোনো কালেও আপোনা-আপুনি ঠাণ্ডা আৰু গৰম পানী বেলেগ হৈ নাযায়। আৰু চাওক — আপোনাৰ ঘৰ, মজিয়া, বিচনা, পঢ়া মেজ আদি সময়ৰ সোঁতত আপোনা-আপুনি অপৰিষ্কাৰ নাইবা নষ্ট শৃংখলৰ পৰা কোনো কালেও আপোনা-আপুনি পৰিষ্কাৰৰফালে গতি নকৰে। তেনেকৈ যদি প্ৰাকৃতিক আচৰণসমূহলৈ লক্ষ্য কৰো তেন্তে আমি এটা সিদ্ধান্তত উপনীত হ'ব পাৰো ঃ আমাৰ পদাৰ্থজগত — ক্ষণভংগুৰ। Things always tends to go wrong. ইয়াৰ ওপৰত ভিত্তি কৰিয়েই মাৰ্ফিয়ে কৈছিল— বস্তুবোৰ সদায় নষ্টপ্ৰৱণ। নাইবা শক্তিৰ ৰূপান্তৰ বৃদ্ধি হৈ গৈ থাকে।

আৰু যিহেতু ই বিশৃংখলতা বৃদ্ধিৰ লগত জৰিত, গতিকে এণ্ট্ৰপিক বিশৃংখলতাৰ মাপকাঠি বুলিব পাৰি। এই সূত্ৰ অনুসৰি ব্যৱহাৰোপযোগী যান্ত্ৰিক শক্তি ব্যৱহৃত হৈ তাপ শক্তি, ঘৰ্ষণ শক্তি আদিলৈ ৰূপান্তৰিত হয়। ফলস্বৰূপে যান্ত্ৰিক শক্তি অবিৰামভাবে কমি গৈ থাকে। আৰু ইতিমধ্যে হেৰাই যোৱা যান্ত্ৰিক শক্তিক পুনৰায় উদ্ধাৰ কৰা সম্ভৱ নহয়। অৰ্থাৎ, তাপগতি বিজ্ঞানৰ দ্বিতীয় সূত্ৰৰ ক্ৰিয়া সদায় একমুখী। এই সূত্ৰৰ আবিষ্কাৰৰ ফলস্বৰূপে 'সময়ে' সদায় ভৱিষ্যতৰ ফালেহে গতি কৰাৰ কথাও সাব্যস্ত হ'ল।

গীতাত কৃষ্ণই কৈছে— মানুহ কৰ্মৰ দাস। কৰ্মত যুক্ত নাথাকিলে এই বিশ্বখন অনতিপলমে ধ্বংসৰ মুখত পতিত হ'ব। গীতাৰ এই উক্তিটোক বৈজ্ঞানিক দৃষ্টিভংগিৰে আন ধৰণেও ক'ব পাৰি ঃ মানুহ তাপগতি বিজ্ঞানৰ দ্বিতীয় সূত্ৰৰ দাস। আমাৰ প্ৰতিটো খোজতে তাপগতি-বিজ্ঞানৰ দ্বিতীয় সূত্ৰ নিয়োজিত কৰা আছে যাৰ প্ৰভাৱত আমাৰ চৌদিশৰ বস্তু নষ্ট হোৱাৰ প্ৰৱণতাও আছে (Thing Always tends go to wrong!)। এই নষ্ট হ'ব খোজা প্ৰৱণতাকে বাধা দি right ৰাখিবলৈ হ'লে আমি অবিৰাম কৰ্মত যুক্ত হ'বই লাগিব। উদাহৰণ স্বৰূপে আপোনাৰ ঘৰখনৰ কথাকেই ধৰক। তাতেই দেখিব আপুনি বস্তুবোৰৰ নষ্ট প্ৰৱণতা। ৰাতিপুৱা শুই উঠিয়েই আপুনি মজিয়া, বিছনা, চকি, মেজ, ইত্যাদি পৰিষ্কাৰ কৰিছিল। এইবোৰ আপোনা-আপুনি পৰিষ্কাৰ হৈ থাকিলে কেতিয়াও আপুনি এইবোৰৰ বাবে কৰ্মত জড়িত হ'ব নালাগিলেহেঁতেন। কিন্তু আপুনি অনুভৱ কৰে আপুনি মানুহ, আপুনি পৰিষ্কাৰ পৰিচন্নভাৱে থাকিব বিচাৰে। গতিকে আপুনি কৰ্মৰ দাস স্বীকাৰ কৰি নিতৌ এইবোৰ পৰিষ্কাৰ কৰাৰ কামেৰেই জীৱন আৰম্ভ কৰিব লাগিব। তেনেকৈ আপোনাৰ জীৱনটো হাজাৰ হাজাৰ নষ্টপ্ৰৱণ বস্তুবোৰৰ লগত জড়িত যাৰ ফলত আপুনি জীৱনভৰ কৰ্মৰ দাসত্ব স্বীকাৰ কৰিবই লাগিব। এই সত্যক যিয়ে অস্বীকাৰ কৰি কৰ্মৰ পৰা পলায়ন কৰি ফুৰে তেওঁ হয়তো ইহ সংসাৰত নিকৃষ্ট জীৱন ভোগ কৰি জীয়াই থাকিব লাগিব, নহয়— ইহ সংসাৰৰ পৰা সোনকালে বিদায় মাগিব লাগিব। তাপ গতি বিজ্ঞানৰ সূত্ৰই আমাক আজীৱন কৰ্ম্মৰ দাসত্ব স্বীকাৰ কৰিবলৈ কোৱাৰ উপৰিও ভুল কৰা আৰু পাহৰণিৰ পৰা বিৰত থাকিবলৈও কয়। ভুল আৰু পাহৰণিৰ বাবে আমি জীৱনত কিমান যে অনুশোচনা কৰিবলগীয়া হৈছো এই কথা নতুনকৈ উনুকিয়াই দিয়া নিস্প্ৰয়োজন। তাচযোৰৰ বিশৃংখলতাৰ কথাকেই ধৰক। এণ্ট্ৰপিৰ প্ৰভাৱত তাচযোৰ এবাৰ চাফল কৰাৰ পিছত কেতিয়াও সৌভাগ্যক্ৰমে ৰং অনুসৰি পাতবোৰ একেলগে পোৱা নাযাব। বা

তেনে আশা অতি ক্ষীণ। কিন্তু খেলৰ প্ৰয়োজনত তাচযোৰৰ পাতবোৰ ৰং অনুসৰি বিভক্ত কৰিব লাগে, তেন্তে একমাত্ৰ বিকল্প হ'ল বাহ্যিক শক্তি প্ৰয়োগ কৰি পাতবোৰ এটা এটাকৈ বাছি উলিওৱা। গতিকে, এটা নষ্ট প্ৰক্ৰিয়াক পুনৰ ইয়াৰ আদিম অৱস্থাত আনিবলৈ হ'লে বাহ্যিক শক্তি নিশ্চয়কৈ প্ৰয়োগ কৰিব লাগিব। কিন্তু, ক'লা বালি আৰু বগা বালি মিহলাই দিয়াৰ দৰে যদি আপোনাৰ জীৱনত ভুল হৈ যায়! তেন্তে শক্তিয়ে কলা বালি আৰু বগা বালি পৃথক কৰাত আপোনাক কিমান সহায় কৰিব? জীৱনৰ বাকী সময়চোৱাত ভক্ষণ খাদ্যৰ শক্তিয়ে এই কাম সমাধান কৰাৰ বাবে পৰ্য্যাপ্ত নহ'বও পাৰে। পৰীক্ষা হলত কৰি অহা সামান্য ভুলেই হয়তো কাৰোবাৰ ছাত্ৰ জীৱনৰ এটা বছৰ সময় খৰচ কৰিব পাৰে। তেনেকৈ কাৰোবাৰ জীৱনত পাহৰণিৰ বাবে দিবলগীয়া হোৱা খৰচো আকাশলংঘা হ'ব পাৰে। কুহুমীয়া পানীৰ পৰা ঠাণ্ডা আৰু গৰম পানী পৃথক কৰিব নোৱাৰাৰ নিচিনাকৈ কিছুমান ভুলৰ শুধৰণী কোনো শক্তিৰ বিনিময়তো সম্ভৱ নহবও পাৰে। যেনে বাক্যবাণ যাৰ ফলত মিত্ৰও আজীৱন শত্ৰু হ'ব পাৰে। গতিকে তাপগতিবিজ্ঞানৰ দ্বিতীয় সূত্ৰৰ প্ৰকৃতিক লক্ষ্য ৰাখি আমি জীৱনত ভুল আৰু পাহৰণিৰ পৰা অত্যন্ত সাৱধান হোৱা উচিত। ❍

---

*শ্ৰীমতী ৰীতা বসুমতাৰী এগৰাকী সুগৃহিণী। লিখা-মেলাত চৰ্চা আছে।*

# নীলা ৰং

## শেৱালী গোস্বামী

ঘৰখনৰ সকলোৰে লৰালৰি, ৰাতিপুৱা ঘৰখনৰ পৰা ওলাই যোৱাটো সকলোৰে বাবে সমস্যা। ল'ৰা-ছোৱালী দুটাক খুৱাই-বুৱাই সিহঁতৰ টিফিন বান্ধি দি স্কুললৈ পঠাই, বৰুৱাক অফিচলৈ পঠাই অনুপমাক কৈ পঠাইছে গাড়ীখন সোনাকালে পঠাই দিবলৈ। তাইৰ কামখিনি শেষ কৰি ল'ৰাটোক দিহা-পৰামৰ্শ দি কাপোৰসাজ পিন্ধে মানে মাক ও বায়েক পাবহি, আৰু সিহঁত আটায়ে যাব বৰঝাৰলৈ।

আজি ডাক্তৰ প্ৰশান্ত বৰুৱা আহি পাবহি, সপৰিয়ালে বিলাতৰ পৰা। পোন্ধৰ বছৰ বিলাতত থাকি বৰুৱাই গুচি অহাৰ সিদ্ধান্ত ল'লে। বিদেশত দ্বিতীয় শ্ৰেণীৰ বাসিন্দা হৈ আৰু কিমান থাকিব। বয়স থাকোতেই নিজৰ দেশত থিতাপী লগাতো ভাল। ছোৱালী দুজনীক ভাৰতীয় সভ্যতা, আচাৰ, নিয়ম-নীতি শিকোৱাৰটো এইটোৱেই বয়স। চাৰিওদিশ ভাবিচিন্তি বৰুৱাই এই ব্যৱস্থা ল'লে। গাঁৱত থকা বুঢ়ী মাকে ভালেই পাইছে। বহু বছৰৰ মূৰত সৰু পুতেকক লগত পাব।

গুৱাহাটী নগৰীত নিজৰ ঘৰ এটা নাই যদিও, আহিছে যেতিয়া সাজি ল'ব পাৰিব। বৰ্ত্তমান পৰিবাৰৰ ঘৰত কেইদিনমান থাকি গাঁৱৰ ঘৰত মাকৰ লগত থকাৰ কথা অহাৰ আগতে চিঠিৰে জনাইছে। পৰিবাৰ নমিতা গুৱাহাটীৰ ছোৱালী। দেউতাকে আটাইকেইটা ল'ৰা-ছোৱালী লগত লৈ আনন্দত থাকিব পৰাকৈ সজা ঘৰত বৰ্ত্তমান মাক ও সৰু ভায়েক থাকে।

গুৱাহাটীত ঘৰ এখন নোহোৱালৈকে বস্তু-বাহানীবোৰ লৈ নন্দিতা তাতে থাকিব বুলি ঠিক কৰিছে।

একেবাৰে বিদায় লৈ অহা বাবে বিদেশৰ পৰা বেছ কিছুমান বস্তু লৈ আহিছে। ডাক্তৰৰ নিজৰ প্ৰায় সকলোখিনি ও ঘৰখনত বিশেষকৈ পাকঘৰৰ কামত অহা বস্তুবোৰ জাহাজেৰে আহিব। গতিকে থিতাপি লওঁতে সময় লাগিব।

সময়তকৈ আগতে বৰঝাৰ পাই প্ৰথমেই লগ পালে অচ্যুৎ শৰ্ম্মাক অফিচৰ পৰা বাহিৰে বাহিৰে গৈ বৈ আছে ভায়েকক লগ পাবলৈ।

ঠিক সময়ত উৰাজাহাজ নামিল। উৎসুক হৈ সকলোৱে আয়নাৰে যাত্ৰীসকললৈ চকু দিলে।

বহু ধৰণৰ মানুহ হাতত বেগ লৈ নামি আহিল। বহু দেৰিকৈ শেষৰ ফালে নামি আহিল ডাক্তৰ বৰুৱা সপৰিয়ালে। দুই কন্যা, পৰিবাৰ আৰু বৰুৱা। পৰিৰ দৰে দুটা বগা ফ্ৰক পিন্ধা সুন্দৰ স্বাস্থ্যৰ উজ্জ্বল বৰণৰ ৰঙা-বগা গালেৰে নামি আহিল প্ৰথমে দুই কন্যা।

আকৌ নীলা ৰঙৰ পাৰী, হাত কটা ব্লাউজ, হাতত এটা বেগ লৈ নন্দিতা ও নীলা কামিজ ও চাই ৰঙৰ পেণ্ট, দুবাহুত দুটা বেগ, হাতত দুটা বেগ, সেয়া ডাক্তৰ বৰুৱা। কি সুন্দৰ স্বাস্থ্য। কি উজ্জ্বল ৰঙ, কেনেকুৱা আনন্দ, কি পোছাক-পাতি। হাতত থকা বস্তু সকলোবোৰ চকুত পৰাকৈ জিলিকি উঠিল।

নন্দিতাৰ ভনীজোঁৱায়েকো ইয়াতে ডাক্তৰ, কিন্তু তেওঁৰ মুখততো সেই উজ্জ্বলতা নাই। তেওঁৰ মুখত সদায় কষ্টৰ আৰু চিন্তাৰ ছায়া।

বোধহয় আমাৰ জলবায়ুৱে আমাক এটা সুন্দৰ স্বাস্থ্যৰ জীৱন লৈ জীয়াই থাকিবলৈ নিদিয়ে। বা আমি শৰীৰটোক প্ৰয়োজনতকৈ বেছিকৈ কষ্ট দিওঁ বা আমি প্ৰয়োজনতকৈ বেছিকৈ খাওঁ।

এবাৰ এগৰাকী খাদ্য বিষয়ায়ো কৈছিলে, "তহঁতৰ গাঁৱৰ মানুহে মাছ, মাংস, কণী, শাক-পাচলি সকলোবোৰ খায় কিন্তু মুখত উজ্জ্বলতা নাই কিয় জাননে? তহঁতে খাৰ বেছিকৈ খাৱ, যিয়ে খাদ্যত থকা বহুমুলীয়া খাদ্যদ্ৰব্যবোৰ মাৰি পেলায়।" কথাতো সঁচা হ'বও পাৰে। মই কিন্তু বৰ এটা গুৰুত্ব নিদিলো। কাৰণ মায়ে নামঘৰৰ পৰা অনা বুট-মুগ কেইটাৰ পাছদিনা দুপৰীয়া খাৰৰ তৰকাৰী বনাই বৰ তৃপ্তিৰে মই ভাতকেইটা খাওঁ। আমি খাৰ পালেতো কথাই নাই।

সকলোখিনি বস্তু-বাহানী গোটাই লৈ ওলাই আহোঁতে বেছ সময় লাগিল। কোন ক'ত বহিব সেই লৈ এখন হাঁহাকাৰ হ'ল আৰু গোটেই বাটতো নন্দিতাই কৈ গ'ল অনৰ্গল কথা।

এই নন্দিতাক লৈ মাকৰ কম চিন্তা নাছিল। মিঠা বৰণীয়া নন্দিতা দেখিবলৈ ভাল নাছিল। বিশেষকৈ সন্মুখলৈ ওলোৱা আগৰ দাঁত দুটাই তাইৰ গোটেইখিনি গুণ ঢাকি পেলাইছিল। হঠাতে বৰুৱা আহিল বিলাতৰ পৰা বিয়া কৰাবলৈ। প্ৰস্তাৱ লৈ আহিল বৰুৱাৰ বন্ধু অমিত বৰুৱাই। আৰু ছোৱালী নোচোৱাকৈ বিয়া কৰাই বৰুৱাই নন্দিতাক লৈ ঘুৰি গ'ল বিলাতলৈ। তাৰ পিছত আৰু নন্দিতাৰ আৰু ঘুৰি চাবৰ সময় নাছিল। পৰিপূৰ্ণ সুখৰ সংসাৰ এখন লৈ আজি

ঘুৰি আহিছে। সু-চৰিত্ৰৰ মৰম-ভালপোৱাৰে আৱৰা এজন মানুহ ডাক্তৰ বৰুৱা। কোনো কথাতে আক্ষেপ কৰিব লগীয়া নাই বৰুৱাক লৈ। ছোৱালী দুজনী পঢ়া-শুনাত চোকা। বাপেকৰ নয়নৰ মণি। দুয়োজনীৰ ইচ্ছা ডাক্তৰ হ'ব। দেউতাকৰ নিচিনা টেনিচ চেম্পিয়ন হ'ব। বৰুৱাই নিজেই সিহঁতৰ পঢ়া-শুনা চাই দিয়ে। বাটে বাটে কৈ গৈছে গাঁৱৰ ঘৰলৈ যোৱাৰ আগতে স্কুললৈ গৈ দুয়োজনীকে ভৰ্ত্তি কৰাব নতুন স্কুলত।

এসপ্তাহ ব্যস্ততাৰে কটাই বৰুৱা যাবলৈ ওলালে গাঁৱলৈ।

যোৱাৰ আগতে দুই কন্যাই হাঁচিয়াবলৈ আৰম্ভ কৰিলে। বৰ ককায়েকে ক'লে দুয়োজনীক গাঁৱলৈ নি ঘৰ সাৰিব লগাবি। বৰষুণত তিতিব দিবি। ধুলি-মাকতিত এৰি দিবি। নহ'লে আকৌ নি থৈ আহিব লাগিব বিলাতত। ঘৰৰ ভিতৰত বন্ধ কৰি নথবি।

নাতিনী দেখি মাকৰ চকুপানী ওলাই গ'ল। আৰু পাছদিনাই নামঘৰলৈ লৈ যোৱাৰ প্ৰস্তাৱ দিলে। পাছদিনা বৰুৱা ওলাই গ'ল খুৰা, পেহা ও বাল্য বন্ধু-বান্ধবক লগ পাবলৈ। আইতাক ওলাই গ'ল নামঘৰলৈ নাতিনীক লৈ।

নন্দিতাৰ জিৰাবৰ মন গ'ল। পাৰ মাংস, দৈ, দাইল, ভাজি কিমান কি যে খালে ঠিক নাই।

নন্দিতা বিচনাখনলৈ গৈ দীঘল দিলে। চকুত পৰিল সন্মুখত থকা আলমাৰিটোলৈ। অসমীয়া কাগজবোৰৰ ৰংবোৰ হালধীয়া হৈ গৈছে। কিমান দিন যে চাফা কৰা নাই। "নাই অলপীয়াকৈ ঠিক কৰা যাওক।" নন্দিতাই উঠি আহি আলমাৰীটোত হাত দিলে। এখন পুৰণা এড়ি, পুৰণা মেখেলা-চাদৰ, গামোছা. বিচনা চাদৰ সকলোখিনি উলিয়াই তাই নতুন কাগজ পাৰি আকৌ ভৰাই থলে। এইবাৰ তাই থিয় হৈ ওপৰৰ খাপতো চাফা কৰিবলৈ ললে। এটা শঙ্খ, এখন বটা, এটা মাটিৰ হাতী, এখন কীৰ্ত্তন আৰু কিছুমান সৰু-সুৰা সজোৱা বস্তুৰে খাপটো ভৰ্ত্তি। কোনোবাই মৰমেৰে অনা বস্তুবোৰেৰে বহু বছৰৰ পৰা জমা হৈ আছে। তাই কাগজখন টান মাৰি আনিলে। কাগজৰ তলৰ পৰা কিছুমান চিঠি ওলাই পৰিল। সিহঁতৰ বিয়াৰ চিঠি। এখন পোষ্টকাৰ্ড, এটা পুৰণা টকা আৰু এখনি নীলা ইনলেণ্ড। কিমান যে পুৰণা। পোষ্টকাৰ্ড এখন পঢ়ি তাই বৰ আনন্দ পালে। কোনোবা শুভাকাঙ্খীয়ে গুৱাহাটীৰ পৰা লিখিছে। "ছোৱালীজনী মই বৰ ভালকৈ চিনি পাওঁ, বৰ ভাল ছোৱালী। সি সুখী হ'ব।" তাইৰ বৰ ভাল লাগিল। কত আপোন মানুহে তাইৰ দাঁত দুটা উজলা বুলি তাইৰ কেইবাখনো বিয়া ভঙাৰ কথা তাইৰ এতিয়াও মনত আছে। এইজন শুভাকাঙ্খী? এইবাৰ

তাই নীলা ৰঙৰ চিঠিখন খুলি নিশ্চয় আন এজন শুভাকাঙ্খী হ'ব।

শ্ৰদ্ধাস্পদেষু,

আপুনি যাবলৈ ওলোৱা খবৰটো পাই চিঠিখন লেখিলো। আপুনি কিয় মোক এনেকুৱা পৰিবেশত এৰি যাব ওলাল? আপুনি ভালকৈ জানে মোৰ গা ভাল নহয়। মই কি কৰিম আপুনি যোৱাৰ আগতে মোক জনাই গ'লে ভাল পাম। ইতি—

'ৰুমি'

চিঠিখন পঢ়ি নন্দিতাই ইফালে-সিফালে চালে। আকৌ এবাৰ পঢ়িলে। তাইৰ হাত দুখ কপিঁব ধৰিলে। ওচৰতে থকা শাহুৱেকৰ বিছনাত তাই বহি পৰিল। চিঠিখনৰ সত্যতা কিমান। কোন এই ৰুমী। যদি সঁচা হয় এনেকৈ পেলাই থব নে?

ইমান বছৰৰ মূৰত তাই এই চিঠিখন বৰুৱাক দেখুৱাই ছোৱালী দুজনীৰ সন্মুখত সৰু কৰিব সাহস নহ'ল। কোন এই ৰুমী? চিঠিখন দি চাব নেকি? নাই নাই। তাইয়ো নিশ্চয় কোনোবা এখন চহৰৰ কোনোবা এজন সভ্য নাগৰিকৰ লগত সুন্দৰ সংসাৰ কৰি আনন্দৰে জীয়াই আছে। নন্দিতাৰ কোনো হাত নাই তাইৰ সংসাৰখন জ্বলাবলৈ। তাই চিঠিখন টুকুৰা-টুকুৰকৈ ফালি পেলালে। ইমান সোনকালে সকলোবোৰ মোছ খাই যাব। তাই আকৌ টুকুৰাবোৰ তুলি আনিলে। টুকুৰাবোৰ হাতত লৈ তাই বিয়াৰ পিছত এই আজি প্ৰথম কান্দিলে। চকুৰ পানীয়ে হাতৰ তলুৱাত থকা চিঠিখনৰ নীলা আখৰবোৰ ধুৱাই নিলে। বহু সময় হাত দুখন মোহাৰি মোহাৰি নীলা চিঠিখন এটা লাৰু কৰি পেলালে। নীলা ৰঙটোৰ প্ৰতি তাইৰ বৰ দুৰ্ব্বলতা সৰুৰে পৰা। তাইৰ মতে নীলা ৰঙৰ নিচিনা শীতল মনত শান্তি দিব পৰা একো ৰঙেই হ'ব নোৱাৰে। তাই নীলা ৰঙৰ লাৰুটো লৈ পাকঘৰৰ ফালে আগুৱাই গ'ল। জ্বলি থকা জুইকুৰাত তাই লাৰুটো দলি মাৰি দিলে। কলা ধোঁৱা আৰু ৰঙা জুয়ে লাৰুটো আৱৰি ধৰিলে। নন্দিতাই চাই থাকিল। জুইত পুৰি শেষ হৈ যোৱা নীলা পৱিত্ৰ ৰংটোলৈ। ○

---

*শ্ৰীমতী শেৱালী গোস্বামী এগৰাকী গল্প লেখিকা। বিভিন্ন কাকতত লেখা সিঁচৰিত হৈ আছে।*

# একাজলি শান্তিৰ বাবে

যশোবন্ত চক্ৰবৰ্ত্তী

টেলিফোনটো বাজি উঠাৰ খন্তেক পিছতে তুলি ল'লে শান্তনুৱে। ফোনত দীঘল, দীঘলকৈ বাজি থকা ৰিং কেইটা শুনিয়েই শান্তনুৱে বুজিব পাৰিছিল যে দুৰৰ পৰা অহা এছ. টি. ডি. কলেই হ'ব। ৰিচিভাৰটো তুলিয়েই শান্তনুৱে শুনা পালে দুটি শব্দ— 'কৃষ্ণ প্ৰভু'! লগে লগে প্ৰভুৰ নাম লৈ পেলালে শান্তনুৱেও। সিদ্ধাৰ্থ দত্তৰ ফোন ডিব্ৰুগড়ৰ পৰা। অসমৰ সাম্প্ৰতিক পৰিস্থিতিৰ ওপৰত কিছু তথ্য দিছিল। অলপতে আত্মসমৰ্পণ কৰা উগ্ৰপন্থীকেইজনৰ কথাৰে ফোন কৰিছিল। ফোনত হোৱা আলোচনাৰ পিছত খন্তেক মৌনতাৰে চিন্তা কৰিলে শান্তনুৱে। হঠাৎ নীলিমাৰ মাততহে তন্দ্ৰা ভাঙিল শান্তনুৰ। শুনিছা। কফি একাপ খাবা নেকি? নীলিমাই সুধিলে। সন্ধিয়া পৰত কফি একাপৰ প্ৰয়োজন আছিল শান্তনুৰ। গতিকে নোখোৱাৰ প্ৰশ্নই নুঠে। সেয়ে মূৰ দুপিয়াই সন্মতি জনালে শান্তনুৱে— দিয়া বেগেতে। নীলিমাই দুকাপ কফি আনি একাপ শান্তনুৰ হাতত দি একাপ নিজে লৈ হেলনীয়া চকিখনত বহি পৰিল।

কফিত শোহা মাৰি শান্তনুৱে ক'বলৈ ধৰিলে— কি যে হ'ব এই দেশখনত। জাতিগত সংঘৰ্ষ, পৃথক ৰাজ্যৰ দাবীত সংঘৰ্ষ, ধৰ্ষণ, কাৰোবাৰ লাখপতি স্বামী সন্ধানহীন, শিশু হত্যা, 'কিড্‌নেপ', টকা ডিমাণ্ড আৰু ক'ত কি। ৰেল লাইনত বোমা, বজাৰত বোমা, নিৰীহ জনগণৰ ওপৰত গুলীচালনা, লুণ্ঠন। দেশখন এক বিৰাট সংকটৰ মাজেৰে অগ্ৰসৰ হৈছে। পৰিত্ৰাণ নাই কাৰো। আমাৰ নাছিলনো কি? সুজলা-সুফলা শস্যশ্যামলা এইখন দেশত। এসময়ত একোৰেই অভাৱ নাছিল। সৰুতেই পঢ়িছিলো এটি কবিতা "আমাৰ গাওঁ", নিভাঁজ অসমৰ গাঁৱৰ বৰ্ণনা। কিন্তু আজি আমি কি পাইছো—কি দেখিছো।

আজিকালি বাতৰিকাকতৰ শিৰোণামাত হিংসাত্মক ঘটনা, চুৰি, ডকাইতি, হত্যা, লুণ্ঠন আদিয়েই প্ৰাধান্য পাই আহিছে। ইয়াৰ বাহিৰে অন্য এক আকৰ্ষণীয় বাতৰি হ'ল বন্ধ। মানে, তলা বন্ধ, চকা বন্ধ, ১২ ঘণ্টীয়া অসম বন্ধ, ২৪ ঘণ্টীয়া বন্ধ। আজি এক সংগঠনে বন্ধ দিলে কালি অন্য এক সংগঠনে বন্ধ দিব। এইয়া আমাৰ সামাজিক চিত্ৰ, এইয়াই আমাৰ সভ্যতা। এই বন্ধবোৰত

কাৰ কি দুৰ্গতি তালৈ কাৰো ভ্ৰূক্ষেপেই নাই।

সন্মুখত পৰি থকা বাতৰিকাকতখনৰ দ্বিতীয় স্তম্ভত প্ৰকাশ পোৱা বাতৰি এটালৈ দৃষ্টি আকৰ্ষিত হ'ল শান্তনুৰ। অসমত অনা-অসমীয়া মানুহক গুলীয়াই হত্যা— মুখ্যমন্ত্ৰী চিন্তিত। সৰ্ব্বদলীয় বৈঠক পতাৰ সিদ্ধান্ত। বাতৰিটোৰ কাষতে আন এটা বাতৰি প্ৰকাশ পাইছে— দুটা মাহৰ ভিতৰত এনে হত্যাৰ সংখ্যা পাঁচটাৰ ওপৰ চুইছেগৈ। বিক্ষিপ্ত এনে ঘটনাসমূহে অসমত বসবাস কৰা অনা অসমীয়া লোকৰ দুঃচিন্তা বঢ়াইছে।

এইটো সন্তোষৰ ও গৌৰবৰ কথা। অসমৰ সত্ৰীয়া নৃত্যই শাস্ত্ৰীয় নৃত্য ৰূপে স্বীকৃতি পাইছে। কিন্তু অনাতাঁৰ, দূৰদৰ্শন কিম্বা বাতৰিকাকতৰ বাহিৰে ইয়াৰ প্ৰচাৰ হোৱা নাই। কিয়?

আমি আজিও এই নৃত্যক ইণ্টাৰনেটত দিব পৰা নাই। বহুল প্ৰচাৰ কৰিবলৈ সমৰ্থবান হোৱা নাই।

হঠাতে ফোনটো আকৌ বাজি উঠিল। হঠাৎ শান্তনুৱে সম্বিত ঘূৰাই পালে। দ্বিধাজড়িত কণ্ঠেৰে ৰিচিভাৰটো তুলি শান্তনুৱে সিপিনৰ পৰা অহা মাতটোলৈ খন্তেক অপেক্ষা কৰিলে— মই সিদ্ধাৰ্থ। ডিব্ৰুগড়ৰ পৰা পুনৰ কৈছো। এইবাৰ এছ. টি. ডি. কৰিছো। আগৰবাৰ মোবাইলৰ পৰা কৰিছিলো। এতিয়া পূৰ্ব্বে জনোৱা বাতৰিতো কনফাৰ্ম কৰিলো। শুনক। কালি এশ পঞ্চাশজন উগ্ৰপন্থীয়ে ডিব্ৰুগড়ৰ আৱৰ্ত্ত ভৱনত মুখ্যমন্ত্ৰী আৰু ৰাজ্যপালৰ ওচৰত আত্মসমৰ্পণ কৰিব। এই অনুষ্ঠানত মইও (সিদ্ধাৰ্থ) উপস্থিত থাকিম। বাতৰিটো নেচনেল নিউজত উঠিব লাগে। দিল্লীলৈ ফেক্স কৰিব। সিদ্ধাৰ্থক ফোনটো থবলৈ কৈ দিল্লীলৈ ডায়েল কৰিলে শান্তনুৱে। হেল্লো। ইট ইজ শান্তনু বৰুৱা স্পিকিং, ছিনিয়ৰ নিউজ কৰেছপণ্ডেণ্ট ফ্ৰম গুৱাহাটী। সিফালৰ পৰা অ' কে. শুনাৰ লগে লগে শান্তনুৱে কৈ উঠিল প্লিজ গিভ মি দা ফেক্স টোন।.......

ফেক্সটোলৈ অপেক্ষা কৰি শান্তনুৱে ভাবিলে এশ পঞ্চাশজন উগ্ৰপন্থীৰ আত্মসমৰ্পণ—বাতৰিটো নেচনেল নিউজত উঠিব লাগে। এইবোৰ চৰকাৰৰ বাতৰি। বাতৰিত স্থান পাবই লাগিব। কাৰণ আমাক এজলি শান্তি লাগে। ○

---

*শ্ৰীযশোৱন্ত চক্ৰবৰ্ত্তী বঙালী সাহিত্যৰ এজন প্ৰতিষ্ঠিত সাহিত্যিক ও কবি। আকাশবাণী ছিলং কেন্দ্ৰৰ উপ-সঞ্চালকৰ পদত কাৰ্য্যৰত।*

# ভিনদেউ স্বৰ্গীয় ভূবন শৰ্মাৰ স্মৃতিত

শ্ৰীগৌৰী বৰকটকী

মোৰ ভাগিনী শ্ৰীপূৰ্ণিমা শৰ্মাই (বুলবুলি) মোক জনালে যে শ্বিলঙৰ মুকুল সংঘই স্বৰ্গীয় ভূবন শৰ্মাদেৱৰ স্মৃতিত এখন গ্ৰন্থ প্ৰকাশ কৰিবলৈ যো-জা কৰিছে। তেখেতৰ বিষয়ে যি জানো লিখিবলৈ মোকো কৈছে। মই কিনো লিখিম ভাবিয়েই পোৱা নাই। কিছু কথা হয়তো মনত পৰিব। ভিনদেউৰ মৃত্যু হোৱা বহুত দিনেই হৈ গ'ল। তথাপি যি অলপ কথা ৰিণিকি ৰিণিকি মনত পৰিছে তাকে লিখিবলৈ লৈছোঁ।

স্বৰ্গীয় ভূবন শৰ্মাদেৱৰ মোৰ শ্ৰদ্ধাৰ একমাত্ৰ ভিনদেউ আছিল। তেখেত আৰু বাইদেউ শ্ৰীযুতা উমাদেৱীৰ ঘৰত থাকি সৰুতে মই শ্বিলঙত পঢ়িছিলোঁ। ভিনদেৱে শ্বিলঙতে চাকৰি কৰি আছিল। তেতিয়া মোৰ বয়স কম আছিল যদিও ভিনদেউক জনাৰ কিছু সুবিধা পাইছিলোঁ। তেতিয়া বয়স কম কাৰণে স্মৃতিবোৰ ইমান বছৰৰ পিচত সম্পূৰ্ণ লুপ্ত হোৱা নাই। কিছু কিছু মনত পৰিছে।

সহজ সৰল মনৰ মৰমীয়াল ভিনদেউক দেখিছিলোঁ সদায় কামতে পৰিপাতিকৈ নিয়মানুবৰ্তিতা মানি চলা লোক। পুৱাই উঠি সকলোকে জগাই দি মোক পঢ়িবলৈ লগাই নিজেই গা-পা ধুই ধূপ জ্বলাই গায়ত্ৰী জপ কৰি পঢ়া শুনা কৰিবলৈ আৰম্ভ কৰে। ভিনদেউৱে পঢ়া শুনা কৰি থাকোতে এনে ভাব হয় যেন তেখেত মোৰ দৰেই স্কুলৰ নিয়মীয়া ছাত্ৰ। সদায় ইংৰাজী, অসমীয়া, বঙলা আদি কিতাপ পঢ়ে। যিবোৰ আমি দেখিয়েই সন্তুষ্টি লাভ কৰিছিলোঁ। কেতিয়াবা সেইবোৰ কিতাপৰ পৰাই জীৱনীমূলক বহুজনৰ কথা মোক কৈছিল। এই জীৱনীৰ আধাৰত সৃষ্টি হোৱা

কথাবিলাক আছিল মহাত্মা গান্ধী, সৰোজিনী নাইডু, অৰুণা আশ্ৰফ আলি, জয়প্ৰকাশ নাৰায়ণ, হেলেন কেলাৰ ইত্যাদিৰ জীৱনৰ কাৰ্যাৱলী। এই জীৱনীৰ আধাৰত ভিত্তি কৰি কোৱা কথাবিলাকৰ ভাগ কাম কৰি থাকোঁতে বাইদেৱেও পাইছিল। আমি নিজে সেইবিলাক পঢ়া- শুনা নকৰিলেও ভিনদেউৰ মুখৰ পৰাই শুনি যথেষ্ট উপকৃত হৈছিলোঁ। কেতিয়াবা কেতিয়াবা ভিনদেউৱে সৰু সৰু জীৱনীমূলক কিতাপ আনি আমাকো পঢ়িবলৈ দিছিল। সেইবোৰ কিতাপ আমি আগ্ৰহে পঢ়িলে ভিনদেউৱে বৰ ভাল পাইছিল। নিজৰ ল'ৰা-ছোৱালী দুটাকো ছবি থকা কিতাপ আনি চাবলৈ দিছিলহি।

তেখেতে মোক সদায় কৈছিল যে পাঠ্যপুথিৰ লগতে ভাল ভাল বাহিৰা কিতাপ পঢ়াতো সৰুৰে পৰা অভ্যাস কৰিব লাগে। তেহে জ্ঞান বৃদ্ধি হয়। সেই কথাটো তেতিয়া উপলব্ধি কৰিব নোৱাৰিলেও আজি উপলব্ধি কৰিছোঁ যে কিতাপ মানুহৰ প্ৰকৃত বন্ধু। ইয়াৰ অধ্যয়নে জ্ঞান বিকাশত যথেষ্ট সহায় কৰে।

পঢ়াৰ লগে লগে ভিনদেউক মাজে মাজে কিবাকিবি লিখাও দেখিছিলোঁ। সেই লিখাৰ ভিতৰত প্ৰকাশ হৈ ওলোৱা দুখন কিতাপ মই দেখিছিলোঁ। সেই কিতাপ দুখন হ'ল 'ভিনদেউৰ চিঠি' আৰু 'সাধনা আৰু সংস্কৃতি'। 'ভিনদেউৰ চিঠি' কিতাপখনত মোকে সম্বোধন কৰি বিভিন্ন বিখ্যাত লোকৰ কাৰ্যাৱলী সহজ সৰল ভাষাত দাঙি ধৰিছিল যাতে মোৰ বয়সৰ ল'ৰা-ছোৱালীয়ে সেই সকলৰ জীৱনৰ কাৰ্যাৱলীৰ বিষয়ে সহজতে বুজিব পাৰে। ভিনদেউৰ চিঠি কিতাপখনৰ আৰ্হি দেখি মোৰ এতিয়া মনত পৰিছে যে পণ্ডিত জৱাহৰলাল নেহৰুৱে যিটো আৰ্হিত তেওঁৰ জীয়েক ইন্দিৰা গান্ধীলৈ চিঠি লিখিছিল সেই আৰ্হিকে তেখেতে হয়তো গ্ৰহণ কৰিছিল। "সাধনা আৰু সংস্কৃতি" প্ৰৱন্ধাৱলীৰ ভাৱ গধুৰ। সেইখন আমি সৰু থাকোঁতেই ওলাইছিল যদিও আমি সেইখনৰ কথা বুজিব পৰা নাছিলোঁ। ভিনদেউৰ চিঠি কিতাপখন আগ্ৰহেৰে পঢ়িছিলোঁ। কাৰণ তাত থকা ডাঙৰ মানুহৰ জীৱনীবোৰ সহজ সৰল ভাষাত লিখা কাৰণে ভাল লাগিছিল।

ভিনদেউৰ খং মই বৰকৈ দেখা নাছিলোঁ। কেতিয়াবা হয়তো উঠিছিল। সেই

খং সোনকালেই মাৰ গৈছিল। ভিনদেউ মৰমীয়াল হোৱা কাৰণে সেই সময়ত তেখেতৰ ল'ৰা-ছোৱালী দুটি বুলবুলি আৰু দুলুৰ লগতে ময়ো যথেষ্ট মৰম পাইছিলোঁ। সৰুজনী ছোৱালী মাধুৰী শৰ্মা ভট্টাচাৰ্যৰ জন্মই হোৱা নাছিল। তেখেতৰ মৃত্যুৰ ৪ মাহ মানৰ পাচতহে জন্ম হৈছিল। তেখেতৰ মৰমৰ বান্ধত বাইদেউকে ধৰি ল'ৰা-ছোৱালী দুটাৰে সৈতে ময়ো সেই সময়ৰ এটি সুখী পৰিয়ালৰ সমভাগী হৈছিলোঁ।

চৰকাৰী চাকৰীয়াল হিচাপেও ভিনদেউক দেখিছিলোঁ বৰ কৰ্তব্যনিষ্ঠলোক। তেতিয়া ভিনদেউৰ ঘৰলৈ অহা দুই-চাৰি তেখেতৰ বন্ধুৰ মুখত তেখেতৰ কামৰ বিষয়ে শলগা শুনিছিলোঁ।

ভিনদেউক চাফ্ চিকুণতা আৰু পৰিপাতি সম্পৰ্কে বৰ সজাগ দেখিছিলোঁ। কিতাপ পত্ৰ বা অন্য বস্তুৱেই হওক ঠিক ঠাইত নাথাকিলে তেখেতে খুব বেয়া পাইছিল আৰু এই বেয়া পোৱা কথাটো খং-ৰাগ নকৰি দুই-এবাৰ উল্লেখ কৰি নিজে খেলি মেলি হোৱা বস্তবোৰ চিজিল কৰি থৈছিল। সাজ পোছাকৰ পৰা আৰম্ভ কৰি ঘৰ কোঠা আদি পৰিপাতি হৈ থকাৰ ওপৰত তেখেতে সদায় চকু দিছিল। ভিনদেউৰ এই চাফ্ চিকুণতা ভাবটো মোৰ বৰ ভাল লাগিছিল। আৰু ময়ো তাক আহৰণ কৰিবলৈ সৰুৰে পৰাই যত্ন কৰিছিলোঁ।

মোৰ মনত পৰে তেখেতে বাতৰি কাকতৰ এজেন্সী এটাও চলাইছিল। গুৱাহাটীৰ পৰা অহা বাতৰিকাকত কুশল নামৰ ল'ৰা এজনৰ হতুৱাই বিলোৱাইছিল। এজেন্সি ব্যৱস্থা তেখেতৰ মৃত্যুৰ সময়লৈকে চলি আছিল।

চাকৰি সংক্ৰান্ততে তেখেতে আমেৰিকালৈ যোৱাৰ সুবিধা পাইছিল। আমেৰিকালৈ যোৱাৰ দিন ঠিক হোৱাৰ আগে আগে বাইদেউ আৰু ল'ৰা-ছোৱালী দুটিক দেউতা মাৰ ওচৰত থৈ গ'লহি। ময়ো তেতিয়াই ঘৰলৈ আহিব লগা হ'ল। ভিনদেউৱে মোক বাইদেউক থৈ যোৱাৰ সময়তে কৈছিল "মই বিদেশৰ পৰা ঘূৰি আহোঁগৈ" পাছত মোৰ আৰু বাইদেউহঁতৰ লগত থাকিয়েই পঢ়া-শুনা কৰিব পাৰিবা। সেইবোৰ আৰু নহ'ল। কালৰ কুটিল গতিত ভিনদেউৰ আৰু আমাৰ

মনৰ আশা মনতে থাকিল। বিদেশলৈ যোৱাৰ এসপ্তাহৰ আগতে তেখেতৰ সম্পৰ্কীয় ঘন শৰ্মাদেৱৰ লগত ফুৰিবলৈ ওলাই যাওঁতে শ্বিলঙতে এখন জীপ গাড়ীয়ে ভিনদেউৰ জীৱন বন্তি চিৰদিনৰ কাৰণে নিৰ্বাপিত কৰিলে। বাইদেউৰ জীৱনলৈ চৰম বিপৰ্যয় নামি আহিল।

ভিনদেউৰ যিমান প্ৰতিভা আছিল সেই প্ৰতিভা বিকশিত হ'বলৈ ভালকৈ নাপালেই। তেতিয়া ভিনদেউৰ বয়স হৈছিল ৩০/৩১ বছৰমান মাথোন।

ইমান বছৰৰ মূৰত 'শ্বিলং মুকুল সংঘই' ভিনদেউৰ বিষয়ে, মুকুল সংঘৰ লগত জীৱিত কালত বিশেষভাৱে লাগি থকা ভিনদেউৰ বিষয়ে তেখেতৰ সুযোগ্যা কন্যা পূৰ্ণিমা শৰ্মাৰ (বুলবুলি) কিছু আৰ্থিক সাহাৰ্যত গ্ৰন্থ এখনি উলিয়াব বুলি শুনি আনন্দ পাইছোঁ। ভিনদেউৰ মহান আত্মাৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰাৰ লগতে মুকুল সংঘৰ সকলো সদস্য সদস্যালৈ শলাগ লৈছোঁ। লগতে এই ক্ষেত্ৰত সকলো কথাতে আগবাঢ়ি অহা মোৰ অতি মৰমৰ ভাগিনী পূৰ্ণিমা শৰ্মা (বুলবুলি)লৈকো শলাগ ললোঁ।

০০০০০০০০০০০০